# পালি-প্ৰাকৃত ভাষা আৰু সাহিত্য

[ পালি প্ৰাকৃত আৰু অপভ্ৰংশৰ ব্যাকৰণ আৰু সাহিত্যৰ বুৰঞ্জী বিশ্ববিদ্যালয়ৰ তিনি বছৰীয়া ডিগ্ৰী পাঠ্যক্ৰমৰ অন্তৰ্গত পাঠ্যাংশৰ অনুবাদ আৰু শব্দাৱলীৰ টোকা আৰু বিশ্ববিদ্যালয়ৰ পালি-প্ৰাকৃতৰ অন্যান্য পাঠক্ৰমৰ ওপৰত আলোচনাসহ। ]

প্ৰসন্নৰাম দাস

বীণা লাইব্ৰেৰী

কোকৰাঝাৰ

Pali Prākrit Bhasa aru Sāhitya — a book on Languages and Literatures of Middle Indo-Aryan Languages, written in Assamese by Prasanna Ram Das Published by Sri Satya Ranjan Dey for Bina Library Kokrajar ( Assam ) 1991

প্ৰকাশক
সত্যৰঞ্জন দে
বীণা লাইব্ৰেৰী
কোকৰাঝাৰ

মূল্য ৪ টকা

ছপাশাল
শ্ৰীমানিকলাল ভট্টাচাৰ্য্য
গৌৰী প্ৰেছ
২এ কেদাৰ দত্ত লেন
কলিকাতা—৬

# বাট চ'ৰা

অসমীয়া ভাষা ভাৰতীয় আৰ্যভাষাসমূহৰ অন্তৰ্ভুক্ত। আৰ্যভাষাসম্ভূত হলেও চাৰিকাষৰ ওচৰচুবুৰীয়া অনাৰ্য ভাষাই অসমীয়া ভাষাক গঢ় দিয়াত যথেষ্ট বৰঙণি যোগাইছে। গতিকে অসমীয়া ভাষাৰ উৎপত্তি আৰু বিকাশৰ ধাৰা বুজিবলৈ ভাৰতীয় আৰ্য ভাষাই যিবোৰ স্তৰৰ মাজেদি পৰিবৰ্তন লাভ কৰি বিভিন্ন ৰূপত আধুনিক ভাৰতীয় ভাষা বুলি স্বীকৃতি লাভ কৰিছে তাৰ ইতিহাস জনা প্ৰয়োজন। এই ইতিহাস জানিবলৈ হলে প্ৰাচীন ভাৰতীয় আৰ্য ভাষা (বৈদিক আৰু সংস্কৃত) আৰু মধ্যকালীন আৰ্য ভাষাৰ (পালি প্ৰাকৃত অপভ্ৰংশ) বিকাশৰ ধাৰা পৰিবৰ্তনৰ লক্ষণ আৰু বৈশিষ্ট্য (ধ্বনিতাত্ত্বিক ৰূপতাত্ত্বিক আৰু বাক্যগঠন ৰীতি) সম্পৰ্কে পৰিচয় হোৱাৰ প্ৰয়োজন। লগতে সেই সেই স্তৰত সৃষ্টি হোৱা সাহিত্যৰ বিষয়েও অনুসন্ধিৎসু পাঠকে তথা ছাত্ৰই কিছু জনা প্ৰয়োজন। মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ৰ যিবিলাক ছাত্ৰই অসমীয়া ভাষাৰ সবিশেষ অধ্যয়ন কৰিব খোজে তেওঁলোকৰ পক্ষে পালি প্ৰাকৃত আৰু অপভ্ৰংশ ভাষাৰ বৈশিষ্ট্যসমূহ বৈয়াকৰণিক ৰূপ পৰিবৰ্তনৰ ধাৰা আদি অনুধাৱন কৰা নিতান্ত অপৰিহাৰ্য্য। অধ্যাপক প্ৰসন্ন ৰাম দাসে বিভিন্ন গ্ৰন্থৰ সহায়ত পালি প্ৰাকৃত আৰু অপভ্ৰংশ ভাষাৰ সকলো লাক্ষণিক বৈশিষ্ট্য ব্যাকৰণৰ গঢ় আৰু সাহিত্যৰ সম্যক পৰিচয় দিবলৈ এই গ্ৰন্থত চেষ্টা কৰিছে। অসমীয়া ভাষাত এই বিষয়ক দুই এখন গ্ৰন্থ আছে যদিও সকলো দিশ সামৰি পাঠ্যতালিকাৰ লগত সম্বন্ধ ৰাখি ৰচনা কৰা পুথি হিচাবে ইয়াৰ মূল্য আৰু আৱশ্যকতা অস্বীকাৰ কৰিব নোৱাৰি। এই পুথি ছাত্ৰ আৰু শিক্ষক দুই শ্ৰেণী পাঠকৰ প্ৰয়োজনত আহিব। আশা কৰোঁ পুথিখনে উচিত সমাদৰ পাব।

শ্ৰীসত্যেন্দ্ৰনাথ শৰ্মা

১৫।৮।৮৪

# আমাৰ কথা

ভাহানি বিশ্ববিদ্যালয়ত পঢ়ি থাকোঁতে পালি প্ৰাকৃতৰ বিষয়ে সাধাৰণভাৱে অধ্যয়ন কৰাৰ সুযোগ পাইছিলোঁ। পিছত কলেজত অধ্যাপনা কৰিবৰে লওঁতেও কিছুমান ছাত্ৰ-ছাত্ৰীয়ে পালি প্ৰাকৃতৰ বিষয়ে দুই চাৰিটা কথা আমাক প্ৰশ্ন কৰিছিল। এইদৰে নিজে পাঠ্যপুথি পঢ়িব লগীয়া হোৱাত আৰু ছাত্ৰ ছাত্ৰীৰ দুই চাৰি প্ৰশ্নৰ উত্তৰ দিব লগীয়া হোৱাত পালি প্ৰাকৃতৰ বিষয়ে দুই চাৰিখন পুথি পঢ়াৰ অভ্যাস কৰিছিলোঁ আৰু সিবোৰৰ পৰা দুই চাৰিটা প্ৰশ্নৰ উত্তৰ যুগুতাইছিলোঁ। ক্ৰমাত ইবোৰৰ কিছু বহল আলোচনা কৰোঁতে পালি প্ৰাকৃত ভাষা আৰু সাহিত্য নামৰ এই পুথিখনৰ সৃষ্টি হয়। দৰাচলতে আমাৰ কিছু ছাত্ৰ ছাত্ৰীৰ তাগিদাৰ ফল স্বৰূপেই ইয়াৰ জন্ম বুলিব পাৰি। কেইবছৰমান পৰি থকাৰ পিছত গুৱাহাটীৰ বুকলেণ্ডৰ স্বত্বাধিকাৰী শ্ৰদ্ধেয় শ্ৰীবিনোদনাথ দেৱে মহাশয় প্ৰকাশ কৰাৰ অনুৰাগ দেখুৱাত ই প্ৰকাশ সুবিধা লাভ কৰিলে। এই ছেগতে আমি শ্ৰীনাথৰ শলাগ লৈছোঁ। পুথিখন ছাপাখানালৈ পঠোৱাৰ সময়ত আমাক নানা ধৰণে সহায় আৰু পৰামৰ্শ আগবঢ়োৱা কাৰণে পৰম শ্ৰদ্ধেয় শিক্ষাগুৰু ড সুকুমাৰ বিশ্বাস গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক ডঃ প্ৰিয়াংশু প্ৰৱল উপাধ্যায় পাণ্ডু মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক শ্ৰীনাৰায়ণ চন্দ্ৰ দাস আৰু কালিৰাম বৰুৱা ছোৱালী হাইস্কুলৰ শিক্ষয়িত্ৰী শ্ৰীমিনা দেৱীৰ নাম শ্ৰদ্ধাৰে সুৱঁৰিলোঁ।

পৰম শ্ৰদ্ধাভাজন আমাৰ শিক্ষাগুৰু ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মাদেৱে বাটচৰা'ৰ বচনেৰে আমাক যি মৰম আৰু আশীৰ্বাদ জনালে সিয়ে আমাক অতিশয় উৎসাহিত কৰিছে। তাৰ কাৰণে আমি তেখেতৰ ওচৰত চিৰ কৃতজ্ঞ। সৰ্বশেষত সদাশয় পাঠক আৰু ছাত্ৰ ছাত্ৰী সকলৰ পৰাও শুভেচ্ছা আৰু আশীৰ্বাদ পাম বুলি আশা কৰিলোঁ।

শান্তি বন          প্ৰসন্নৰাম দাস

দুৰ্গাসৰোবৰ   গুৱাহাটী—৯

আষাঢ়, ১৯৮৪

## দ্বিতীয় তাঙৰণ

ছাত্ৰ ছাত্ৰী শিক্ষক আৰু সহৃদয় পাঠকসকলৰ পৰা আশাতীত সঁহাৰি লাভ কৰা বাবে আমি সকলোৰে ওচৰত কৃতজ্ঞ। বৰ্ত্তমান তাঙৰণটোত অভিজ্ঞান শকুন্তলম্'ৰ ষষ্ঠ অঙ্কটো সংযোগ কৰি আৰু দুই এটা সংশোধন কৰি বীনা লাইব্ৰেৰী'ক (কোকৰাঝাৰ) প্ৰকাশ কৰিবলৈ দিলোঁ। আগৰ দৰে এইবাৰো ছাত্ৰ ছাত্ৰী শিক্ষক আৰু পাঠক সকলৰ পৰা যথম পাম বুলি আশা কৰিলোঁ।

২৮ অক্টোবৰ ১৯৮৯ — শ্ৰীপ্ৰসন্নৰাম দাস

শান্তিবন দুৰ্গাসৰোবৰ

গুৱাহাটী—৯

# সূচীপত্ৰ

## প্ৰথম খণ্ড

## দ্বিতীয় খণ্ড

## উপক্ৰমণিকা

# ভাৰতীয় আৰ্যভাষা

পৃথিবীৰ ভাষাসমূহক পণ্ডিসকলে কেইবাটাও ভাষা গোষ্ঠীত ভাগ কৰিছে। যেনে অষ্ট্ৰিক দ্ৰাবিড় চীন তীব্বতীয় ইউৰাল আলটাই চেমীয় হেমীয় ফিনো উগ্ৰীয় বাণ্ট ইন্দো ইউৰোপীয় ইত্যাদি। ইয়াৰ ভিতৰত ইন্দো ইউৰোপীয় ভাষা গোষ্ঠীযেই পৃথিবীৰ আটাইকেইখন মহাদেশত প্ৰচলন আছে। ইন্দো ইউৰোপীয় ভাষা গোষ্টিৰ প্ৰধান শাখা দহোটা। ইটালীয় কেলটীয় জাৰ্মানীয় তোখাৰীয় গ্ৰীক আৰ্মেনীয় আলবেনীয় বাল্টোস্লাৱীয় হিট্টাইট আৰু ইন্দো ইৰানীয়। ইন্দো ইৰানীয় ভাষা দুই ভাগত বিভক্ত— ইৰানীয় আৰু আৰ্য। ইৰানীয় শাখাৰ ভিতৰত আবেস্তা ফাৰ্চী বেলুচী পস্তু আদি ভাষা পৰে। আৰ্য শাখাৰ ভিতৰত আৰু সংস্কৃতৰ পৰা উদ্ভৱ হোৱা ভাষা সমূহ পৰে। অসমীয়া—এই আৰ্য ভাষাৰ ভিতৰুৱা।

আৰ্য শাখাৰ প্ৰাচীনতম্ নিদৰ্শন হৈছে বৈদিক সাহিত্য (আনুমানিক খ্ৰীঃ পূঃ ১২ বছৰ)। পণ্ডিতসকলে বৈদিক যুগৰ ভাষাৰ দুটা স্বতন্ত্ৰ স্তৰ নিৰ্ণয় কৰিছে। এটি হৈছে বৈদিক সাহিত্যৰ ভাষা (ছন্দস্ বা ছন্দ) আনটি হৈছে সেই যুগৰ মানুহৰ কথিত ভাষা এই কথিত ভাষাৰ ৰূপ পিছৰ যুগত ৰচিত ৰামায়ণ মহাভাৰত পুৰাণ আদিত কাব্যত দেখা গৈছে।

আৰ্যসকল ভাৰতলৈ আহোতে একে লগে একে সময়তে অহা নাছিল। তেওঁলোকে চামে চামে ভাৰতত সোমাইছিল। প্ৰথমতে তেওঁলোক আহি উত্তৰ-পশ্চিম সীমান্ত অঞ্চলত আৰু পশ্চিম পাঞ্জাৱত উপনিৱিষ্ট হয়। তাৰ পিছত বেলেগ বেলেগ দল আহি ভাৰতৰ ভিন ভিন অঞ্চলত বিয়পি পৰে।

---

B Hro yৰে চনত হিট্টাই ভাষাক ইন্দো ইউৰোপীয় বুলি সিদ্ধান্ত কৰে। কিন্তু ভাষাবিদসকলে পিছত হিট্টাইট ভাষাক ইন্দো ইউৰোপীয় ভাষাৰ ভগ্নী ভাষা স্বগোত্ৰ—জীয়াৰী নহয় বুলি সিদ্ধান্ত কৰে।

কিন্তু আৰ্যসকল ভিন ভিন সময়ত ভিন ভিন অঞ্চলত বিয়পি পৰাৰ কাৰণে আৰু সেই সেই অঞ্চলৰ স্থানীয় ভাষা আৰু সংস্কৃতি কিছু পৰিমাণে হলেও সামৰি লোৱাৰ কাৰণে তেওঁলোকৰ মাজত ভাষাৰ পাৰ্থক্যই দেখা দিলে আৰু ইয়েই শেষত বিভিন্ন আৰ্যভাষাৰ সৃষ্টি কৰিলে। ইয়াৰ ওপৰত ভিত্তি কৰিয়েই পণ্ডিতসকলে ভাৰতীয় আৰ্যভাষাসমূহক তিনিটা ভাগত ভাগ কৰিছে ( ) অন্ত্যস্থিত (midland) (২) মধ্যস্থিত (intermediate) আৰু (৩) বহিঃস্থিত (outer)।

অন্ত্যস্থিত (midland) শ্ৰেণীৰ ভিতৰত বৰ্দ্ধমান অঞ্চলৰ আৰু পাঞ্জাৱৰ পূৰ্ব অঞ্চলৰ ভাষা পশ্চিমীয়া হিন্দী পৰে। এই অঞ্চলতেই ঋগ বেদৰ গান সমূহ ৰচনা কৰিছিল। এই অঞ্চলৰ চাৰিওফালে থকা বৰ্তমানৰ গুজৰাটী মাৰৱাৰী, মধ্যপাঞ্জাৱী নেপালী অৱধী আৰু পূৰ্ব হিন্দী মধ্যস্থিত (inte mediate) ভাগত পৰে আৰু মধ্যস্থিত ভাগক আগুৰি থকা ভাষাসমূহক বহিঃস্থিত (outer) ভাগৰ ভিতৰত ধৰা হয়। এই ভাগৰ ভাষাসমূহৰ ভিতৰত উত্তৰ ফালে কাশ্মিৰী পশ্চিমফালে পাঞ্জাৱী আৰ সিন্ধি দক্ষিণ ফালে মাৰাঠী আৰু পূবৰ ফালে উৰীয়া বিহাৰী বঙালী আৰু অসমীয়া ভাষা পৰে। ড হৰ্ণলে আৰু ড° গ্ৰীয়াৰ্চন আদি পণ্ডিতসকলৰ মতে বহিঃস্থিত ভাগৰ অন্তভু ক্ত ভাষাসমূহ আৰ্যসকলৰ প্ৰথম দলটোৰ ভাষাৰ নিদৰ্শন।

এইখিনিতে বিভিন্ন প্ৰাদেশিক নব্য ভাৰতীয় আৰ্য ভাষাবোৰৰ উদ্ভৱ হোৱাৰ কাৰণ আৰু লগতে সুদূৰ সপ্তদশ শতিকাত হিউয়েনচাঙ মধ্যভাৰতৰ ভাষাৰ লগত কামৰূপৰ ভাষাৰ সামান্য পাৰ্থক্য থকা বুলি উল্লেখ কৰাৰ কাৰণ আঙুলিয়াৰ পাৰি। অৱশ্যে অসমীয়া ভাষাৰ ৰূপতত্ত্বৰ আৰু ধ্বনিতত্ত্বৰ আলোচনা কৰিলে দেখা যায় অসমীয়া ভাষাৰ মধ্যভাৰতৰ ভাষাৰ লগত পাৰ্থক্য হোৱাৰ আৰু অন্যান্য কাৰণো আছে। বহুতো পণ্ডিতে অনুমান কৰে পূৰ্ব বৈদিক যুগতে আৰ্যসকলৰ এটা দল উত্তৰ-পূব চুকেদি আহি অসমত সোমায়। প্ৰাক্ বৈদিক যুগৰ কিছুমান আচাৰ নীতি বা ব্যাকৰণৰ বৈচিত্ৰ্য অসমীয়া ভাষাত পৰিস্ফুট হোৱাটোৱে এই কথাৰ সত্যতা নিৰ্দেশ কৰে।

## বৈদিক ভাষা

আৰ্যসকলৰ যিবোৰ সৰু সৰু দল হৈ ভাৰতত প্ৰবেশ কৰিছিল সেই দলসমূহৰ কথিত ভাষাৰ মাজত কিছু কিছু স্বাতন্ত্ৰ্য থাকিলেও বেছ মিলো

আছিল। ভাৰতলৈ অহা এই নবাগত আৰ্যসকল উন্নত সংস্কৃতসম্পন্ন আছিল বুলি কব নোৱাৰি। তেওঁলোকৰ বেছিভাগেই আছিল প্ৰধানত পশুপালক যাযাবৰ জাতি। ভাৰতত প্ৰৱেশ কৰি তেওঁলোকে যাযাবৰত্ব ত্যাগ কৰি সম্পূৰ্ণৰূপে কৃষিজীৱি হ'ল। কিন্তু আৰ্যসকলৰ আত্মসাধাৰণ সম্বল আছিল তেওঁলোকৰ শক্তিশালী ভাষা আৰু উচ্চশ্ৰেণীৰ দেৱগীতিমূলক সাহিত্য। ভাৰতীয় আৰ্যসকলৰ লগত সম্পৰ্ক থকা উপভাষা সমূহৰ এক সাহিত্যিক ৰূপ অৰ্থাৎ সাধুভাষা আছিল। এই সাধুভাষাতেই তেওঁলোকে দেৱতাৰ উদ্দেশ্যে আৰু বহিঃপ্ৰকৃতিত দেৱমহিমাৰ আবেশ অনুভৱ কৰি স্তুত ৰচনা কৰিছিল। বৈদিক ভাষাই অৰ্থাৎ বেদৰ ভাষাই ভাৰতীয় আৰ্যভাষাৰ প্ৰাচীন সাহিত্যিক ৰূপ অৰ্থাৎ প্ৰথম সাধুভাষা। ঋগ বেদৰ প্ৰাচীনতম্ গানসমূহৰ ৰচনাকাল খ্ৰীষ্টপূৰ্ব ১২ ৰ ওচৰা ওচৰি বুলি অনুমান কৰা হয়। এই বিলাকেই ভাৰত ইউৰোপীয় ভাষা ( হিট্টাইটৰ বাহিৰে ) বংশৰ সৰ্বাপেক্ষা পুৰাণ সাহিত্যিক ৰচনা। ঋগ বেদৰ গানসমূহ যিমান পুৰণি ঋগ বেদ সংহিতাৰ কাল সিমান প্ৰাচীন নহয়। সম্ভৱত খ্ৰী পূ ১ ৰ ওচৰা ওচৰি সময়ত গানসমূহ বেদ ৰূপে সংকলিত হৈছিল। প্ৰফেচৰ মেক্সমুলাৰৰ মতে বৈদিক ভাষা এসময়ত উত্তৰ পশ্চিম ভাৰতৰ কথিত ভাষা আছিল।

## সংস্কৃত

সময়ৰ পৰিবৰ্তনৰ লগে লগে বৈদিক ভাষাৰো পৰিবৰ্তনে দেখা দিলে। শেষত এনেকুৱা হ'ল যে যজ্ঞ কাৰ্য্যত পাঠ কৰা শ্লোকসমূহতো আৰ্য ভিন্ন ভাষাৰ শব্দ সোমাই পৰিল আৰু বৈদিক ভাষা সাধাৰণ মানুহৰ একেবাৰে অচিনাকী হৈ পৰিল। সেইবাবে শিক্ষিতসকলে সৰ্বসাধাৰণে বুজিব পৰা এটা ভাষাৰ আৱশ্যক অনুভৱ কৰিলে আৰু মহৰ্ষী পাণিনিয়ে কথিত লৌকিক ভাষাক ব্যাকৰণৰ ৰীতিৰে গাঁঠি সংস্কৃত নাম দি সেই সময়ৰ সৰ্ব সাধাৰণৰ শিষ্টভাষাৰূপে প্ৰচাৰ কৰিলে। বৈদিক সাহিত্যৰ পিছৰ পৰা আনকি বৈদিক সাহিত্যৰ সৰ্বশেষ উপনিষদসমূহতো সংস্কৃতহে ব্যৱহাৰ হ'ল। পাণিনিয়ে সংস্কৃত ভাষাক ব্যাকৰণৰ সূত্ৰেৰে এনেভাৱে বান্ধি পেলালে যে তেওঁৰ পিছৰ পৰা সাহিত্যত প্ৰযোগ কৰা সংস্কৃত ভাষাৰ বিশেষ পৰিৱৰ্তন ঘটা অসম্ভৱেই হ'ল। মহাপুৰুষ শংকৰদেৱৰ বেছিভাগ ৰচনা বৰপেটা অঞ্চলত ৰচনা হোৱা বাবে তেৰাৰ সাহিত্যত কামৰূপী ঠাচ আৰু শব্দৰ প্ৰয়োগ

থকাৰ দৰে আৰু আমেৰিকান মিছনাৰীসকলে পোনতে শিৱসাগৰত ছপাকল স্থাপন কৰাত শিৱসাগৰ অঞ্চলৰ ভাষাই আধুনিক অসমীয়া ভাষাৰ আহি হোৱাৰ দৰে উদীচী বা উত্তৰ-পশ্চিমা সেই সময়ত তক্ষশিলাৰ শিষ্টসমাজ মুখ্য ভাষা আছিল আৰু পাণিনি এই অঞ্চলৰেই অধিবাসী আছিল কাৰণে তেওঁৰ ব্যাকৰণত এই অঞ্চলৰ ভাষাই আদৰ্শৰূপে গৃহীত হৈছিল। কিন্তু সেই বুলি অন্যান্য অঞ্চলৰ শিষ্ট প্ৰয়োগো সংস্কৃতত উপেক্ষা হোৱা নাই।

## বৈদিক আৰু সংস্কৃতৰ তুলনা

সাধাৰণতে আমি প্ৰাচীন আৰ্যভাষা (O I A) বুলিলে বৈদিক আৰু সংস্কৃত এই দুই ভাষাকে বুজো। বৈদিক আৰু সংস্কৃত (লৌকিক) নামত ভিন্ন হলেও দুই ভাষাৰ মাজত ভালেমান সাদৃশ্য আছে। দুই ভাষাৰ মাজত ধ্বনিগত পাৰ্থক্য মোটামুটিভাবে নাযেই ব্যাকৰণতহে অনেক কিছু প্ৰভেদ আছে। বৈদিক শব্দ আৰু ধাতুৰূপ বিপুল বিচিত্ৰ। শব্দৰূপত বৈদিকৰ কিছুমান অতিৰিক্ত পদ আছে। যেনে —নৰ শব্দৰ প্ৰথমা আৰু দ্বিতীয়াৰ দ্বিবচনত নৰা প্ৰথমাৰ একবচনত নৰান তৃতীয়াৰ একবচনত নৰা বহুবচনত নৰেভি ধাতুৰূপতো সেইদৰে বৈচিত্ৰ্য দেখা যায়। বৈদিকভাষাত পাছ প্ৰকাৰ mood দেখা যায়। কিন্তু সংস্কৃতত মাত্ৰ দুবিধহে mo d আছে—লোট্ আৰু বিধিলিঙ। বৈদিকত সমাসৰ ব্যৱহাৰ সংস্কৃতৰ তুলনাত বহু কম আৰু দুটাৰ বেছি পদৰ সমাস একেবাৰে নাছিল। সংস্কৃতত সমাসৰ ব্যৱহাৰ অভাৱনীয়ভাবে বৃদ্ধি হল। এইদৰে আন আন ক্ষেত্ৰতো পৰিবৰ্তন দেখা যায়।

## মধ্য ভাৰতীয় আৰ্যভাষা

বৈদিক ভাষাক সুসংগঠিত কৰিবৰ কাৰণে ব্যাকৰণৰ ৰীতিৰে কঠোৰ-ভাবে বান্ধি সংস্কৃতৰ প্ৰৱৰ্তন কৰিলেও ইয়ো গৈ পিছৰ যুগৰ মানুহৰ কাৰণে কঠিন হৈ পৰিল আৰু ফল স্বৰূপে খ্ৰীষ্টপূৰ্ব ষষ্ঠ শতিকামানত ভাৰতীয় আৰ্যভাষাৰ যি পৰিবৰ্তন ঘটিব ধৰিলে এই পৰিবৰ্তনৰ ৰূপকেই মধ্যভাৰতীয় আৰ্যভাষা বুলি ধৰা হয়। সংস্কৃততকৈ সহজ সৰল মধ্য ভাৰতীয় আৰ্যভাষাৰ এই পৰিবৰ্তিত ৰূপটোৱেই হ'ল প্ৰাকৃত বা প্ৰাকৃত ভাষা।

সুকুমাৰ সেনৰ 'ভাষাৰ ইতিবৃত্ত' দ্ৰষ্টব্য

## মধ্য ভাৰতীয় আৰ্যভাষাৰ লক্ষণ

ভাৰতবৰ্ষৰ মধ্যযুগীয় ভাষা পালি আৰু প্ৰাকৃতৰ স্বৰূপ আলোচনা কৰিলে দেখা যায় যে সেই সকলো প্ৰাচীন ভাৰতীয় আৰ্যভাষাৰ পৰা উদ্ভূত। গতিকে এক প্ৰাচীন ভাৰতীয় ভাষাৰ পৰা উদ্ভূত হলে তাৰ ভিতৰত বহুত্বই বা আহিল ক ৰ পৰা? কাৰণ একত্ব আৰু বহুত্ব পৰস্পৰ বিৰোধী। এক কেতিযাও বহু হব নোবাৰে। এক প্ৰাচীন ভাৰতীয় আৰ্যভাষা যদি বহু ভাৰতীয় আৰ্যভাষাত পৰিণত হয় তেনেহলে যি বৈশিষ্ট্যসমূহ প্ৰবেশ লাভ কৰিছে সেই সমূহেই মধ্য ভাৰতীয় আৰ্যভাষাৰ বৈশিষ্ট্য হব। এই সকলোবোৰ বৈশিষ্ট্যৰ মূল কাৰণ মানৱৰ দৈহিক গঠনৰ লগত বাগিন্দ্ৰিয় গঠনৰ সহজ সম্পৰ্ক। ভাৰতবৰ্ষ বিৰাট দেশ। ইয়াৰ বৈচিত্ৰ্যময় ভৌগলিক অৱস্থান আৰু বিভিন্ন প্ৰকাৰৰ মানুহৰ বিভিন্ন আচাৰ ব্যৱহাৰৰ প্ৰণালীয়ে এই দেশৰ ভাষা উচ্চাৰণৰ পদ্ধতিক প্ৰভাৱিত কৰিছে। এই প্ৰভাৱৰ ফলত প্ৰাদেশিক ভাৰতীয় আৰ্যভাষাই বিভিন্ন প্ৰাকৃত ভাষ ৰূপে আত্ম প্ৰকাশ কৰিছে। যিবিলাক বৈশিষ্ট্যই প্ৰাদেশিক ভাৰতীয় আৰ্যভাষাক বিভিন্ন প্ৰাকৃতত পৰিণত হোৱাত সহায় কৰিছে সেইবোৰক প্ৰধানত দুভাগত ভাগ কৰা হয়—(১) ধ্বনিগত বৈশিষ্ট্য আৰু (২) শব্দগত বৈশিষ্ট্য। এই দুই ভাষাৰ বৈশিষ্ট্যই পৰবৰ্তী কালৰ বহু ভাষাৰ উৎপত্তিৰ কাৰণ হৈছে।

**ধ্বনিগত বৈশিষ্ট্য** বৈদিক যুগৰ বৰ্ণমালা আলোচনা কৰিলে দেখা যায় যে মধ্য ভাৰতীয় আৰ্যভাষাত এই সকলোবিলাক বৰ্ণমালাৰ বিশেষ পৰিবৰ্তন সাধিত হৈছে। এই পৰিবৰ্তনৰ মূলতে আছে বিভিন্ন যুগৰ মানুহৰ বাগিন্দ্ৰিয়ৰ বিভিন্নতা। প্ৰাচীন ভাৰতীয় আৰ্যভাষাৰ বৰ্ণ সমূহক স্বৰ আৰু ব্যঞ্জন —এই ভাবে ভাগ কৰা হৈছিল।

প্ৰথমতে স্বৰবৰ্ণ ৰ পৰিবৰ্তন আলোচনা কৰিলে দেখা যায় যে মধ্য ভাৰতীয় আৰ্যভাষাত এই সমূহৰ যথেষ্ট পৰিবৰ্তন সাধিত হৈছে।

১। ঋ কাৰ প্ৰাচীন ভাৰতীয় আৰ্যভাষাত এটা শক্তিশালী বৰ্ণ আছিল কিন্তু মধ্য ভাৰতীয় আৰ্যভাষাত এই বৰ্ণ একেবাৰে লোপ হৈছে আৰু তাৰ ঠাইত অন্য কিছুমান স্বৰবৰ্ণৰ প্ৰয়োগ হৈছে।

২। ঐ কাৰ আৰু ঔ কাৰৰ পালি আৰু প্ৰাকৃতত সম্পূৰ্ণ লুপ্ত হৈছে আৰু সিহঁতৰ ঠাইত এ ই বা ঈ ও আৰু উ হয়। (ঐ >এ ই বা ঈ ঔ>ও উ)।

৩। অ কাৰ আৰু আ কাৰৰ মাজত প্ৰাচীন ভাৰতীয় আৰ্যভাষাত যি পাৰ্থক্য আছিল মধ্যভাৰতীয় আৰ্যভাষাত সেই পাৰ্থক্য নাইকিয়া হৈছে।

৪। মধ্যভাৰতীয় আৰ্যভাষাত স্বৰৰ দীৰ্ঘত্ব আৰু হ্ৰস্বত্ব বহু পৰিমাণে পৰিবৰ্তিত হৈছে। উদাহৰণ স্বৰূপে যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী বৰ্ণ সদায় হ্ৰস্ব হয় আৰু সেই যুক্ত বৰ্ণ দুটাৰ এটা লোপ হলে পূৰ্ববৰ্তী হ্ৰস্বস্বৰ আকৌ দীৰ্ঘ হয়। অসমীয়া প্ৰভৃতি ভাষাৰ তদ্ভৱ শব্দসমূহ আলোচনা কৰিলে এই সত্য স্পষ্টভাবে প্ৰতীয়মান হয়। যেনে সং কাৰ্য > প্ৰা —কজ্জ > অস' কাজ। এই ৰকমৰ বৰ্ণ বোৰক Compensatary Vowel কোৱা হয়।

**ব্যঞ্জন ধ্বনি** প্ৰাচীন ভাৰতীয় আৰ্যভাষাৰ সমস্ত ব্যঞ্জন আলোচনা কৰিলে দেখা যায় যে যুক্ত আৰু অযুক্ত ব্যঞ্জনসমূহে মধ্যভাৰতীয় আৰ্য ভাষাত বিশেষ পৰিবৰ্তন লাভ কৰিছে।

১। তিনটা স কাৰৰ ঠাইত কেৱল মাত্ৰ স (কেতিযাবা শ) ত বাহিৰে সকলো বিলাক লোপ হৈছে। মধ্যভাৰতীয় আৰ্যভাষাৰ ই এটা চৰম বৈশিষ্ট্য।

২। স্বৰ মধ্যগত অনাদিস্থিত একক ব্যঞ্জন অল্পপ্ৰাণ হলে (ক গ চ জ ত দ প ব) লোপ হয় আৰু মহাপ্ৰাণ হলে (খ ঘ ছ ঝ থ ধ ফ ভ) প্ৰায়েই হ হয়।

। পদৰ আদিৰ যুক্ত ব্যঞ্জন ধ্বনিৰ এটাৰ লোপ অথবা স্বৰভক্তিৰ সহায়ত বিশ্লেষ অথবা সমীভৱনৰ কাৰণে যুগ্মধ্বনিত পৰিণত হয়।

**শব্দগত বৈশিষ্ট্য** ধ্বনিগত বৈশিষ্ট্যৰ উপৰিও প্ৰাচীন ভাৰতীয় আৰ্য ভাষাৰ শব্দগত পৰিবৰ্তনৰ বৈশিষ্ট্য লক্ষ্য কৰিলে দেখা যায় যে মধ্য ভাৰতীয় আৰ্যভাষাৰ শব্দ আৰু ধাতুৰ বিশেষ পৰিবৰ্তন হৈছে। ১। প্ৰাচীন ভাৰতীয় আৰ্যাভাষাত শব্দসমূহক প্ৰধানত পুং স্ত্ৰী আৰু ক্লীব লিঙ্গ—এই তিনি শ্ৰেণীত বিভক্ত কৰা হৈছিল। সেইভাবে প্ৰতি লিঙ্গৰ অন্তৰ্গত শব্দসমূহৰ আকৃতি অনুসৰি ৰূপায়ণ হয়। কিন্তু M I A ত প্ৰায় সকলো শব্দকে পুংলিঙ্গ আৰু স্ত্ৰীলিঙ্গত বিভক্ত কৰি সেইবোৰৰ ৰূপ সৰল কৰাৰ চেষ্টা কৰা হৈছে। যেনে সংস্কৃতত নৰ শব্দ আৰু মুনি শব্দ উভয়ে পুংলিঙ্গ হলেও আকৃতিৰ বৈশিষ্ট্যৰ হেতু দুয়োটা শব্দৰ ৰূপ সম্পূৰ্ণ পৃথক। কিন্তু প্ৰাকৃত আৰু পালিত বিভিন্ন আকৃতিৰ এই সকলো পুংলিঙ্গৰ একে নৰ শব্দৰ দৰে ৰূপ কৰা হয়। মধ্য ভাৰতীয় আৰ্যভাষাত নপুংসক লিঙ্গক পুংলিঙ্গত অন্তভু্ক্ত কৰা হৈছে।

২। ধাতুসমূহৰ আলোচনা কৰিলে দেখা যায় সমস্ত ধাতুৰূপৰ সংখ্যা প্ৰায় এক লক্ষ বুলি নিৰ্ধাৰিত হৈছে। এই এক লক্ষ ধাতুক সংস্কৃত বৈয়াকৰণিকসকলে মাত্ৰ দহেটো শ্ৰেণীত ভাগ কৰিছে। এই শ্ৰেণীসমূহক গণ বোলা হয়। কিন্তু M I A ত অৰ্থাৎ পালি আৰু প্ৰাকৃতত গণৰ পৰিমাণ হ্ৰাস কৰা হৈছে। সংস্কৃত ব্যাকৰণত এই সমস্ত ধাতুৰ নিজ নিজ গণৰ বৈশিষ্ট্য অনুযায়ী ৰূপ কৰা হয়। প্ৰাকৃত যুগত এই ধাতুসমূহে সেই বৈশিষ্ট্য পৰিত্যাগ কৰি কেৱল মাত্ৰ অকাৰন্ত ধাতুত পৰিণত হৈছে।

৩। সংস্কৃত ব্যাকৰণত কালসমূহ ( Tense ) ক সূক্ষ্মাতি সূক্ষ্মৰূপে বিভক্ত কৰি দহোটা কালত পৰিণত কৰা হৈছে। কিন্তু M A I ত তিনিটা স্বাভাৱিক কাল—বৰ্তমান অতীত আৰু ভৱিষ্যতৰ অস্তিত্বহে স্বীকাৰ কৰা হৈছে।

৪। M I A দ্বিবচনৰ লোপ হৈছে। একবচন আৰু বহুবচনেহে প্ৰাধান্য পাইছে।

৫। সমস্ত ধাতুসমূহক প্ৰাচীন ভাৰতীয় আৰ্যভাষাত ক্ৰিয়াৰ উদ্দেশ্য অনুযায়ী আত্মনেপদ আৰু পৰস্মৈপদ —এই দুই ভাগত বিভক্ত কৰা হৈছিল। কিন্তু M I A ত এই সকলে বিভা। লোপ কৰি দি সকলো ধাতুক কেৱল মাত্ৰ এটা বিভাগত পৰস্মৈপদ ত পৰ্যবসতি কৰা হ ল।

## প্ৰাকৃত বা মধ্য ভাৰতীয় আৰ্যভাষাৰ স্তৰ বিভাজন

আমাৰ ওপৰৰ আলোচনাৰপৰা বুজা গ ল যে বৈদিক কথ্য ভাষাৰ বিৱৰ্তনৰ ফল স্বৰূপে প্ৰাকৃত ভাষাৰ জন্ম। পণ্ডিতসকলে এই ভাষাৰ জন্মকাল খ্ৰীষ্টপূৰ্ব ৬ষ্ঠ শতিকা বুলি থিৰাং কৰিছে আৰু দশম শতিকা পৰ্যন্ত এই সুদীৰ্ঘকাল বিভিন্ন স্তৰৰ মাজেদি ক্ৰমবিকাশ লাভ কৰিছে। প্ৰাকৃত ভাষাই ক্ৰমবিকাশৰ পথত আগবাঢ়োতে সুস্পষ্ট তিনিটা স্তৰৰ মাজেদি আহি পৰিণতি লাভ কৰা দেখা যায়। সেই তিনিটা স্তৰ হ ল —

(ক) **প্ৰাচীন প্ৰাকৃত**—( **Old Prakrit or Pali** )

(খ) **মধ্য প্ৰাকৃত আৰু** (**Middle Prakrit** )

(গ) **অন্ত্য প্ৰাকৃত বা অপভ্ৰংশ** ( **Late Prakrit or Apavramsa** )

(ক) **প্ৰাচীন প্ৰাকৃত** ( Old Parkrit r Pali )

প্ৰাচীন প্ৰাকৃতৰ আনুমানিক স্থিতিকাল হৈছে খ্ৰীষ্টপূৰ্ব ৬ষ্ঠ শতিকাৰ খ্ৰীষ্টীয় প্ৰথম শতিকা। এই স্তৰৰ সাহিত্যিক নিদৰ্শন অশোকৰ অনুশাসন বোৰত চীনীয় তুৰ্কিস্থানত পোৱা নিয়া প্ৰাকৃত প্ৰত্নলিপিবোৰত হীনযান বৌদ্ধ ধৰ্মবাণীসমূহত আৰু অশ্বঘোষৰ প্ৰাচীন সংস্কৃত নাটকৰ মাজত পোৱা যায়। অশোকৰ অনুশাসনবোৰত পালিভাষাৰ বিভিন্ন আঞ্চলিক ৰূপ ব্যৱহাৰ হৈছে। পালি প্ৰাকৃতৰেই আদি ৰূপ। পালি শব্দৰ মূল ব্যুৎপত্তি ইযাৰ আদি স্থান আৰু বিভিন্ন বৈশিষ্ট্যসমূহ আমি পিছত আলোচনা কৰিম।

(খ) **মধ্য প্ৰাকৃত** ( M idl P k t )

মধ্য প্ৰাকৃতৰ আনুমানিক স্থিতি কাল হৈছে খ্ৰীষ্টীয় প্ৰথম শতিকাৰ পৰা ৬ষ্ঠ শতিকালৈকে। খ্ৰীষ্টীয় প্ৰথম তিনি শতাব্দীৰ প্ৰত্নলিপিত মহাৰাষ্ট্ৰী শৌৰসেনী অৰ্ধমাগধী মাগধী পৈশাচী আদি প্ৰাকৃত সাহিত্যত আৰু জৈন ধৰ্মগ্ৰন্থসমূহত মধ্য প্ৰাকৃত স্তৰ ভাষাৰ নিদৰ্শন পোৱা যায়। এই স্তৰত প্ৰাকৃত ভাষাই বিভিন্ন কাব্য নাটক আৰু ধৰ্ম শাস্ত্ৰৰ জৰিয়তে বিকাশ লাভ কৰিছিল। ৰাজশেখৰৰ কপূৰ মঞ্জৰী এই স্তৰৰ প্ৰাকৃত সাহিত্যৰ এখন উল্লেখযোগ্য নাটক ( সট্টক )। বিমল সুৰীৰ পউম চৰিঅ আৰু হৰিভদ্ৰৰ সমৰাইচ্চ কহা মধ্য প্ৰাকৃতৰ দুখন উল্লেখযোগ্য গ্ৰন্থ। সংস্কৃত নাটকৰ নাৰী আৰু নিম্নশ্ৰেণীৰ লোকসকলৰ ভাষা গাথা সপ্তশতী সেতুবন্ধ গৌডবহো প্ৰভৃতি কাব্যৰ ভাষা প্ৰাকৃত।

(গ) **অন্ত্য প্ৰাকৃত বা অপভ্ৰংশ**

প্ৰাকৃতৰ তৃতীয় স্তৰৰ নাম হল অন্ত্য প্ৰাকৃত বা অপভ্ৰংশ। অপভ্ৰংশ নামটো হেমচন্দ্ৰৰ প্ৰাকৃত ব্যাকৰণত পোৱা যায়। প্ৰাকৃত ভাষাৰ সৰ্ব প্ৰথম ব্যাকৰণ ৰৰৰুচিৰ প্ৰাকৃত প্ৰকাশত অপভ্ৰংশ নাম পোৱা নাযায়। গতিকে অপভ্ৰংশ নামটো অৰ্বাচীন আৰু প্ৰাকৃতৰ শেষ স্তৰ বুলি নিঃসন্দেহে কব পাৰি। ৰৰৰুচিৰ প্ৰাকৃত প্ৰকাশ খ্ৰীষ্টীয় ৪ৰ্থ ৫ম শতিকাৰ ৰচনা আনহাতে হেমচন্দ্ৰৰ প্ৰাকৃত ব্যাকৰণ ১ ১ শ শতিকাৰ ৰচনা। সেয়ে অপভ্ৰংশৰ উদ্ভৱ আনুমানিক খ্ৰীষ্টীয় ৬ষ্ঠ শতিকা বুলি ঠাৱৰ কৰিব পাৰি। পণ্ডিতসকলে অন্ত্য প্ৰাকৃত বা অপভ্ৰংশৰ স্থিতি কাল খ্ৰীষ্টীয় ৬ষ্ঠ

---

শ্ৰীভুবনেশ্বৰী বৈশ্য প্ৰাকৃত ভাষা সাহিত্য পৰিচয় পৃষ্ঠা ১

শতিকাৰপৰা দশম শতিকা বুলি উল্লেখ কৰিছে। গ্ৰীয়াৰ্চনে প্ৰাদেশিক প্ৰাকৃত আৰু আধুনিক কথ্য ভাষাৰ মধ্যবৰ্তী ভাষাৰ ৰূপ এটাক কল্পনা কৰি অপভ্ৰংশৰ সৃষ্টি কৰিছে। তেওঁৰ মতে প্ৰাকৃত>শৌৰসেনী>অপভ্ৰংশ> ব্ৰজভাষা ইত্যাদি। মুঠতে প্ৰাকৃতৰ অৰ্বাচীন ৰূপটোৱেই অপভ্ৰংশ আৰু আধুনিক ভাৰতীয় আৰ্যভাষাৰ অব্যৱহৃত পূৰ্ব অৱস্থা। গতিকে ইয়াৰ স্থিতিকাল খ্ৰীষ্টীয় ৬ষ্ঠৰপৰা দশম শতাব্দীৰ ভিতৰত। জৈন সাধু আৰু বৌদ্ধ তন্ত্ৰযানত অপভ্ৰংশ অবহট্‌ঠত সাহিত্যিক নিদৰ্শন আছে।

## পালি প্ৰাকৃত অপভ্ৰংশ

ব্যাপক অৰ্থত প্ৰাকৃত শব্দই সমগ্ৰ মধ্য ভাৰতীয় আৰ্যভাষাক (পালি প্ৰাকৃত আৰু অপভ্ৰংশ) বুজায়। প্ৰাকৃত আৰু সংস্কৃত উভয়েই প্ৰায় সমসাময়িকভাৱে বৈদিক সংস্কৃতৰপৰা উদ্ভৱ হৈছে। এই কথাৰ সমৰ্থনত গাইগাৰ (Geig r) চাহাৰ অভিমত প্ৰণিধানযোগ্য[৪]। সংস্কৃত ভাষাক পাণিনিয়ে ব্যাকৰণৰ সূত্ৰেৰে এনেভাৱে বান্ধি পেলালে যে সি পিছত আৰু পৰিবৰ্তন হ'বলৈ নাপালে। কিন্তু পালিভাষা লৌকিক ভাষা আৰু ইয়াক ব্যাকৰণৰ সূত্ৰেৰে সংস্কৃতৰ দৰে কটকটীয়াকৈ বন্ধা নহ'ল। সেই কাৰণে সি সময়ৰ সোঁতত পৰিবৰ্তনমুখী হৈ বেলেগ বেলেগ বৈশিষ্ট্যসম্পন্ন বিভিন্ন প্ৰাকৃত (মহাৰাষ্ট্ৰী সৌৰসেনী মাগধী আদি) আৰু পিছত অপভ্ৰংশসমূহৰ সৃষ্টি কৰে। ৰূপতত্ত্বৰ ফালৰপৰা পালি আৰু সংস্কৃতৰ মাজত ৰৰ বেছি প্ৰাৰ্থক্য নাই কিন্তু ধ্বনিতত্ত্বৰ ফালৰপৰা দুয়োৰো মাজত বৈসাদৃশ্য বহুতো আছে।

## আদি মধ্য ভাৰতীয় আৰ্যভাষা

(ক) **অশোকৰ অনুশাসন** অশোকৰ অনুশাসনৰ পৰা (খ্ৰীঃপূঃ তৃতীয় শতাব্দী) সেই সময়ৰ প্ৰধান উপভাষা চাৰিটাৰ পৰিচয় পোৱা যায়। সেই কেইটা হৈছে (১) উত্তৰ পশ্চিমা (শাহবাজগঢ়ী আৰু মানসেহৰা অনুশাসন) (২) দক্ষিণ-পশ্চিমা (গিৰ্ণাৰ অনুশাসন) (৩) প্ৰাচ্য মধ্যা (কালসী আৰু ক্ষুদ্ৰ অনুশসানসমূহ) আৰু (৪) প্ৰাচ্যা (ধৌলী আৰু জৌগড় অনুশাসন)।

---

P l h w ot b d re tly d ri d f m k t f t sh w mb f char ct ri t f t wh ch sugg t t cl se relat t V d c.

**উত্তৰ-পশ্চিমাৰ** প্ৰধান বিশেষত্ব হৈছে এইবিলাক —

১। ৰ—কাৰ আৰু স কাৰ যুক্ত ব্যঞ্জন ধ্বনিৰ স্থিতি যেনে — প্ৰিয় অস্তি ত্ৰিয়ক।

২। য—কাৰ যুক্তা ব্যঞ্জনধ্বনিৰ সমীভৱন হয় যেনে —কৰ্ত্তব্য > কট্টব্বো কল্যাণম্>কষণং = কল্লাণং

৩। শ আৰু ষ দুইটা ৰক্ষিত।

৪। স্ম স্ব ৰ ঠাইত স্প হয় যেনে —বিনীতস্মিন>বিনিতস্পি স্বামিকেন স্পামিকেন।

৫। ত্বা প্ৰত্যযৰ ঠাইত ত্বী প্ৰত্যয়ৰ ব্যৱহাৰ যেনে —দ্ৰশোত তিষ্ঠিতি।

**দক্ষিণ-পশ্চিমা** বৈদিক সংস্কৃতৰ প্ৰায় ওচৰ চপা। ইযাত প্ৰধান বৈশিষ্ট্য সমূহৰ ভিতৰত হল —

(১) শ স আৰু ষ—এই তিনি স কাৰৰ ঠাইৰ মাত্ৰ স ৰ প্ৰযোগ হে হয়।

(২) য ফলাযুক্ত ব্যঞ্জনৰ সমীভৱন।

(৩) ত্ব ত্ম ৰ ঠাইত ৎপ যেনে —আত্ম>আৎপ

(৪) প্ৰাকৃত সচৰাচৰ অয আৰু অব ৰ ঠাইত এ কাৰ আৰু ও কাৰ হয়। কিন্তু ইয়াত তাৰ ব্যতিক্ৰম হৈছে যেনে পূজযতি ভৱতি ইত্যাদি।

(৫) আত্মনেপদ কেতিযাবাহে ৰৈ গৈছে যেনে মঞ্চতে অনুবৰ্ত্তৰে।

(৬) অস্ ধাতুৰ অ কাৰ লোপ হোৱা নাই যেনে অস্=অস্স।>অস্যাৎ।

(৭) সপ্তমী স্মিন বিভক্তি অন্য উপভাষাত সি অথবা স্পি হয়। কিন্তু দক্ষিণ-পশ্চিমাত মহি হৈছে যেনে —তস্মিন্>তম্হি।

**প্ৰাচ্য মধ্যাৰ** বিশিষ্ট লক্ষণসমূহৰ ভিতৰত আছে—

(১) অ কাৰন্ত বিসৰ্গ এ -কাৰত পৰিণত হয।

(২) মধ্যবৰ্ত্তী ও কাৰ এ কাৰ হয় যেনে কৰোতি>কলেতি।

(৩) ৰ>ল আৰু কেতিযাবা কেতিযাবা শ য ৰো প্ৰয়োগ আছে।

(৪) পদৰ শেষৰ অ -কাৰ আ কাৰলৈ পৰিবৰ্তন হয়।

(৫) ৰ -কাৰ আৰু স' কাৰ যুক্ত ব্যঞ্জনধ্বনিৰ সমীভৱন যেনে — অস্তি>অথি সৰত্ৰ>সৱত্ত।

(৬) আদি আৰু স্বৰ মধ্যগত সংযুক্ত ব্যঞ্জন ধ্বনিৰ তলত দিয়া ধৰণে পৰিবৰ্তন হোৱা দেখা যায়।

ত্য>তিয যেনে অপত্য>অপতিয

ব্য>বিয যেনে কৰ্তব্য>কট্টবিয

দ্য>জ্জ (য্য) যেনে অদ্য>অজ্জ উদ্যান>উয্যান

ল্য>য্য যেনে কল্যাণ>কয্যাণ

ত্য>চ্চ যেনে সত্য>সচ্চ

স্ম ষ্ম>প ফ যেনে তস্মাৎ>তপফা

ক্ষ>কৃথ যেনে চক্ষু>চকৃথ

(৭) ভ হলৈ পৰিবৰ্তন হোৱা দেখা যায় যেনে ভবতি>হোতি

(৮) আত্মনে পদ শানচ প্ৰত্যয়ৰ লোপ নহয়।

প্ৰাচ্যৰ বৈশিষ্ট্যসমূহ মধ্য-প্ৰাচ্যৰ লগত প্ৰায় একে যেনে —পদান্ত অ কাৰ যুক্ত বিসৰ্গৰ এ কাৰলৈ পৰিবৰ্তন হয়। পদমধ্যবৰ্তী ও>এ শ ষ>স ৰ>ল ইত্যাদি। ইয়াৰ উপৰি প্ৰাচ্যৰ স্বাতন্ত্ৰ্য বৈশিষ্ট্য হল—উত্তম পুৰুষৰ সৰ্বনামত প্ৰথমাৰ একবচন হকং হয়।

ভাৰতীয় আৰ্য ভাষাৰ ক্ৰমবিকাশৰ অধ্যয়নত অশোকৰ অনুশাসনসমূহৰ ঐতিহাসিক অবদান অতি গুৰুত্বপূৰ্ণ।

## (খ) সুতনুকা প্ৰত্নলিপি

ভাৰতীয় আৰ্যভাষাৰ ক্ৰমবিৱৰ্তন আৰু বিকাশৰ গতি নিৰ্ণয় কৰিবলৈ গৱেষক পণ্ডিতসকলৰ কাৰণে সুতনুকা প্ৰত্নলিপিও কম মূল্যবান নহয়। অশোকৰ অনুশাসনৰ প্ৰায় সমসাময়িক বুলি অনুমান কৰা ৰামগড় পাহাৰৰ যোগীমাৰা গুহাত খোদিত প্ৰত্নলিপিটোৰ প্ৰথম শব্দ শুতনুক ৰ পৰা সুতনুকা প্ৰত্নলিপি নামে উল্লেখিত হৈছে বুলি ড° সুকুমাৰ সেনে ভাষাৰ ইতিবৃত্ত গ্ৰন্থত উল্লেখ কৰিছে। অশোকৰ অনুশাসন ৰ ভাষা প্ৰাচ্য'ৰ লগত সুত নুকা প্ৰত্নলিপিৰ প্ৰাচ্য ভাষাৰ মাজত থকা বৈসাদৃশ্য মন কৰিবলগীয়া কথা। অশোকৰ অনুশাসন'ৰ প্ৰাচ্য ভাষাৰ তুলনাত সুতনুকা প্ৰত্নলিপিৰ প্ৰাচ্য ভাষাৰ বিশেষত্ব হল স ষ-ৰ ঠাইত শ ৰ ব্যৱহাৰ এই নিয়ম আমি পিছৰ মাগধীত প্ৰয়োগ থকা দেখিবলৈ পাওঁ। সেই কাৰণেই বোধহয় ড° সুনীতি কুমাৰ চট্টোপাধ্যায়ে সুতনুকা প্ৰত্নলিপিক মাগধীৰ সৰ্বপ্ৰাচীন নিদৰ্শন বুলি উল্লেখ কৰিছে। তিনিশাৰীৰ এই প্ৰত্নলিপিটো এনে ধৰণৰ

সুতনুক নাম দেবদশিকি
তং কময়িথ বলনশেযে
দেবদিনে নম লুপদখে।

অৰ্থাৎ সুতনক নামৰ দেবদাসীক বাৰানসীৰ দেবদিন নামে ৰূপদক্ষই কামনা কৰিছিল।

## (গ) খাৰবেলৰ অনুশাসন

অশোকৰ দৰে কলিঙ্গৰ ৰজা খাৰবেলেও জৈন ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে উৰিষ্যাৰ ভুবনেশ্বৰৰ ওচৰত থকা উদযগিৰি পাহাৰৰ এটা গুহাত শিলালিপি খোদিত কৰাইছিল। খাৰবেল খ্ৰী পূ প্ৰথম শতাব্দীৰ ৰজা। এই শিলালিপিত সমসাময়িক কথিত ভাষাৰ মাৰ্জিত ৰূপৰ চানেকি পোৱা যায়। ব্ৰাহ্মীলিপত লিখা এই শিলালিপিৰ ভাষাই প্ৰাকৃত ভাষাৰ আৰু সংস্কৃত ভাষাৰ লগত সাদৃশ্য নিৰ্দেশ কৰাৰ উপৰিও পিছৰ সাহিত্যিক প্ৰাকৃতিবো লক্ষণ বহন কৰিছে। তলত ইয়াৰ নমুনা দাঙি ধৰা হ ল

নমো অৰহংতান নমো সবসিধানং। অইৰেন
মহাৰাজেন মহামেঘবাহনেন চেতিৰাজবংশ বধনেন
পসথসুভ লখনেন চতুৰন্তলুণ্ঠনগুন উপিতেন
কলিংগাধিপতিনা সিৰি খাৰবেলেন পন্দৰস বসানি
সিৰিকডাৰ সৰীৰবতা কীডিতা কুমাৰকীডিকা।
ততো লেখৰূপ গণনা ববহাৰবিধি বিসাৰদেন সৰবিজাবদাতেন
নব বসানি যোৰৰজং পসাসিতং।

আমি আগতে উল্লেখ কৰি আহিছোঁ যে সেই সময়ত সংস্কৃত সব সাধাৰণৰ কথিত বা বোধগম্য ভাষা নাছিল তাক মাত্ৰ শাস্ত্ৰাদি আলোচনা কৰা বা কাব্যাদি ৰচনা কৰাতহে ব্যৱহাৰ কৰা হৈছিল। আনহাতে অশোক কণিষ্ক আইবা খাৰবেল আদি ৰজাসকলে সৰ্বসাধাৰণৰ মাজত ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে তেওঁলোকে সহজে বুজিব পৰাকৈ অনুশাসনবোৰ প্ৰস্তুত কৰিছিল। গতিকে এই ৰজাসকলে যিমানবোৰ অনুশাসন তৈয়াৰ কৰিছিল সেইবোৰৰ ভাষা সংস্কৃত নহৈ সাধাৰণৰ কথিত ভাষা মধ্যভাৰতীয় আৰ্যভাষাহে হৈছিল। কিন্তু কেইবা শতিকাও বাগৰি যোৱাৰ পিছত মধ্য ভাৰতীয় আৰ্যভাষাই যেতিয়া প্ৰাদেশিক বা আঞ্চলিক ভাষাসমূহৰ দ্বাৰা প্ৰভাৱান্বিত হ ল তেতিয়া এক

অঞ্চলৰ ভাষা আন এক অঞ্চলৰ কাৰণে কঠিন হৈ পৰিল। তেতিয়া আকৌ সকলোৰে উমৈহতীয়া ভাষা সংস্কৃত ভাষাৰ প্ৰচলন হব ধৰিলে। সেই কাৰণে খ্ৰীষ্টীয় দ্বিতীয় শতাব্দীৰ পিছৰ প্ৰত্নলিপিসমূহৰ প্ৰায়বোৰোতেই সংস্কৃত ভাষা ব্যৱহাৰ কৰা হৈছে। যি দুই চাৰিখন প্ৰাকৃত প্ৰত্নলিপি আছে তাতো সংস্কৃতৰ প্ৰভাৱ স্পষ্ট।

---

## প্ৰথম অধ্যায

# পালি

### পালি ভাষাৰ উৎপত্তি আৰু পালিনামৰ অৰ্থ

আমি আগতে আলোচনা কৰি আহিছোঁ যে বৈদিক ভাষাৰ পৰিবৰ্তিত ৰূপক সামগ্ৰিকভাবে প্ৰাকৃত বুলি কোৱা হয় আৰু পালিক এই প্ৰাকৃতৰ সৰ্ব প্ৰথম স্তৰ বা আদি স্তৰ বুলি কোৱা হয়। গতিকে পালি আদি-প্ৰাকৃতৰ ওপৰত ভিত্তি কৰি গঢ লৈ উঠা এক ধৰ্মীয় সাহিত্যৰ ভাষা। বৌদ্ধ ধৰ্ম প্ৰচাৰৰ বাহক হিছাপে ই বৌদ্ধ ধৰ্মৰ অভ্যুদয়ৰ সময়ত শক্তিশালী হৈ পৰে। ই প্ৰথম অৱস্থাত লৌকিক ভাষা ৰূপেই প্ৰচলিত আছিল পিছত এই ভাষাতেই সাহিত্য ৰচিত হবলৈ ধৰাত ই সাহিত্যিক ভাষাৰূপে পৰিগণিত হয়। সাহিত্যিক ৰূপ পোৱাৰ লগে লগে বৈযাকৰণিকসকলে ইযাক ব্যাকৰণৰ শাসনলৈ আনি পদ মৰ্যদা বৃদ্ধি কৰে।

**পালি ভাষাক পালি কিয় কোৱা হল**—এই সম্বন্ধে বিভিন্ন পণ্ডিতে বিভিন্ন মত দাঙি ধৰিছে। অমৰকোষত পালি শব্দৰ অৰ্থ পংক্তি বুলি নিৰ্দেশ কৰা আছে। পূৰ্বাচাৰ্যসকলে ধৰ্ম শাস্ত্ৰৰ কোনো অক্ষৰ পংক্তি বা বচন বুজাবলৈ পালি শব্দকে ব্যৱহাৰ কৰিছিল। সংস্কৃততো এনেকুৱা প্ৰযোগ নোহোৱা নহয। কেতিযাবা আকৌ মূল গ্ৰন্থ বুজাবৰ নিমিত্তেও সংস্কৃত সাহিত্যত তথাচ মূত্ৰ পংক্তি —এইদৰে পংক্তি শব্দ ব্যৱহাৰ কৰা দেখা যায়। বৌদ্ধ সাহিত্যতো সেইদৰে মূল গ্ৰন্থ বুজাবৰ নিমিত্তে পালি শব্দ ব্যৱহাৰ কৰা হৈছিল। বৌদ্ধ সাহিত্যত প্ৰথম অৱস্থাত পালি বুলিলে কেৱল মাত্ৰ ত্ৰিপটকবোৰকহে বুজাইছিল। ত্ৰিপটক হল বুদ্ধদেৱৰ ধৰ্মমূ বাণীসমূহ। প্ৰথম অৱস্থাত ই মানুহৰ মুখে মুখে চলি আহিছিল আৰু

পিছত ইয়াক পালিত লিপিবদ্ধ কৰা হয়। লাহে লাহে এই ত্রিপিটকবোৰৰ লগত সম্বন্ধ থকা আটইবোৰ গ্রন্থকেই পালি বুলি অভিহিত কৰা হ'ল আৰু যিবোৰ ৰচনা ত্রিপটকৰ লগত সম্বন্ধ নাই সেইবোৰক কেৱল গ্রন্থ বোলা হ'ল। ক্রমান্বয়ে মূল গ্রন্থ পালি যি ভাষাত এই পালি গ্রন্থসমূহ লেখা হৈছিল তাকো পৰিবৰ্তিত কালত পালি বুলি অভিহিত কৰিবলৈ ধৰিলে আৰু শেষত গৈ ত্রিপটকৰ লগত সম্বন্ধ নথকা কিন্তু পালি ভাষাত লিখা আন আন গ্রন্থকো পালি বুলি কোৱা হ'ল।

অথচ পালিক কিয় পালি কোৱা হ'ল ইয়াৰ ব্যুৎপত্তি এইদৰে নকৈ বেলেগ বেলেগ পণ্ডিতে বেলেগ বেলেগ ধৰণে ব্যাখ্যা কৰিব খোজে। এখন ব্যাকৰণত আছে— সদ্দাথং পালেতীতি পালি অৰ্থাৎ শব্দ আৰু অৰ্থক পালন কৰে বুলি তাৰ নাম পালি। কিন্তু ই ব্যকৰণ ৰচকৰ কল্পনাৰ বিলাসৰ বাহিৰে আন কোনো যুক্তি নাই।

আকৌ কিছুমানে কয় মগধত বিপুলভাৱে বৌদ্ধধৰ্ম প্রচাৰিত হয় আৰু মগধৰ ৰাজধানী আছিল পাটলিপুত্র গতিকে পাটলিপুত্রৰ ভাষাত যে বৌদ্ধ ধৰ্ম প্রচাৰ হৈছিল সি তেনেই স্বাভাৱিক। পাটলিপুত্রৰ সেই কালৰ ভাষাৰেই নাম পালি ভাষা। পাটলি>পালি—পাটলিৰপৰা এইদৰে পালি শব্দৰ উৎপত্তি হবও পাৰে। কিন্তু এই মতো যুক্তি সংগত নহয় যেন বোধ হয়। মগধৰ ভিতৰত পাটলিপুত্র হে সমৃদ্ধশালী আছিল তাত অলপো সন্দেহ নাই কিন্তু নগৰ বিশেষ বা ব্যক্তি বিশেষৰ নামেৰে এটা ভাষাৰ নাম হোৱাৰ উদাহৰণ নাই। সাধাৰণতে দেশ বা জনপদৰ নামেৰেই ভাষাৰ নাম হয়।

কোনো কোনোৱে কৈছে যে পালি আৰু প্রাকৃত গ্রাম্য ভাষা। পালি মানে গাঁওৰ পৰা এই ভাষাটো আহিছে। পল্লী নাম ভাষা পালী। ব্যাকৰণৰ ফালৰ পৰা ই সম্ভৱ হলেও কাৰ্যক্ষেত্রত ই অসম্ভৱ। পল্লী শব্দৰ অৰ্থ পাৰা আৰু পাৰাৰ ভাষা বা গাওঁৰ ভাষাই পালি বুলি তেওঁলোকে যি যুক্তি আগ বঢাইছে সি দুটা কাৰণত অসম্ভৱ। প্রথম পাৰা বা গাওঁৰ ভাষাৰে এই ভাষাৰ নাম হব নোৱাৰে। দ্বিতীয়তে পল্লী শব্দৰ পাৰা অৰ্থ বহু অৰ্বাচীন।

বিধুশেখৰ ভট্টাচাৰ্যদেৱে তেখেতৰ পালি প্রকাশ ত তামিল পল্লী শব্দৰ পৰা পালি শব্দটো আহিব পাৰে বুলি যুক্তি আগবঢাইছে। কিন্তু তামিল পল্লি শব্দৰ অৰ্থৰ লগত পালি'ৰ কোনো মিল দেখা নাযায়।

সেই বাবে যুক্তি যুক্ত ব্যুৎপত্তি পোৱা নগলেও পংক্তি অৰ্থত সংস্কৃত আৰু পালি উভয় ভাষাতেই যিহেতু পালি শব্দ পোৱা যায় গতিকে ই এটি অব্যুৎপন্ন পদ বুলি গণ্য কৰিব পাৰি। এনেকুৱা ব্যুৎপত্তি নথকা শব্দ সংস্কৃতত বহু পোৱা যায়।

পালি শব্দটো বৰ বেছি প্ৰাচীন নহয়। ত্ৰিপটকসমূহত ইযাক পোৱা নাযায়। বুদ্ধঘোষৰ অথ-কথা ত প্ৰথমে ইযাক পোৱা যায়। বুদ্ধদেৱৰ বচন সমূহৰ নাম পূৰ্বতে ধৰ্ম আৰু বিনয় হে আছিল পিছতহে এইবোৰে ত্ৰিপটক নাম ধাৰণ কৰে। ধৰ্ম আৰু বিনয় সমূহত পালিত শব্দৰ উল্লেখ নাই।

পালি ভাষাৰ অন্য এটি নাম হৈছে তান্তি বা তন্তি ভাষা। তন্তি (সং তন্ত্ৰি বা তন্ত্ৰী) শব্দই প্ৰথম অৱস্থাত ঠিক পালি শব্দৰ দৰে মূল শাস্ত্ৰকেই (তন্তি সূত্ৰ) বুজাইছিল। সংস্কৃত তন্ত্ৰি বা তন্ত্ৰী শব্দই সূত্ৰক বুজায়। এই সংস্কৃত সূত্ৰ শব্দযো ব্যাসাদি প্ৰাণীত ব্ৰহ্ম প্ৰভৃতি বিষয়ক বাক্যাৱলী বা গ্ৰন্থক বুজায়। এইদৰে বুদ্ধদেৱৰ অনবদ্য বাক্যসমূহ প্ৰথমতে তন্তি বা সূত্ৰ এই উভয় নামেৰেই প্ৰচলিত আছিল। অনুমান কৰিব পাৰি যে প্ৰথমে তন্তি শব্দই প্ৰচলিত আছিল আৰু শেষত ব্ৰাহ্মণসকলৰ প্ৰভাৱত তাৰ নাম সূত্ৰ (সুত্ত) হয়। পালিৰ দৰেই তন্তি শব্দযো পংক্তিক বুজায়। গতিকে পালি শব্দই যে পংক্তিকে বুজায় তাক সহজে অনুমান কৰিব পাৰি।

## পালিৰ জন্মস্থান

বৌদ্ধ ধৰ্ম আৰু দৰ্শনৰ বিভিন্ন দিশলৈ যিবোৰ সাহিত্য ৰচিত হৈছিল সেইবোৰৰ ভাষা আছিল প্ৰধানকৈ পালি। প্ৰবাদ আছে বুদ্ধদেৱে হেনো তেওঁৰ ধৰ্মমত প্ৰচাৰ কৰিছিল মাগধী প্ৰাকৃত ভাষাৰ সাহিত্যৰ মাধ্যমেৰে। কিন্তু মাগধী প্ৰাকৃতৰ লগত পালি ভাষাৰ বৈসাদৃশ্য ইমান বেছি যে একমাত্ৰ মাগধী প্ৰাকৃতকে পালি ভাষাৰ উৎস বুলি ভাবিবৰ স্থল নাথাকে। পালিৰ উৎপত্তি আৰু উদ্ভৱৰ স্থল সম্পৰ্কে হোৱা বিতৰ্কই এই ভাষাৰ আলোচনাক জটিল কৰি তুলিছে। গতিকে প্ৰথমে কোনো কোনো বিশেষ মতক অৱলম্বন নকৰি প্ৰাচ্য প্ৰতীচ্যৰ বিভিন্ন ভাষাতত্ত্ববিদ সকলৰ মতসমূহকে দাঙি ধৰা উচিত হব। সাধাৰণভাবে দেখা এই বিষয়ে চাৰিটা প্ৰচলিত মত আছে।

প্ৰথম মতানুসাৰে পালিৰ মূল মাগধী প্ৰাকৃত আৰু মগধেই ইয়াৰ জন্মস্থান। দ্বিতীয় দলৰ মতে পালিৰ উৎস মধ্যপ্ৰদেশৰ শৌৰসেনী প্ৰাকৃত আৰু মধ্য প্ৰদেশেই তাৰ উৎপত্তি। তৃতীয় দলৰ মতে উৰিষ্যা পালিৰ জন্মস্থান। চতুৰ্থ মতাৱলম্বীসকলৰ বিশ্বাস যে পালি পৈশাচী প্ৰাকৃতৰ লগতহে মূলত সম্পৰ্ক আৰু কোশল ৰাজ্য ইয়াৰ জন্মস্থান। এই মতবোৰ পৰস্পৰবিৰোধী। তলত আমি এই চাৰিটা মতবাদৰ বিভিন্ন প্ৰবক্তাসকলৰ মন্তব্য দাঙি ধৰিলোঁ।

**প্ৰথম মতবাদ** (ক) সিংহলী পণ্ডিত সকলৰ মতে বুদ্ধদেৱৰ কথিত ভাষা আছিল মাগধী প্ৰাকৃতৰেই এটা বিশেষ গ্ৰাম্যৰূপ আৰু সিয়েই পালি। তেওঁলোকৰ মতে এই পালি ভাষা উত্তৰ ভাৰতৰ ভাষাসমূহৰ আধাৰ স্বৰূপ আছিল।

(খ) পালি অভিধান ৰচোঁতা আৰ চি চাইল্ডাৰ্সৰ মতে পালি আৰু মাগধী প্ৰাকৃত অভিন্ন আৰু ই বেছি প্ৰাচীন।

(গ) গ্ৰীয়াছন আৰু Windicheৰ অভিমত এই যে যিহেতু পালি কোনো প্ৰস্তৰলিপিত পোৱা নাযায় গতিকে অনুমান হয় বহুদিন আগতেই কোনো বিশেষ স্থানৰ কথ্য ভাষা ৰূপে পালিৰ ব্যৱহাৰ লোপ পায়। সেইকাৰণে পালি ভাষাই তাৰ আঞ্চলিক বিশেষ বিশেষ লক্ষণসমূহ পৰিত্যাগ কৰি নতুন সাহিত্যিক ভাষাৰূপে প্ৰয়োগ হৈছিল আৰু যদিও মূলৰ লগত থকা সাদৃশ্য অনেক লুপ্ত হৈছে তথাপি অনুমান হয় মাগধীয়েই পালি ভাষাৰ মূল।

(ঘ) ড সুকুমাৰ সেনৰ মতে দক্ষিণ পশ্চিমা আৰু প্ৰাচ্য মধ্যাৰ মিশ্ৰণত গঢ় লৈ উঠা পালি সম্পূৰ্ণ ধৰ্ম সাহিত্যৰ ভাষা।

**দ্বিতীয় মতাবাদ** (ক) জাৰ্মান পণ্ডিত Otto Franke এ তেওঁৰ পালি আৰু সংস্কৃত সম্পৰ্কীয় নিবন্ধত পালিৰ জন্মস্থান সম্পৰ্কে আলোচনা কৰি কৈছে যে পালিৰ যিবোৰ প্ৰস্তৰলিপিৰ সাদৃশ্য আছে সেইবোৰৰ কোনো টোয়েই খৰোষ্ঠী বা প্ৰাচ্যমাগধী লিপি নহয়। দক্ষিণীলিপি বা ভাষাৰ লগতো তাৰ সাদৃশ্য পোৱা টান। গতিকে পালিৰ জন্মস্থান মধ্যদেশীয় উজ্জয়িনী অঞ্চল বা তাৰ ওচৰৰ কোনো অঞ্চল হব।

(খ) আন দুগৰাকী বিখ্যাত জাৰ্মান পণ্ডিত ওৱেষ্টাৰ গাৰ্ড আৰু কুনে পালিক উজ্জয়িনীৰ প্ৰাকৃত ভাষাৰপৰা উদ্ভৱ হোৱা বুলি মন্তব্য প্ৰকাশ

কৰিছে। কাৰণ অশোকৰ গিৰ্ণাৰ অনুশাসনৰ লিপিৰ লগত পালিৰ সাদৃশ্য তেওঁ লক্ষ্য কৰিছে।

(গ) ড: সুনীতি কুমাৰ চট্টোপাধ্যায়ে পালিৰ ধ্বনিতত্ত্ব আৰু ৰূপতত্ত্বৰ বিচাৰ কৰি অনুমান কৰে যে পালি মধ্যদেশীয় শৌৰসেনীয়া প্ৰাকৃতৰ ওপৰত নিৰ্ভৰ কৰি গঢ় লৈ উঠা ভাষা যদিও তাত সামান্যভাবে মাগধীৰ মিশ্ৰণ নোহোৱা নহয়।

**তৃতীয় মতবাদ** (ক) ওল্ডেনবাৰ্গে বিনয় পিটিক ৰ সম্পাদনাৰ ভূমিকাত লেখিছে—যে পালিৰ উৎপত্তি উৰিষ্যা। কাৰণ উৰিষ্যাৰ খাৰবেল অনুশাসনৰ লগত পালিৰ সাদৃশ্য নিকটতম্।

(খ) ই মূলাৰে তেওঁৰ পালি ব্যাকৰণ ত ড ওল্ডেনবাৰ্গকে সমৰ্থন কৰি কৈছে যে বোধহয় সিংহললৈ যি সকলে যাত্ৰা কৰিছিল সেইসকলে কলিঙ্গৰ পৰাই যাত্ৰা কৰিছিল আৰু এই অঞ্চলৰ সংস্কৃতি ভাৰতৰ বাহিৰতো প্ৰচাৰ কৰিছিল।

**চতুৰ্থ মতবাদ** (ক) ড ৰীজ ডেভিচ আৰু Sten Kenow প্ৰভৃতি ইউৰোপীয় পণ্ডিতসকলে অনুমান কৰে যে পালি কোশল ৰাজ্যৰ শ্ৰাৱস্তী পুৰৰ স্থানীয় কথ্যভাষাক আশ্ৰয় কৰি গঢ় লৈ উঠিছে। সেই কথ্যভাষা সাধাৰণতে বণিক শ্ৰেণীৰ মাজত প্ৰচলিত আছিল। পালি তাৰেই সাহিত্যিক ৰূপ।

ওপৰৰ মতবাদসমূহ অনুধাৱন কৰিলে এটা স্পষ্ট হৈ ওলাই পৰে যে এওঁলোকৰ সকলোয়ে মাত্ৰ পালি ভাষাকেই বিশ্লেষণ কৰিছে অথচ কেনে অৱস্থাত কি পৰিস্থিতিত পালিৰ উৎপত্তি তাৰ সবিশেষ বিচাৰৰ পৰা আঁতৰি আছে। কেৱলমাত্ৰ ভাষাৰ বিচাৰ কৰিলেই পালিৰ জন্মস্থানৰ সমস্যাৰ সমাধান কৰিব নোৱাৰি বৌদ্ধ সন্ন্যাসীসকলৰ জীৱনযাপন প্ৰণালী আৰু তেওঁলোকে কি হিচাপে পালিভাষাৰ সৃষ্টি কৰিলে আৰু তাৰ সাহিত্যিক ৰূপ দিলে তাকো অনুধাৱন কৰিব লাগিব।

পালিৰ জন্মস্থানৰ অধ্যয়নত প্ৰথমে জনা দৰকাৰ যে বুদ্ধদেৱৰ সময়ত ভাৰতবৰ্ষত বিভিন্ন ভাষাৰ অৱস্থা কি ধৰণৰ আছিল। পালি ভাষাৰ জন্ম স্থান জানিবলৈ হলে সেই বিষয়েও আলোচনা কৰাৰ প্ৰয়োজন। আৰ্য সভ্যতাই সেই সময়ত বিস্তাৰ লাভ কৰিছিল আৰু সেই কাৰণে প্ৰাচীন ভাৰতীয় আৰ্য ভাষাৰো কিছুমান বিশেষ বিশেষ বৈশিষ্ট্য উদ্ভৱ ভাৰতত

বেছ প্ৰচলন হৈছিল। কিন্তু আৰ্য ভাষাৰ এই বিস্তাৰ লাভৰ ফলত তাৰ ব্যাকৰণো শিথিল হবলৈ আৰম্ভ কৰে। এই ক্ষেত্ৰত আৰ্যভিন্ন ভাষাৰ প্ৰভাৱেই অধিক দায়ী। এই ধৰণৰ মিশ্ৰণৰ ফলত আঞ্চলিক কথ্য ভাষাসমূহ বিভিন্ন প্ৰাকৃত ৰূপত প্ৰাচীন আৰ্য ভাষাৰ পৰা উদ্ভৱ হোৱাৰ সম্ভাৱণাও একেবাৰে দূৰ কৰিব নোৱাৰি আৰু গুণ আৰু লক্ষণ অনুসাৰে প্ৰাকৃত ভাষাৰ চাৰিটা বিভাগৰ সৃষ্টি হৈছে বুলি এটাদলৰ পণ্ডিত চামে ভাবে। সেই চাৰিটা বিভাগ হ'ল উত্তৰ প্ৰাকৃত পশ্চিম প্ৰাকৃত মধ্য প্ৰাকৃত আৰু পূৰ্ব প্ৰাকৃত।

বৌদ্ধ ভিক্ষুসংঘসমূহৰ নিয়ম অনুসাৰে ব্ৰাহ্মণ আৰু উপনিষদৰ ভাষা অৰ্থাৎ ছান্দস ব্যৱহাৰ নিসিদ্ধ। গতিকে পালি সেইসময়ৰ প্ৰচলিত লোক ভাষাৰ পৰাই জন্মলাভ কৰিছে।

অশোকৰ পুত্ৰ মহেন্দ্ৰ আৰু জীয়েক সংঘমিত্ৰাই বৌদ্ধসন্ন্যাসী সকলৰ জৰিয়তে পালি শাস্ত্ৰ প্ৰচাৰ কৰে এইকথা ঐতিহাসিক সত্য। এই বৌদ্ধ সন্ন্যাসী সকলেই প্ৰকৃতপক্ষে পালিৰ মূল সংৰক্ষক। মহেন্দ্ৰ আৰু তেওঁৰ সঙ্গী সন্ন্যাসীসকল আছিল উজ্জয়িনীৰ অধিবাসী। গতিকে মধ্যদেশৰ কথিত ভাষাৰ লগত পালিৰ সম্পৰ্ক থকা সম্ভৱ যেন বোধ হয়। কিন্তু আনহাতে বৌদ্ধ সকলৰ শাস্ত্ৰ তিপিটক (ত্ৰিপিটক) নিশ্চয় মগধৰ বৌদ্ধ অধিবেশনৰ মাজতেই আবদ্ধ আছিল। ইয়াৰ বাহিৰে কোনো পুথিয়েই বৌদ্ধ মণ্ডলীৰ দ্বাৰা অনুমোদিত নোহোৱাকৈ গৃহীত হোৱা নাছিল। গতিকে অশোকৰ সময়ত তেওঁৰ অনুমোদিত নোহোৱাকৈ আৱন্তী ভাষাত তাৰ অনুবাদ নিত্যান্তই অসম্ভৱ যেন লাগে। তাৰ উপৰিও বৌদ্ধ ধৰ্ম মণ্ডলী বৌদ্ধ শাস্ত্ৰৰ পৰিবৰ্তনৰ ঘোৰ বিৰোধী আছিল। গতিকে এই সমস্যা একমাত্ৰ বৌদ্ধ মণ্ডলীৰ ভাষাৰ দ্বাৰাই নিষ্পন্ন হব পাৰে। বুদ্ধদেৱে সমগ্ৰ উত্তৰ ভাৰতত‌েই ধৰ্ম প্ৰচাৰ কৰিছিল আৰু ধৰ্ম শিক্ষাৰ কাৰণে কাশী কোশল মৎস্য সুৰসেন অৱন্তী প্ৰভৃতি ঠাইত বৌদ্ধ শিক্ষাৰ কেন্দ্ৰ স্থান গঢ়ি উঠিছিল। এঠাইৰ লগত আন ঠাইৰ সংযোগ ৰক্ষা কৰা তেতিয়াও বিশেষ কঠিন নাছিল। কাৰণ দেশৰ সকলোতে সেই সময়ত বাণিজ্য পথৰ সুচল ব্যৱস্থা আছিল।

বুদ্ধদেৱ জীৱিত থকা কালত বা তেওঁৰ পৰলোক প্ৰাপ্তিৰ কিছুকাল পিছতো এই শিক্ষা কেন্দ্ৰবিলাক দ্ৰুতভাৱে বৃদ্ধি পাইছিল আৰু ভাৰতৰ বিভিন্ন ঠাইৰ পৰা বিভিন্ন ভাষা ভাষীৰ সন্ন্যাসী সেই শিক্ষাকেন্দ্ৰ সমূহলৈ

আহিছিল। ইয়াৰ উপৰিও বিভিন্ন ঠাইত উদ্‌যাপিত হোৱা গণতান্ত্ৰিক উৎসৱ সমূহতো বৌদ্ধ সন্ন্যাসীসমূহে যোগদান কৰিব লাগিছিল। গতিকে তেওঁলোকৰ মাজত পৰস্পৰৰ ভাব প্ৰকাশ কৰিবলৈ এটা উমৈহতীয়া ভাষাৰ সোনকালে সৃষ্টি হয়। সেই ভাষাই ভাৰতৰ বিভিন্ন অঞ্চলৰ কথিত ভাষাৰ প্ৰভাব লাভ কৰি এটা নতুন ঠগত থিয় দি উঠে। এইদৰে নতুন ৰূপত গঢ় লৈ উঠা ভাষাটোৱেই সম্ভৱ পালি ভাষা।

মহেন্দ্ৰৰ বিদেশলৈ যাত্ৰাৰ আগে আগে তিনিটা বৌদ্ধ অধিবেশন হৈ যায়। প্ৰথমটো ৰাজগৃহত বুদ্ধদেৱৰ পৰলোক প্ৰাপ্তিৰ পিছতে। তাত প্ৰথমে তেওঁৰ উপদেশসমূহ সংগৃীত হয়। এই অধিবেশনত ভাৰতৰ বিভিন্ন অঞ্চলৰ পৰা অহা বৌদ্ধ পণ্ডিত আৰু সন্ন্যাসী সকল গোট খাইছিল। গতিকে এই অধিবেশনত হোৱা আলোচনা সমূহৰ ভাষা মিশ্ৰিত আৰু সাহিত্যিক ভাষাৰ নামেই পালি।

ইয়াৰ এশ বছৰ পিছত বৈশালী নগৰত দ্বিতীয় অধিবেশন বহে। এই অধিবেশনত মূল শাস্ত্ৰৰ কোনো পৰিবৰ্তন হোৱা নাছিল। তৃতীয় অধিবেশনখন অনুষ্ঠিত হয় অশোকৰ ৰাজত্বকাল পাটলিপুত্ৰত। এই অধিবেশনতেই বুদ্ধ দেৱৰ উপদেশসমূহক বিশুদ্ধ ৰূপ দিয়াৰ চেষ্টা কৰা হয় আৰু ত্ৰিপিটকৰ তৃতীয় ত্ৰিপিটক যুক্ত কৰা হয়। ইতিমধ্যে অধিবেশন সমূহৰ জৰিয়তে ৰূপ লোৱা পালি ভাষাই এক সুস্থ সাহিত্যিক ৰূপ লাভ কৰে। এই পৰিবৰ্তিত আৰু নবনিৰ্মিত শাস্ত্ৰকেই মহেন্দ্ৰই সিংহলত প্ৰচাৰ কৰিছিল। এই সমস্ত অধিবেশন যদিও মগধত অনুষ্ঠিত হৈছিল তথাপি অধিবেশনৰ কাৰ্যসূচী পৰিচালনা কৰোঁতে মাগধী ভাষাৰ প্ৰয়োগ কৰিব বুলি ভাবিলে ভুল কৰা হব। তাৰ উপৰিও কৰ্তৃবাচ্যৰ এক বচনত ও আৰু ৰ স জ ৰ ব্যৱহাৰে স্পষ্ট প্ৰমাণ কৰে যে পালি আৰু মাগধী একে নহয়। গতিকে পালিৰ জন্মস্থান ভাৰতৰ কোনো বিশেষ অঞ্চলত সীমিত কৰিব নোৱাৰি। বৰং ইয়াক এটা সংস্কৰণ ভাষা বুলিহে কব পাৰি।

## পালি ভাষাৰ ক্ৰমবিকাশৰ বিভিন্ন স্তৰ

পালি ভাষাৰ ঐতিহাসিক ক্ৰমবিকাশৰ ধাৰাটো বিচাৰ কৰি পণ্ডিত সকলে খ্ৰীষ্টপূৰ্ব প্ৰায় ষষ্ঠ শতিকা মানতে পালি ভাষাৰ অস্তিত্ব দেখা যায় বুলি অভিমত প্ৰকাশ কৰিছে। বুদ্ধদেৱৰ অভ্যুদয়ৰ পৰাই পালি ভাষাই

বিস্তাৰ লাভ কৰি প্ৰায় পঞ্চদশ শতিকালৈকে এক নিয়ত প্ৰবাহত অব্যাহত থাকে। পালি ভাষাৰ এই হাজাৰ ডেৰ হাজাৰ বছৰৰ ভিতৰত হোৱা অভ্যন্তৰীণ ক্ৰম পৰিণতিৰ মাজত আমি মোটামুটি পাচটা স্তৰ লক্ষ্য কৰিব পাৰোঁ যেনে —

(ক) প্ৰথম স্তৰ—গাথা সাহিত্যৰ যুগ।

(খ) দ্বিতীয় স্তৰ—গদ্য মিশ্ৰিত গাথাকাব্যৰ যুগ।

(গ) তৃতীয় স্তৰ—ত্ৰিপিটক যুগ।

(ঘ) চতুৰ্থ স্তৰ—সংস্কৃত প্ৰভাৱৰ যুগ।

(ঙ) পঞ্চম স্তৰ—টিকা আৰু ব্যাখ্যাৰ যুগ।

(ক) **প্ৰথম স্তৰ** বুদ্ধদেৱৰ সময়ত প্ৰাচীন আখ্যানসমূহক কাব্যত বৰ্ণনা কৰি ৰচিত পালি গাথা সাহিত্য সমূহকে পালি সাহিত্যৰ প্ৰথম স্তৰ বুলিব পাৰি। এই গাথা সাহিত্য সমূহৰ বিশেষত্ব এই যে ইয়াৰ মাজত অনেক অপ্ৰচলিত শব্দ আৰু অ ব্যাকৰণ সন্মত শব্দ বৈ গৈছে। যেনে সোম্হি ৰঞ্ঞা মমা শ্হিঠো —অৰ্থাৎ মই ৰজাৰ দ্বাৰা আজ্ঞাপ্ৰাপ্ত হৈছিলোঁ। সোম্হি আদি শব্দ পৰৱৰ্তী কালত পালি বা প্ৰাকৃতত পোৱা নাযায়। ভাষাবিদ Bumof এই স্তৰৰ ভাষাক সংস্কৃত আৰু পালিৰ মধ্যৱৰ্তী স্তৰ বুলি অনুমান কৰে যদিও ই সঠিক নহয়।

(খ) **দ্বিতীয় স্তৰ** দ্বিতীয় স্তৰত গদ্য মিশ্ৰিত গাথাকাব্য ৰচিত হৈছিল। কিছুদিনৰ ভিতৰত দেখা গ'ল যে কেৱল গাথা অনেকৰ পক্ষে বুজিবলৈ অসুবিধা হ'ল। গতিকে প্ৰসঙ্গ নিৰ্দেশক হিচাপে গদ্যাংশৰ দ্বাৰা ব্যাখ্যা কৰাৰ প্ৰয়োজন হয়। এইদৰে দেখা যায় কথোপ কথনৰ আকাৰে যি গাথাসমূহ ৰচিত হ'ল তাৰ মাজত গদ্যাংশই প্ৰৱেশ কৰিলে। এই স্তৰত পুৰাতন সংস্কৃত শব্দ অনেক অন্তভু ক্ত হৈছে আৰু পূৰ্বৰ অপ্ৰকাশিত শব্দৰ সংখ্যা অনেক কমি গৈছে। সুত্ত নিপাত এই স্তৰৰ শ্ৰেষ্ঠ নিদৰ্শন।

(গ) **তৃতীয় স্তৰ** তৃতীয় স্তৰৰ পালি ভাষাৰ গৌৰৱময় যুগ বুলি কোৱা হয়। অশোকৰ সময়ত ( খ্ৰী পূ ৩ ) গদ্য আৰু কবিতা উভয়ে এই স্তৰত স্বতন্ত্ৰতা লাভ কৰে। এই যুগটোক ত্ৰিপিটপ সাহিত্যৰ যুগ বুলিও কোৱা হয়। অশোকে তেওঁৰ ভাবৰা অনুশাসনত যি সাতখন প্ৰাচীন গ্ৰন্থ অধ্যয়নৰ নিৰ্দেশ দিছিল তাৰ লগত এই স্তৰত ৰচনাংশৰ বহুত মিল আছে। সেই সময়ত বুদ্ধ বচনৰ ভাগ্ত সমূহ সূত্ৰ আৰু কবিতাৰ আবেষ্টনি ভেদ কৰি প্ৰাচীন

আৰু অপ্ৰচলিত শব্দ যদিও বহুত আছে তথাপি ব্যাক্রৰণে শুদ্ধ আৰু বিশুদ্ধ ৰূপ লাভ কৰে। সাধু সৰল ছন্দৰ সুশৃংখল নিয়মে ভাষাৰ প্ৰকাশ শৈলী উন্নত কৰি তোলে। অৰ্থাৎ এই স্তৰত পালি ভাষাই তাৰ নিজস্ব শিল্পসন্মত আৰু সাৰ্থক ৰূপ লাভ কৰে।

(ঘ) **চতুৰ্থ স্তৰ** চতুৰ্থ স্তৰৰ পালি গদ্যই পালিভাষাৰ আভিজাত্য আৰু বৃদ্ধি কৰেঁ। মহাযান বৌদ্ধ সম্প্ৰদায়ৰ মাজত প্ৰচলিত সংস্কৃত ভাষাক আদৰ্শ কৰি পালি গদ্যই আৰু সুবিন্যস্ত ৰূপ লাভ কৰে। এই স্তৰৰ প্ৰতিনিধি মিলিন্দ পঞহ ১ খ্ৰীষ্টাব্দত ৰচিত বুলি অনুমান কৰা হয়। ইয়াত সংস্কৃত শব্দআৰু বাক্যাংশ ৰচনা প্ৰণালীৰ ছাপ দেখা যায়।

(ঙ) **পঞ্চম স্তৰ** পঞ্চম স্তৰৰ নিদৰ্শন পঞ্চম খ্ৰীষ্টাব্দৰ পালি টোকা সমূহ। এই সমূহ দক্ষিণ ভাৰতৰ কাঞ্চীপুৰ সিংহলৰ অনুৰাধাপুৰ আৰু সম্ভৱত বুদ্ধদেৱৰ জন্মস্থান গয়াত ৰচনা কৰা হৈছিল। সেই সময়ত পালি ভাষা বৰ্ণনামূলক আখ্যানতো সমৃদ্ধ হৈ উঠিছিল। জীৱন জিজ্ঞাসা আৰু তাৰ আলোচনাও যে পালি ভাষাত চলিব পাৰে তাৰ আদৰ্শ এই স্তৰতেই স্থাপন কৰা হল। বহুতে ইয়াক এটি সুকীয়াস্তৰ বুলি কব খোজে।

ইয়াৰ পিছত পালি ভাষাৰ জীৱন কাল ধীৰে ধীৰে অস্তিমিত হৈ আহে। দ্বাদশ শতাব্দীৰ পৰা যেতিয়া আধুনিক আৰ্য্য ভাষা সমূহৰ অভ্যুদয় আৰম্ভ হবলৈ ধৰিলে তেতিয়াৰপৰা ধৰ্মীয় প্ৰেৰণাৰ অভাৱবশত পালিভাষা প্ৰাণ ৰসহীন শুকান হৈ পৰে আৰু শেষত ই একমাত্ৰ ব্যাকৰণৰ আলোচনাৰ বিষয়বস্তু হৈ থাকে। বৰ্তমান পালি সংস্কৃতৰ দৰে এটা মৃত ভাষা।

## দ্বিতীয় অধ্যায়

# মধ্য ভাৰতীয় আৰ্যভাষা হিচাপে পালি আৰু ইয়াৰ লগত সংস্কৃত প্ৰাকৃত আৰু অসমীয়াৰ সম্পৰ্ক

আধুনিক ভাৰতীয় আৰ্যভাষা সমূহৰ অধ্যয়নৰ নিমিত্তে পালি ভাষাৰ প্ৰকৃতি সম্পৰ্কে অনুধাৱন কৰা নিত্যান্ত প্ৰয়োজন। আমি পালি ভাষাৰ বিষয়ে বিভিন্ন পণ্ডিতৰ বিভিন্ন মতামত সম্পৰ্কে আলোচনা কৰি আহিছোঁ। আধুনিক ভাষা তত্ত্ববিদসকলে পালিক ভাৰতৰ বিভিন্ন অঞ্চলৰ ভাষা সমষ্টিৰ ওপৰত প্ৰতিষ্ঠিত এটা সাহিত্যিক ভাষা বুলি মত দাঙি ধৰিছে। অৱশ্যে ইয়াৰ ওপৰত আৰ্য ভিন্ন বহু উপ ভাষাৰো প্ৰভাৱ পৰিছে। মুঠতে পালি ভাষাক বহু ভাৰতীয় ভাষাৰ মাতামহী বুলি কব পাৰি। তলত পালিৰ লগত বিভিন্ন আধুনিক আৰ্য ভাষা সমূহৰ কেনে সম্বন্ধ তাক দেখুৱা হল।




বৈদিক সংস্কৃত যিসকলৰ কথ্য ভাষা আছিল সেই আৰ্যসকল আনুমানিক খ্ৰীঃপূঃ প্ৰায় আঢৈ হাজাৰ বছৰ আগতে আৰ্যৱৰ্তত তেওঁলোকৰ বসতি দৃঢ়ভাৱে প্ৰতিষ্ঠিত কৰিছিল। তেওঁলোকৰ ভাষা সাধাৰণতে আদি বাসীসকলৰ ভাষাৰ

সংমিশ্ৰণৰ ফলত আৰু আন কিছুমান পাৰিপাৰ্শ্বিক কাৰণত পৰিবৰ্তন হবলৈ আৰম্ভ কৰে। এই পৰিবৰ্তন ক্ৰমাৎ বৃদ্ধি হৈ খ্ৰী পূ ষষ্ঠ শতিকামানত চূড়ান্তৰূপ পাইগৈ আৰু ভাৰতৰ বিভিন্ন ঠাইত প্ৰকাশ লাভ কৰে। আনকি যজ্ঞকাৰ্যত পাঠ কৰিবলগীয়া শ্লোকসমূহতো নানা ৰকমৰ আৰ্যভিন্ন ভাষাৰ শব্দ সোমাই পৰে। ব্ৰাহ্মণ পণ্ডিতসকলে এইটো দোষণীয় বুলি বিবেচনা কৰি ভাষাৰ এই পৰিবৰ্ত্তনক বোধ কৰিবলৈ চেষ্টা কৰিলে খ্ৰী পূ ৫ম ৬ষ্ঠ শতিকামানত পাণিনিয়ে এই বিষয়ত পোন প্ৰথমে হাত দি ভাষাটোক ব্যাকৰণৰ শাসনলৈ আনে। তেতিয়াৰে পৰাই বৈদিক ভাষাই স স্কৃত নাম পালে।

বৈদিক ভাষাক ব্যাকৰণৰ সূত্ৰেৰে গাঁঠি সংস্কৃত কৰিলেও বিভিন্ন অঞ্চলত মানুহৰ মুখে মুখে যিবিলাক কথিত ভাষা বৈ গ ল সেইবিলাক কিন্তু আপোন ভাৱে পৰিবৰ্তনৰ মাজেদিয়েই অগ্ৰসৰ হবলৈ ধৰিলে। বিশেষকৈ বুদ্ধদেৱে সেই সময়ত জন্মগ্ৰহণ কৰি কথ্য ভাষাৰ ওপৰত জোৰ দিবলৈ ধৰাত মানুহৰ মুখৰ ভাষাটো আৰু প্ৰবল হৈ উঠিল। ড কাৰ্ণৰ মতে সেই সময়ত পালি কথ্য ভাষা নহলেও ই সৰ্বসাধাৰণৰ বোধগম্য আৰু ইয়াত সৰ্বভাৰতীয় ভিত্তি আছিল। গতিকে ই অচিৰে বৌদ্ধ ধৰ্ম প্ৰচাৰৰ বাহকৰূপে পৰিগণিত হয় আৰু সাহিত্যিক ভাষা ৰূপে প্ৰতিষ্ঠা লাভ কৰে। সেই সময়ত বৌদ্ধ ধৰ্মৰ প্ৰায়বোৰ সাহিত্যই এই পালি ভাষাতে ৰচিত হৈছিল। সেই কাৰণে বৈদিক সংস্কৃতিৰ পিছৰ পৰিবৰ্তনৰ দ্বিতীয় স্তৰ হিচাপে পালি ভাষাকে আগে স্থান দিয়া হয়। পৰিবৰ্তিত ভাষাৰ সাধাৰণ নাম প্ৰাকৃত দিলে পালি এই প্ৰাকৃতৰ প্ৰথম অধ্যায়ৰূপে গ্ৰহণ কৰিব পাৰি।

## পালি আৰু স স্কৃত

পালি আৰু সংস্কৃত উভয়ে প্ৰায় সমসাময়িকভাবে বৈদিক ভাষাৰ পৰা উদ্ভূত। কিন্তু সংস্কৃত ভাষাক পাণিনিয়ে ব্যাকৰণৰ ৰীতিৰে এনেভাবে নিয়ন্ত্ৰিত কৰিলে যে সি পিছত আৰু পৰিবৰ্ত্তনৰ কোনো সুৰুঙা নাপালে। কিন্তু পালি মানুহৰ মুখে মুখে প্ৰচলিত লৌকিক ভাষা হৈয়ে ৰ ল আৰু ব্যাকৰণৰ সূত্ৰেৰে সংস্কৃতৰ দৰে ইয়াক কটকটীয়াকৈ বন্ধা নহল। ফলত সি সময়ৰ সোঁতত পৰিবৰ্তনমুখী হৈ ভিন্ ভিন্ বৈশিষ্ট্যসম্পন্ন প্ৰাকৃত আৰু পিছত অপভ্ৰংশসমূহৰ সৃষ্টি কৰে। ৰূপতত্বৰ ফালৰপৰা পালি আৰু সংস্কৃতৰ বৰ বেছি পাৰ্থক্য চকুত নপৰে কিন্তু ধ্বনিতত্বৰ দিশত দুয়োবো মাজত বৈসাদৃশ্য বহুতো আছে।

ৰূপতত্ত্বৰ ফালৰপৰা চালে পালি আৰু সংস্কৃতৰ মাজত বৰ বেছি পাৰ্থক্য থাকিলেও আৰু বৈদিকৰ পৰাই পালি আৰু সংস্কৃতৰ উদ্ভৱ হলেও পালি সংস্কৃততকৈ বৈদিকৰহে বেছি ওচৰ সম্বন্ধ। Palı however cannot be dırectly derıved from Sanskrıt for ıt shows a number of characterıstıc features whıch suggest ıts closer relatıon to Vedıc (Geıger)

তলত পালি আৰু সংস্কৃতৰ ধ্বনিগত আৰু ৰূপগত বৈশিষ্ট্যৰ আলোচনা দাঙি ধৰা হ'ল —

ধ্বনিগত প্ৰাচীন ভাৰতীয় আৰ্যভাষাৰ স্বৰবৰ্ণৰ বহু পৰিবৰ্তন পালিত দেখিবলৈ পোৱা যায়। ১৩টা স্বৰবৰ্ণৰ ঠাইত পালিত মাত্ৰ আঠটাহে থাকিল। ঋ ৠ ঌ ঐ ঔ এই পাচটা স্বৰবৰ্ণ পালিত নাইকিয়া হৈ পৰিল বাকী অ আ ই ঈ উ ঊ এ আৰু ও—এই আঠটাহে থাকিল।

স্বৰ মধ্যগত স্পৃষ্ট অঘোষ ব্যঞ্জন ঘোষবৎ হল। যেনে —ভোদি হোদি ভবতি জথা<যথা ৰূব<ৰূপ সিভা<শিক্ষা ইত্যাদি।

পালিত শ ষ আৰু স ৰ ঠাইত মাত্ৰ স বৈছে।

ভাষাৰ সৰলীকৰণৰ ফলত যুক্ত ব্যঞ্জনৰ পৰিবৰ্তে সৰলব্যঞ্জন ব্যৱহৃত হবলৈ ধৰে। ক্ষতিপূৰণ স্বৰূপে সংযুক্ত ব্যঞ্জনৰ আগৰ স্বৰটো দীৰ্ঘ হয় যেনে কৰ্ম>কম্ম>কাম। সংস্কৃতৰ স যুক্ত ব্যঞ্জনবোৰ স্বৰভক্তিৰ দ্বাৰা উচ্চাৰণ কোমল কৰা হৈছে। যেনে —ক্লেশ>কিলেস।

অপিনিহিত নিয়মেৰে যুক্ত ব্যঞ্জনৰ পৰিবৰ্তন যেনে — আৰ্য্য>অৰিজ চৌৰ্য্য>চেৰিঅ সূৰ্য্য>সুৰিঅ যুক্ত বৰ্ণৰ ঠাইত একক বৰ্ণৰ ব্যৱহাৰ হয়। যেনে —সত্য>সচ্চ উত্থান>উধ ধান অপ্সৰা>অচ্ছৰা।

সাধাৰণতে পালি ভাষাত বিভিন্ন বৰ্ণৰ সংযুক্ত ব্যঞ্জন বৰ্ণৰ ব্যৱহাৰ নহয়। কিন্তু য় (y) ৰ (r) ব (v) আদি অৰ্দ্ধ স্বৰবোৰ ব্যঞ্জনৰ লগত ব্যৱহৃত হয়। যেনে —তত্ৰ সুত্ত ব্ৰাহ্মণ। ত ৰ ঠাইত কেতিয়াবা দ ব্যৱহাৰ হয়। যেনে —সমাহিত>সমহিদ।

পালিত অন্তব্যঞ্জন প্ৰয়োগ নাই অন্ত্য ব্যঞ্জন থাকিলে হয় লোপ হয় নহয় তাত স্বৰ যোগ কৰা হয়। যেনে —ৰাজন্>ৰাজা বা ৰাজনো। অৱশ্যে অনুস্বাৰ থাকিলে থাকিব পাৰে।

ব্ৰাহ্মণ ব্ৰহ্ম আদি কেইটামান শব্দৰ বাহিৰে শব্দৰ আদিতে যুক্ত ব্যঞ্জনৰ ব্যৱহাৰ নাই। যেনে —প্ৰমাদ>পমাদ প্ৰগতি>পগতি।

**ৰূপগত বৈশিষ্ট্য** সংস্কৃততকৈ পালিত শব্দ ৰূপৰ অনেক সৰল হৈ পৰিল। পালিত ৪ৰ্থ বিভক্তি নাই। ই ষষ্ঠী বিভক্তিৰ লগত একে হৈ পৰিল। সংস্কৃতৰ দহোটা গণ আৰু তিনিটা বচন পালিত হ্ৰাস পালে। সংস্কৃতৰ শতৃ আৰু শানচ পালিত অন্ত আৰু মান প্ৰত্যয়ত পৰিণত হ'ল যেনে —চলন্ত চলমাৰ ইত্যাদি। সৰ্বনামৰ ৰূপে বিশেষ্যক প্ৰভাৱিত কৰিছে।

সংস্কৃতৰ ধাতুৰূপৰ জটিলতাও পালিত নাই। সংস্কৃতৰ তিনিটা অতীত কালৰ ঠাইত লুঙ আৰু লঙ ৰ ব্যৱহাৰ পালিত ৰক্ষিত হৈছে। সংস্কৃতৰ গণৰ লৈতেও পালিৰ অনেক ওচৰ সম্বন্ধ দেখা যায়। সংস্কৃতৰ যি এটা বিশেষ প্ৰণালী আছে পালিত সেই প্ৰণালী অনুসৃত হৈছে। পালিত লুট আৰু আশীলিঙ ৰ প্ৰয়োগ নাই বাকী সকলো বিলাকেই আছে।

পদ বিন্যাসৰ ক্ষেত্ৰত প্ৰথম অৱস্থাত পালি সু সংবদ্ধ নাছিল। তাৰ পৰবৰ্তী কালতহে পালি ভাষাই সুবিনস্ত পদ প্ৰকৰণ আৰু অলংকাৰাদি গ্ৰহণ কৰে। সুও নিপাতৰ পৰাই পালিৰ আদিসীমা। অশোকৰ পিছত ত্ৰিপিটক প্ৰভৃতি গ্ৰন্থৰ মাধ্যমেদি পালিয়ে প্ৰকৃত আৰ কাৰিকৰ ৰূপটো ধৰা দিয়ে। থেৰীগাথা ৰ অনেক ঠাইত পালিয়ে সংস্কৃত পন্থী হৈ পৰিছে। মুঠতে কৰ্ম্ম ক্ৰিয়া বিধেয় আৰু কৰ্তাৰ বিশেষণ প্ৰকৰণ অনেকখিনি সৰ্বভাৰতীয় ভাষাৰ অনুৰূপ বুলিব পাৰি।

সংস্কৃতৰ সন্ধি জটিল আৰু বাধ্যতামূলক কিন্তু পালিত সৰল আৰু ঐচ্ছিক।

## পালি আৰু প্ৰাকৃত

আমি আগতে আলোচনা কৰি আহিছোঁ যে ভাৰতীয় আৰ্যভাষাৰ ক্ৰম বিৱৰ্ত্তনৰ পথত বৈদিক সংস্কৃতৰ পিছতে পৰিৱৰ্ত্তনৰ দ্বিতীয় স্তৰ হিচাপে পালি ভাষাক আগ স্থান দিব পাৰি। পৰিৱৰ্তিত ভাষাৰ সাধাৰণ নাম প্ৰাকৃত হলে পালি এই প্ৰাকৃতৰ প্ৰথম স্তৰ হব। মধ্যস্তৰ প্ৰাকৃতৰ পূৰ্ণ গঠনটো (Form) পালিৰ কিছু অৰ্বাচীন। পালি আৰু প্ৰাকৃতৰ কেইটামান বৈশিষ্ট্য লক্ষ্য কৰিলেই এই কথা বুজিব পাৰি।

**ধ্বনিগত বৈশিষ্ট্য**

(১) সাধাৰণ প্ৰাকৃতৰ নিয়ম এই যে স্বৰ মধ্যগত অল্পপ্ৰাণ বৰ্ণ ( ক গ চ জ ত দ প ব ) আৰু য—এইবোৰ বৰ্ণ প্ৰায়ে লোপ হয় আৰু সিহঁতৰ কেৱল স্বৰমাত্ৰ অৱশিষ্ট থাকে। যেনে—মুকুল>মূউল বিপুল>বিউল নগৰ >ণঅৰ ইত্যাদি কিন্তু পালিত সেইবোৰ পৰিৱৰ্তন নহয়। এক এক জাতীয় শব্দৰ পৰিবৰ্তনত দীৰ্ঘকালৰ প্ৰয়োজন হয়। গতিকে অনুমান কৰিব পাৰি যে পালিৰ বহু পিছত প্ৰাকৃতত এই ধৰণৰ পৰিৱৰ্তন ঘটিছে।

(২) প্ৰাকৃতত পদৰ আদিত থকা য কাৰ জ কাৰত পৰিণত হৈছে পালিত কিন্তু এনে পৰিৱৰ্তন লক্ষ্য কৰা নাযায়। যেনে—যশো >জসো ( মাগধীত জায়তে>যায়তে )।

(৩) প্ৰাকৃতত সদায় ন কাৰৰ ঠাইত ণ কাৰ হয় পালিত উভয়ৰে প্ৰযোগ বিদ্যমান। অনুমান কৰিব পাৰি যে প্ৰাকৃত স্তৰত ন মূৰ্দ্ধণ্যলৈ ৰূপান্তৰিত হৈছে।

(৪) পালিৰ দৰে প্ৰাকৃততো ঐ কাৰ আৰু ঔ কাৰৰ ঠাইত যথাক্ৰমে অই আৰু অউ হোৱাও দেখা যায়। যেনে—

ভৈৰব>ভৈৰব বা ভইৰব

পৌৰ>পোৰ বা পউৰ

কিন্তু পালিত মাত্ৰ ভেৰব আৰু পোৰ হয়। ইয়াৰ পৰা স্পষ্ট বুজা যায় যে প্ৰথমতে ঐ>এ তাৰ পিছত এ অই হৈছে। সেইদৰে ঔ ও আৰু ঔ অউ হৈছে।

**ৰূপগত বৈশিষ্ট্য** শব্দৰ ৰূপত বৈদিক প্ৰয়োগৰ সৈতে প্ৰাকৃততকৈ পালিৰ সম্বন্ধ অধিক দেখা যায়।

অ কাৰান্ত শব্দৰ তৃতীয়াৰ বহুবচনত পালিত কেৱল বিসৰ্গমাত্ৰ বাদ দি বৈদিক প্ৰয়োগকেই ৰক্ষা কৰা হৈছে যেনে —বৈদিক দেৱেভি >দেৱেভি বিকল্পে দেৱেহি। প্ৰাকৃত ভ একেবাৰে লোপ হৈছে। যেনে —দেৱেহি।

দেৱ শব্দৰ পঞ্চমী বিভক্তিৰ এক বচনত প্ৰাচীন দেৱাৎ ৰ পৰা পালিত দেৱা দেৱত ৰ পৰা দেৱতো আৰু সৰ্বনামৰ অনুকৰণত স্মাৎ যোগ কৰি দেৱস্মা কৰা হয়। কিন্তু প্ৰাকৃতত ইয়াৰ ৰূপ হয় দেৱা দেৱত্তো দেৱাদো ( দেৱাত্ত ) দেৱাদু দেৱাহি দেৱাহিন্তো ইত্যাদি। প্ৰাকৃতৰ এই পদ সমূহৰ ভিতৰত মাত্ৰ প্ৰথমটো ( দেৱা ) প্ৰাচীন পদৰ ( দেৱাৎ ) কিছু ওচৰ সম্পৰ্ক

আছে বাকীবোৰ একেবাৰে আতৰি গৈছে। গতিকে বুজা যায় যে পালিতকৈ প্ৰাকৃতৰ পদসমূহ অনেক পৰবৰ্ত্তী।

অ কাৰান্ত দেৱ শব্দৰ সপ্তমীৰ এক বচনত পালিত দেৱে আৰু সৰ্বনামৰ সাদৃশ্য দেৱস্মিং আৰু ইয়াৰ পৰিবৰ্ত্তন ঘটি দেৱম্হি হয়। প্ৰাকৃতত হয় দেৱে আৰু দেৱম্মি। প্ৰথম পদটো পালি আৰু প্ৰাকৃত উভয়েৰে মূল ৰূপৰ অবিকৃত হৈ আছে। প্ৰাকৃতত দ্বিতীয় ৰূপটো ( দেৱম্মি ) পালিৰ দেৱম্হি ৰূপৰ পৰা হৈছে এই বিষয়ে কোনো সন্দেহ নাই।

অনান্য শব্দৰূপৰ পৰাও অনুমান কৰিব পাৰি যে প্ৰাকৃতত অনেক শব্দৰূপ পালিৰ পৰা সাধাৰণ পৰিবৰ্ত্তনৰ মাজেৰে গ্ৰহণ কৰা হৈছে। যেনে —গঙ্গা শব্দৰ প্ৰথমাৰ বহুবচনত পালিত গঙ্গা গঙ্গায়ো হয় প্ৰাকৃতত গঙ্গা গঙ্গাও গঙ্গাউ আদি হয়। শেষোক্ত প্ৰাকৃতৰ পদ দুটি পালিৰ গঙ্গায়ো শব্দৰ পৰাই সাধাৰণ নিয়মানুসাৰে পৰিবৰ্ত্তিত হৈ উৎপন্ন হৈছে।

ধাতুৰূপতো পালি আৰু প্ৰাকৃতৰ অনেক প্ৰভেদ আছে। সংস্কৃতৰ লকাৰ আৰু গণৰ সৈতে পালিৰ অনেক ওচৰ সম্বন্ধ। সংস্কৃতৰ যি এটি বিশেষ প্ৰণালী আছে পালিত সেই প্ৰণালী অনুসৃত হৈছে। পালিত লুট আৰু আশীলিঙৰ প্ৰয়োগ নাই যদিও বাকীবোৰৰ প্ৰয়োগ আে । অতীত কালৰ লুঙ লিট আৰু লুঙ এই তিনি ল কাৰৰ ভিন্ ভিন্ পদৰ দ্বাৰা পালিত সিহঁতৰ পাৰ্থক্য স্পষ্ট হৈছে আৰু সেইবোৰৰ অনেকেই সংস্কৃতৰ অনুৰূপ। কিন্তু প্ৰাকৃতত সি নাই। সাধাৰণতে অতীত কাল বুজাবলৈ সকলো পুৰুষ আৰু সকলো বচনেই স্বৰান্ত ধাতুৰ পিছত সী হী হীস্ আৰু ব্যঞ্জনান্ত ধাতুৰ পিছত ঈ অ বিভক্তি হয়। যেনে —√কৃ ৰ পৰা কন্ধী কাঁহী কাঁহীস্ এই তিনিপদ সংস্কৃতৰ লুঙ লিট্ আৰু লুঙ ৰ সকলো পুৰুষতে সকলো বিভক্তিৰ অৰ্থ প্ৰকাশ কৰে। মন কৰিবলগীয়া যে প্ৰাকৃতত প্ৰায়েই অতীত কালত ক্ত প্ৰত্যয়হে প্ৰয়োগ কৰা হয়।

পালিত পৰস্মৈ পদত লট ৰ উত্তম পুৰুষ বহুবচনত কেৱল ম বিভক্তি হয়। যেনে — √হন্ > হসাম। কিন্তু প্ৰাকৃতত তাৰ ঠাইত মো মা মু এই তিনিওটা বিভক্তি হয়। যেনে —হসামো হসাম হসামু ইত্যাদি।

শানচ প্ৰত্যয়ৰ ঠাইত পালিত প্ৰাচীন বৈদিক ভাষা অনুসাৰে আন আৰু মান উভয় প্ৰত্যয়েই প্ৰযুক্ত হয়। যেনে—পালিত √ভুঞ্জ > ভুঞ্জমান ভুঞ্জান উভয়েই হয়। কিন্তু পালিত কেৱল মান প্ৰয়োগ হয়।

পালি আৰু প্ৰাকৃতৰ ওপৰৰ বৈশিষ্ট্যসমূহ অধ্যয়ন কৰিলে আৰু অন্যান্য প্ৰয়োগসমূহ আলোচনা কৰিলে এইটো স্পষ্ট হৈ দেখা দিয়ে যে পালিতকৈ প্ৰাকৃত নবীন।

## পালি আৰু অসমীয়া

স্বৰ শব্দ গঠনৰ ক্ষেত্ৰত নব্য ভাৰতীয় আৰ্য ভাষাৰ ওপৰত সংস্কৃততকৈও পালিয়ে বেছি প্ৰভাব বিস্তৰ কৰা দেখা যায়। যেনে—সং সত্য> পালিত সচ্চ অসমীয়াত সঁচা হিন্দীত সাচ। সং লষ্টি> পালি লট্‌ঠি> অসমীয়াত লাঠি কাৰ্য>কজ্জ>কাজ দীৰ্ঘ>দিগঘ>দীঘ।

অসমীয়া ভাষা মাগধী প্ৰাকৃতৰ পৰা উদ্ভৱ হলেও আৰু মাগধী প্ৰাকৃতৰ অন্যান্য সাধাৰণ লক্ষণসমূহ পালিত সাধাৰণভাৱে নিমিলিলেও প্ৰাকৃত আৰু পালিৰ বৈশিষ্ট্যসমূহৰ সাধাৰণ মিল অনুপেক্ষণীয়। গতিকে মাগধী প্ৰাকৃতৰ পৰা অপভ্ৰংশৰ মাজেৰে অসমীয়া ভাষাৰ অধ্যয়নৰ কাৰণে পালিৰ আলোচনা অপৰিহাৰ্য। তদুপৰি অসমীয়া আৰু পালিৰ মাজত কিছুমান সাদৃশ্য দেখিবলৈ পোৱাত পালি ভাষাৰ গভীৰ অধ্যয়নে অসমীয়া ভাষাৰ অনুধাৱনত নিশ্চয় সহায় কৰিব। আমি তলত পালি আৰু অসমীয়াৰ কেইটামান সাদৃশ্য দাঙি ধৰিলোঁ। অনুসন্ধিৎসুসকলে অসমীয়া আৰু পালিৰ বহল অধ্যয়নৰ পথ মুকলি কৰিব বুলি আশা কৰিলোঁ।

(ক) কিছুমান সংখ্যাবাচক শব্দৰ মূল পালিত বাহিৰে আন কতো দেখা নাযায়। যেনে

পালি—এৰাবহ>অসমীয়া এৰাৰ একাদশ>এগাৰহ>এৰাৰ

সেইদৰে বাৰহ পুনৰহ ইত্যাদি। অসমীয়াত এইসমূহ হৈছে এঘাৰ বাৰ পোণৰ।

(খ) কথন ৰীতিৰ বৈশিষ্ট্যই পালি ভাষাক উজ্জ্বল কৰি ৰাখিছে।

অসমীয়া আৰু পালিৰ কথন ৰীতি অনেক ঠাইত যে একে আছিল তাক কথন ৰীতিবোৰৰ পৰাই জানিব পাৰি। যেনে

পালি—বুদ্ধ ভাবেন কৃত্যং ন অত্থি।

অসমীয়া=বুদ্ধ হোৱাৰ কাম নাই (বুদ্ধ=মৌন)

(গ) বৈদিক ঢ় আৰু ড় অসমীয়াতে দেখা যায় আৰু পালিতো আছে। কিছুমান শব্দ একেবাৰে পালিৰ পৰাই আহিছোঁ। যেনে

ছ>ছয় অম্ব>আম ইত্যাদি

## তৃতীয় অধ্যায়

# পালি ভাষাৰ সাধৰণ লক্ষণ

প্ৰাচীন ভাৰতীয় আৰ্য ভাষাৰ পালিলৈ পৰিবৰ্তন হওতে তিনি ৰকমৰ পৰিবৰ্তন হ'ল—(১) ধ্বনিত (২) শব্দ ৰূপত আৰু ধাতু ৰূপত আৰু (৩) পদ ব্যৱহাৰত।

### (১) ধ্বনিগত (ক) স্বৰধ্বনি

প্ৰাচীন ভাৰতীয় আৰ্য ভাষাৰ স্বৰবৰ্ণৰ বহু পৰিবৰ্তন পালিত দেখিবলৈ পোৱা যায়। ১ টা স্বৰবৰ্ণৰ ঠাইত পালিত মাত্ৰ ৮টাহে থাকিল। ঋ ৠ ঐ ঔ এই পাছটা স্বৰবৰ্ণৰ উচ্চাৰণ পালিত নাই। বাকী অ আ ই ঈ উ ঊ এ ও—এই আঠটাহে পালিত পোৱা যায়। মন কৰিব লগীয়া কথা যে ঋ স্বৰধ্বনিটোৰ উচ্চাৰণ পালিত একেবাৰে লুপ্ত হৈছে আৰু ৠ ঐ ঔ এই চাৰিটা স্বৰধ্বনি অৱশ্যে অন্যৰূপত পৰিবৰ্তিত হৈ ব্যৱহাৰ হৈছে।

(ক) পালিত ঋ কাৰৰ পৰিবৰ্তিত ৰূপ তলত দিয়া ধৰণে পোৱা যায়।

ঋ>অ যেনে ভৃত্য>ভচ্চো কৃষি>কসি

ঋ>ই যেনে ঘৃত>ঘি দৃষ্টং>দিট্‌ঠং

ঋ>উ যেনে মৃগ>মুগ বৃদ্ধ>বুড্ঢো

ঋ>এ যেনে ঐতিহ্যং~ইতিহহং নৈগম>নেগমো

গৃহ>গেহ বৃহৎফল>বেহপ্ফলো

ঋ>ৰি যেনে ঋতু>ৰিতু (বা উতু) ঋষি>ৰিসি

ঋ>ৰু যেনে বৃক্ষ>ৰুক্‌খ ৰুচ্ছ

(খ) পালিত কাৰৰ পৰিৱৰ্তে উ কাৰ হোৱা দেখা যায়। সংস্কৃততো ৯ কাৰৰ ব্যৱহাৰ খুব কম পালিতো কাচিৎ ইয়াৰ ব্যৱহাৰ হয়। যেনে

কৢপ্ত>কুত্ত

(গ) ঐ কাৰ আৰু ঔ কাৰৰ ঠাইত ক্রমে এ কাৰ আৰু ও কাৰ হয়।
যেনে নৈষ্কর্ম্ম সুখম্ > নেক্‌খম্ম সুখু > নেখম সুখু ( ঐ > এ )
মৈত্র > মেত্ত ( ঐ > এ )
অবৈৰী > অবেৰী ( ঐ > এ )
সৌন্দৰ্য্যম্ > সোন্দৰং ( ঐ > ও )
ঔষধ > ওসধ ( ঔ > ও ) পৌৰ > পোৰ ( ঔ > ও )
ঔপম্যং > ওপম্মং ( ঔ > ও ) কেতিয়াবা কেতিয়াবা ঔ > উ হয়। যেনে:
সৌত্রিকং > সুত্তিকং মৌক্তিকম্ > মুত্তিকং ক্ষৌদ্র > খুদ্দং সেইদৰে ঐ কেতিয়াবা
ই বা ঈ হয়। যেনে —
বৈভয়ে > বিহৰ সৈন্ধৱ > সিন্ধবো পৈত্তিকং > পিত্তিকং গ্রৈবেয়ং > গীবেয্যং
আকৌ কেতিয়াবা কেতিয়াবা ঔ > অ আৰু আ হয়। যেনে
সৌম্য > সম্ম ( ঔ > অ )
গৌৰব > গাৰবং ( ঔ > আ )

(ঘ) দ্বিস্বৰ অব আৰু অয় — এই দুটাৰ ব্যৱহাৰ পালিত নাই। ইহঁতৰ ঠাইত ক্রমে ও আৰু এ হৈছে। যেনে
ভবতি > হোতি
পূজয়তি > পূজেতি

ওপৰত উল্লেখ কৰা স্বৰ ধ্বনিবোৰৰ উচ্চাৰণ পালিত লোপ পোৱাৰ উপৰিও মৌলিক স্বৰবো নানা পৰিবৰ্তন হোৱা দেখা যায়।

(ঙ) স্বৰৰ দীৰ্ঘত্ব আৰু হ্রস্বত্ব বহু পৰিমাণে পৰিবৰ্তন ঘটিছে। যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ সদায় হ্রস্ব হয়। যেনে
কাৰ্য্য > কজ্জ সূৰ্য্য > সুৰিয়
দীৰ্ঘ > দিগ ঘ দান্তম্ > দন্তং
কাব্য > কব্ব

(চ) সেইদৰে পদান্তৰ অনুস্বাৰৰ পূৰ্ব দীৰ্ঘস্বৰো হ্রস্ব হয়। যেনে—
কান্তাম্ > কন্তং
পৰেষাম্ > পৰেসং

(ছ) এইবোৰ সাধাৰণ নিয়মৰ বাহিৰেও স্বৰবৰ্ণসমূহৰ আৰু অনেক পৰিবৰ্তন দেখা যায়। তলত দিয়া ধৰণে সাধাৰণতে স্বৰধ্বনিৰ পৰিবৰ্তন লক্ষ্য কৰা যায়।

অ>আ=অলিন্দ >আলিন্দো অলকা>আলকা

অ>ই=অধ্যেষণায়>অজ্ঝিষনায়ি চন্দ্ৰমা >চন্দিমা >চন্দিমা

অ>উ=অসূয়া>উসূয়া পুক্কশ >পুক্কুসো নবতি>নবুতি

অ>এ=ফল্গু>ফেগ গু একশয্যা>এব সেয্যা

আ>অ=সমাগতা >সমকত আৰ্য্য>অৰ্য্য বা অৰিয় মাৰুত >মৰুক

আ>ই=স্যাৎ>সিয়া

আ>এ=মাতৃকা>মেত্তিকা

ই>অ=পৃথিব্যা>পথব্যা কৌণ্ডিন্য >কোণ্ডঞ্ঞো

ই>উ=ইষু >উসু শিশুক >সুসুকো

ই>এ=অগ্ৰমহিষী>অগমহেসী নিষাদ >নেসাদো

ই>ও=ইক্ষাকু >ওক্কাকো

ঈ>অ=কৌমীষ্যং>কোমজ্জ কৌশীষ্যং>কোসজ্জং

উ>অ=গুৰু>গৰু ফুল্লতি>ফল্লতি

উ>ই=সৎপুৰুষা >সপ্প ৰিসা পুৰুষ>পুৰিস

উ>এ=ডুণ্ডুভ - দেড্ডভো

উ>ও=উপাস্ত>ওঅস্ত

ঊ>অ=কপূৰ >কপ্পৰো

ঊ>ও=পুৰাণ>পোৰাণ পুষ্কৰ>পোক্খৰ

এ>ই=শেতে>সেতি লঙ্কেশ্বৰ>লঙ্কিস্সৰ

এ>ও=দ্বেষ >দোসো

ও>উ=প্ৰোঞ্ছ>পুসম্ভ তোত্ৰং>তুত্তং

(খ) ব্যঞ্জন ধ্বনি

১। পালিত শ স আৰু ষ—এই তিনিটা উষ্মবৰ্ণৰ ঠাইত মাত্ৰ 'স কাৰৰ হে প্ৰয়োগ পোৱা যায়। যেনে—

শ্ৰমণ >সমণো

শিষ্য >সিস্সো

২। পদান্তস্থিত ব্যঞ্জন বা হসন্ত লোপ হয়। সংস্কৃত শব্দৰ শেষৰ হসন্ত বৰ্ণ পালিত সদায় লোপ হয়। যেনে—

পশ্চাৎ>পচ্ছা

বিদ্যুৎ>বিজ্জু দ্যুতিমান্>জুতিমা

৩। পদৰ শেষত থকা হসন্ত ম্‌'ৰ ঠাইত সদাই অনুস্বাৰ হয়। যেনে—

এৱম্‌ > এবং

ধনম্‌ > ধনং

৪। পালিত বিসৰ্গৰ প্ৰয়োগ নাই। অকাৰান্ত পদৰ অন্তস্থিত বিসৰ্গৰ ঠাইত ও কাৰ আৰু অন্য স্বৰৰ পিছত বিসৰ্গ থাকিলে সি লোপ হয়। যেনে—

মন > মনো

ক > কো

অগ্নি > অগ্‌গি

ভিক্ষু > ভিক্‌খু

৫। পদৰ মধ্যস্থিত বিসৰ্গ পিছত

(ক) শ ষ বা স থাকিলে বিসৰ্গৰ ঠাইত স হয়। যেনে—

নি শোক > নিস্‌সোকো

দু সহ > দুস্‌সহো

(খ) কোনো বৰ্গৰ প্ৰথম বা দ্বিতীয় বৰ্ণ থাকিলে বিসৰ্গৰ লোপ হয় আৰু তাৰ ঠাইত সেই বৰ্গৰ প্ৰথম বৰ্ণ হয়। যেনে—

পুন পুন > পুনপ্পুনো

দু খং > দুক্‌খং

(গ) সংযুক্ত বৰ্ণ থাকিলে পূৰ্বস্থিত বিসৰ্গৰ লোপ হয়। যেনে—

বয় স্থ > বয়ট্‌ঠো

দু স্থ > দুট্‌ঠো

৬। পালিত সংযুক্ত বৰ্ণৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ প্ৰায়েই হ্ৰস্ব হয়। যেনে—

তাৰ্কিক > তক্কিকো

উত্তীৰ্ণ > উত্তিণ্ণো

(ক) তলৰ শব্দ কেইটাৰ ক্ষেত্ৰত ইয়াৰ ব্যতিক্ৰম হয়।

দাত্ৰং > দাত্তং

আৰ্জবং > আজ্জবং

(খ) সমাসৰ ক্ষেত্ৰত এই নিয়ম কেতিয়াবা কেতিয়াবা কাৰ্যকৰী নহয়। যেনে —বেদাঙ্গ > বেদনাকৃখঙ্গো

তথাক্ৰম > তথক্কমো

(গ) উপসৰ্গৰ লগত ধাতুৰ যোগ হলেও এই নিয়মৰ কেতিয়াবা ব্যতিক্ৰম হয়। যেনে —

আচ্ছদেৰতি > আচ্ছাদেতি

অখ্যাত > অক্খ্যাত

আস্তৰতি > আত্থৰতি

৭। পালিত ৰেফৰ প্ৰয়োগ নাই। কোনো বৰ্ণত ৰেফ থাকিলে পালিত —

(ক) ৰেফৰ লোপ হয়

(খ) যি বৰ্ণত ৰেফ থাকে সেই বৰ্ণ প্ৰায়েই দ্বিত্ব হয়

(গ) দ্বিত হলে সন্ধিৰ নিয়মানুসাৰে সন্ধি হয় আৰু

(ঘ) অন্তঃস্থ ব ৰ ঠাইত বৰ্গীয় ব হয়। যেনে —

নিৰ্বাণং > নিব্বানং

অৰ্ক > অক্কো

বৰ্তমান > বত্তমানো

নিৰ্যাতন > নিয্যাতন

মাৰ্জাৰ > মজ্জাৰো

নিৰ্জল > নিজ্জলো

সৰ্ব সব্বো কৰ্তব্য > কাতব্বং

(ঙ) ৰেফ যদি হ কাৰত থাকে তেনেহলে ৰেফৰ ঠাইত ৰ (অকাৰন্ত) নাইবা কেতিয়াবা ৰি হয়। যেনে—

তৰ্হি > তৰহি

গৰ্হতি > গৰহতি

বৰ্হং > বৰিহং

অৰ্হতি > অৰহতি

বৰ্হী > বৰহী

(চ) ৰেফ হ কাৰৰ লগত থাকিলে আৰু আগত নি থাকিলে ৰেফ লোপ হয় আৰু নি ৰ ঠাইত নী হয়। যেনে —

নিৰ্হৃত > নীহত্তো নিৰ্হাৰ > নীহাৰো।

৮। (ক) ৰ ফলা পদৰ আদি বৰ্ণত থাকিলে লোপ হয়। যেনে —

গ্ৰহণং > গহণং

ত্ৰিপিটক >তিপিটকং

গ্ৰাম >গামো

শ্ৰদ্ধা >সদ্ধা

ত্ৰিফলং >তিফলং

ক্ৰধ্যতি >কুজ ঝতি

(খ) পদৰ মাজত ৰ ফলা থাকিলে লোপ হয় আৰু যি বৰ্ণত ৰ ফলা থাকে সেই বৰ্ণ দ্বিত হয়। যেনে —

সমগ্ৰ >সমগেগা

নিদ্ৰা >নিদ্দা

প্ৰক্ৰম >পক্কমো

(গ) পদৰ মাজত বা শেষত একাধিক ব্যঞ্জন বৰ্ণৰ লগত ৰ ফলা থাকিলে সেই ৰ ফলাৰহে মাত্ৰ লোপ হয় অন্য কোনো পৰিবৰ্তন নহয় যেনে —

ইন্দ্ৰ >ইন্দো অস্ত্ৰ >অস্তং

তন্দ্ৰ >অস্তং মন্ত্ৰয়নি >মন্তয়তি

অৱশ্যে নিম্ন লিখিত পদসমূহ পালিত উভয়ৰূপেই প্ৰযুক্ত হয়।

যেনে —পৱিত্ৰ পৱিত্ত পৱিত্ৰং

| | | | | | |
|---|---|---|---|---|---|
| ছত্ৰ | ছত্ত | ছত্ৰং | যোক্ত | যোত্তং | যোত্ৰং |
| চিত্ৰ | চিত্তং | চিত্ৰং | বেত্ৰং | বেত্তং | বেত্ৰং |
| সূত্ৰং | সুত্তং | সূত্ৰং | মিত্ৰং | মিত্তং | মিত্ৰং |
| নেত্ৰং | নেত্তং | নেত্ৰং | | | |

(ঘ) পালিত আম্ৰ আৰু তাম্ৰ শব্দ দুটা ক্ৰমে অম্ব আৰু তম্ব হয়।

১। ৰেফ য কাৰত থাকিলে সিহঁতৰ উভয়ৰ ঠাইত ৰিয় হয় নাইবা ৰেফ ৰ লোপ হয়। যেনে —

কাৰ্য্য >কৰিয় কয য

আৰ্য্য >অৰিয় অয যো

ভাৰ্য্যা >ভৰিয়া ভয যা

সূৰ্য্য >সুৰিয় সুয য

১। (ক) পদৰ আদি বৰ্ণত ৱ কাৰ যুক্ত থাকিলে পালিত সেই ৱ কাৰ প্ৰায়েই লুপ্ত হয়। যেনে —

স্থবিত >তবিত ধ্বনি >ধনি

ধ্বংসন্তি > ধংসন্তি   ত্বয়া > তয়া

স্বা > সা   স্বামী > সামী

(খ) দ্বি সংশ্লিষ্ট শব্দসমূহৰ অধিকাংশই সংযুক্ত ব কাৰ শব্দৰ আগত হলেও লোপ নহয় অথবা ব ৰ ঠাইত উ বা উৱ হয় যেনে—

দ্বিশতং > দ্বিসতং   দ্বিজ > দ্বিজ

দ্বিপ > দ্বিপ   দ্বিতীয় > দুতিয় (ব > উ)

দ্বে > দ্বে দুবে (ব > উব)  দ্বিবিধ > দুবিধো (দুবিধো (ব > উ)

(গ) পদৰ আদিস্থিত শ আৰু স কাৰৰ লগত ব কাৰযুক্ত হলে কেতিয়াবা কেতিয়াবা ব কাৰ লুপ্ত হয় আৰু স্থান বিশেষে ব কাৰৰ ঠাইত উব বা অব হয়। যেনে—

শ্ব > সুবো

স্বামী > সামী সুবামী

স্বস্তি > সুবথি

স্বৰ্গিক > সোবগগি কো

(ঘ) সন্ধিজাত ব কাৰৰ ক্ষেত্ৰত কোনো পৰিবৰ্তন দেখা নাযায়। যেনে—

স্বল্প > স্বল্পো

স্বাগতং > স্বাগতং

(ঙ) হ কাৰৰ লগত ব কাৰ যুক্ত হলে প্ৰায়েই বৰ্ণ বিপৰ্যয় হয়। অৰ্থাৎ ব কাৰ আগলৈ যায় আৰু হ কাৰ ইয়াৰ পিছত বহে। যেনে—

জিহ্বা > জিব হা

আহ্বান > আব হান

১। প্ৰাচীন ভাৰতীয় আৰ্য ভাষাৰ সংযুক্ত (Anapthysis) ব্যঞ্জন বৰ্ণবোৰ স্বৰ ভক্তিৰ দ্বাৰাই বিভক্ত হয়। শব্দত থকা সংযুক্ত ব্যঞ্জন বৰ্ণৰ উচ্চাৰণ কোমল নাইবা সুবিধা কৰিবৰ অৰ্থে শব্দৰ মাজত স্বৰধ্বনিৰ প্ৰয়োগ কৰা হয়। যেনে—

ক্লেশ > কিলেস

স্নেহ > সিনেহ

ক্লিন্ন > কিলিন্ন

১১। সাধাৰণতে পালি ভাষাত বিভিন্ন বৰ্গৰ সংযুক্ত ব্যঞ্জন বৰ্ণৰ ব্যৱহাৰ নহয়। কিন্তু য (Y) ৰ (R) ব (V) আদি অৰ্ধস্বৰবোৰ ব্যঞ্জনৰ

লগত ব্যৱহাৰ হয়। যেনে—তত্র সূত্র ব্রাহ্মণ ইত্যাদি। অন্যান্য সংযুক্ত ব্যঞ্জনৰ ক্ষেত্রত সমীভৱনৰ নিয়ম প্রয়োগ কৰা হয়। তৎসম শব্দ হলে এটা বৰ্গৰ ব্যঞ্জন বৰ্ণই আন এটা বৰ্গৰ ব্যঞ্জনৰ সৈতে সমীভূত হয়। সমীভৱনৰ নিয়ম অনুযায়ী ব্যঞ্জন বৰ্ণবোৰ সিহঁতৰ উচ্চাৰণৰ কোমলতা আৰু কঠোৰতা অনুসৰি বিভক্তি কৰিব পাৰি। বৰ্ণৰ উচ্চাৰণৰ এই কঠোৰতা তলত দিয়া ধৰণে লোপ পায় —

(গ) বৰ্গৰ বৰ্ণ সমূহ

(২) অনুনাসিক বৰ্ণ (Nasals) আৰু

(৩) ল ৱ য ৰ।

(ক) যেতিয়া একে সমান উচ্চাৰণৰ দুটা বেলেগ ব্যঞ্জন বৰ্ণ সংযুক্ত হয় তেতিয়া সংযুক্ত হোৱা বৰ্ণৰ প্রথমটো দ্বিতীয়টোৰ লগত সমীভূত হয়। যেনে—

প্রাপ্ত>পত্ত

(খ) অসমান উচ্চাৰণৰ দুটা ব্যঞ্জন বৰ্ণৰ স যুক্ত হলে কোমল উচ্চাৰণৰ ব্যঞ্জন বৰ্ণ শক্তিশালী উচ্চাৰণৰ বৰ্ণৰ সৈতে সমীভূত হয়। যেনে—

নগ্ন>নগ গ অগ্নি>অগ গি

ভাদ্র>ভাদ্দ শুক্র>শুক্ক

চিত্র>চিত্ত কল্য>কল্ল

(গ) সংযুক্ত ব্যঞ্জন বৰ্ণৰ এটা উষ্ম বৰ্ণ হলে ( শ ষ স ) সি পিছৰ ব্যঞ্জন বৰ্ণৰ মহাপ্রাণলৈ ৰূপান্তৰিত হয়। যেনে—

অস্তি>অত্থি হস্ত>হত্থ

১২। আদিস্থিত সংযুক্ত বৰ্ণক স্বৰাগমৰ সহায়ত অৰ্থাৎ স্বৰ সংযুক্ত ব্যঞ্জনৰ আগত বহুৱাই সৰল কৰা হয়। যেনে—স্ত্রী>ইত্থী

১৩। ওচৰা ওচৰিকৈ থকা দুটা সম ধন্যাত্মক ধ্বনিৰ এটা লোপ হয়। এই নিয়মক সমাক্ষৰ লোপ (Haplology) বোলে। যেনে—

প্রাপ পালিকা>পপালিকা

১৪। নাসিক্য ব্যঞ্জন বৰ্ণ লুপ্ত হৈ পূৰ্ববৰ্তী স্বৰধ্বনিক অনুনাসিক কৰিলে নাসিকীভৱন বোলে। পালিত ব্যঞ্জনধ্বনি লুপ্ত হলে অনেক সময়ত তাৰ ঠাইত ং হয়। যেনে—

শৰ্ব্বৰী>সংবৰী

দৰ্শনম্>দংসনং

১৫। মূৰ্ধনীভৱনৰ ফলতো আদি আৰু মধ্যস্থিত একক ব্যঞ্জনধ্বনিৰ পৰিবৰ্তন হয়। মূৰ্ধা উচ্চাৰিত ব্যঞ্জনধ্বনি ( ঋ ৰ ষ প্ৰভৃতি ) ৰ সংস্পৰ্শত দন্ত্যবৰ্ণৰ মূৰ্ধণ্যবৰ্ণ লৈ পৰিবৰ্তনকে মূৰ্ধনীভৱন বোলে। যেনে—

বৰ্ত্তিকা>বট্টিকা বৃত্তম্>বণ্টং

কৃত>কটো গ্ৰন্থি>গণ্ঠি

১৬। (ক) পদৰ আদিস্থিত ক্ষ ৰ ঠাইত প্ৰায়েই খ আৰু কেতিয়াবা বা কেতিয়াবা চ বা ছ হয়। যেনে—

ক্ষয়>খ

ক্ষীৰং>খীৰ ক্ষয়>খয় ক্ষত্ৰিয>খত্তিয়ো

ক্ষিপতি>খিপতি ক্ষান্তি>খন্তি ক্ষেম>খেমো

ক্ষ>চ ছ

ক্ষুল্ল>চুল্ল ক্ষণ>ছণো

ক্ষুদ্ৰ>ছুদ্দো

(খ) পদৰ মধ্য বা অন্ত্যস্থিত ক্ষ ৰ ঠাইত ক্খ বা চ্ছ হয়। যেনে—
দক্ষিণ>দিক্খিণ ( অসমীয়াত দখিণ )

বিচক্ষণ>বিচক্খণ পক্ষ>পচ্ছ

অক্ষি>অচ্ছি, ইক্ষু>উচ্ছু

১৭। এইবোৰ সাধাৰণ নিয়মৰ উপৰিও স্বৰ ধ্বনিৰ দৰে ব্যঞ্জন ধ্বনিবো আৰু অনেক পৰিবৰ্তন হয়। সাধাৰণতে তলত দিয়া ধৰণে ব্যঞ্জন ধ্বনিৰ পৰিবৰ্তন ঘটে।

(ক) ক>খ—কীল>খীল কুব্জ>খুজ্জ

ক>গ—শাকলং>সাগলং মূক>মূগ

ক>ট—ককোলং>টকোলং

ক>স—ভিষক্>ভিসক্কো

ক>য—স্বকে>সযে

ক>ব—লকুচং>লবুজং শুক>সুব

গ>ক—ছাগল>ছাকলো হস্তোপগ>হত্থপকো

গ>ঘ—গৃহ>ঘৰ গৃহিণী>ঘৰণী

ঘ>হ—লঘু>লহু প্ৰাঘুণ>পাহুণ

( কান্ত পাহুণ বিৰহ দাৰুণ —বিদ্যাপতি )

চ>জ=লকুচ>লবুজ

চ>ত=চিকিৎসা>তিকিচ্ছা

জ>চ=প্রাজয়তি>পাচেতি

জ>দ=জিঘৎসা>দিঘচ্ছা জাজ্বল্যতে>দাদল্লতে

জ>য=নিজং>নিযং

ট>ঠ=কণ্টকং>কণ্ঠকং

ট>ড=নিঘণ্ট>নিঘণ্ডু

ট>ল=খেট>খোলে পেটা>পেলা

ড>ল=জড>জলো এডক>এলকো

ণ>ন=চিবেণ=চিবেন

ণ>ল=মৃণালং>মূলাল

ত>ট=আর্ত্ত>আট্টো বর্ত্তি>বট্টি বর্ত্তিকা>বট্টিকা
নিহত>নিহটো কৈবর্ত্ত>কেবট্টো

ত>থ=কুস্ত>কুস্থ

ত>দ=পৃষত>পসদো বিতস্তি>বিদত্থি

থ>ট=অর্থ>অটো অটঠো

থ>ঠ=পৃথিবী>পঠবী

দ>ট=প্রাদুর্ভাব>পাটুভাব

দ>ড=দহতি>ডহতি

দ>ত=জমদগ্নি>জমতগ্গি

দ>য=স্বাদনীয়>সাযনিয়ো

দ>ল=উদার>উলারো পরিদাহ>পরিলাহো

ধ>ভ=অধিরোহণং>অভিরোহণং

ধ>ল=গৃহগোধিকা>ঘর গোলিকা

ধ>হ=সাধু>সাহু অত্যাদধতি>অচ্চাদহতি

ধ>ল্হ=বৈধকং>বেল্হকং

ন>ণ=বিজ্ঞানং>বিঞ্ঞাণং

ন>ল=নৈনং>নেলং

প>ক=পিপীলক>কিপিল্লক

প>ব=পিপাসতি>পিবাসতি গোপেন্দ্র>গোবিন্দ

প>ফ=পলিতানি>ফলিতানি  পুষ্পিত >ফুস্সিতো

ফ>প=কফোণি >কপোণি

ব>প=শাবক >ছাপকো

ব>ভ=বুসং>ভুসং

ভ>ধ=অভিপ্রায় >অধিপ্পায়ো

ভ>হ=প্রভবতি>পহোতি

য>অ=প্রতিসংলয়নং>প্রতিসল্লানং

য়>ই=মত্যা>মতিয়া    সৌম্যং>সোম্মিয়ং

য>জ=গবয় >গবজো

য>ল=দ্যোতয়তি=জোতলতি

য়>ব বা ৰ=অবশ্যায় >ওস্সাবো

পূয় >পুৰেৰা

ৰ>ং = সংপ্রহর্ষণ >সংপহ্ সনং

ল>ন = লাঙ্গলম্>নঙ্গলং

ব>ও = যবনক >যোনকো

শ>ছ = শাবক >ছপকো

শ>ভ = শাকং>ভাকং

ষ>ছ = ষট্>ছ ষষ্ঠ>ছট্ঠ

ষ>ঢ = অনুকর্ষণং>অনুকড্ঢনং

হ>ধ = ইহলোক >ইধলোকো

হ>ভ = মিত্রদ্রোহী>মিত্তদূভী

(খ) আদি আৰু শব্দ মধ্যগত ব্যঞ্জনধ্বনিৰ পৰিবৰ্তন

ক্ষ>খ = ক্ষীৰং>খীৰং ক্ষত্রিয়>খত্তিয়

ক্ষ>ছ = ক্ষুদ্র>ছুদ্দো

ক্ষ>চ = ক্ষুল্ল>চুল্লো চুলো

ক্ষ>ঝ = ক্ষাপয়তি>ঝাপয়তি

ক্ষ>কখ = বিচক্ষণ>বিচক্খণ

ক্ষ>চ্ছ = পক্ষ >পচ্ছো

ক্ষ>জ ঝ = বিক্ষপয়েৎ>বিজ্ঝাপেয্য  বিক্ষায়তি>বিজ্ঝায়তি

ণ্য>ঞ ঞ = কারুণ্য>কারুঞ্ঞ  হিরণ্য>হিরঞ্ঞ

ন্য > ঞ = ন্যায় > ঞায়

ন্য > ঞ্ঞ = কন্যা > কঞ্ঞা ধান্য > ধঞ্ঞ

জ্ঞ > ঞ = জ্ঞাত > ঞাতো জ্ঞান > ঞাণ

জ্ঞ > ঞ্ঞ = স জ্ঞা সঞ্ঞা বিজ্ঞান > বিঞ্ঞান

জ্ঞ > ণ = প্রজ্ঞপ্তি > পণত্তি আজ্ঞপ্তং > আণত্তং

ষ্ট > ট্ঠ = অষ্ট > অট্ঠ কষ্ট > কট্ঠ

ষ্ঠ > ট্ঠ = ষষ্ঠ > ছট্ঠ জ্যেষ্ঠ > জেট্ঠ

স্ত > থ = স্তম্ভ > থম্ভো স্তির > থির

স্ত > ত্থ = স্বস্তি > সোত্থি প্রস্তাবনা > পত্থাবনা

স্ত > ত্ত = হ্যস্তনী > হীয়ত্তনী অস্ত > অত্ত

স্থ > থ = স্থগনং > থকনং স্থবির > থের

স্থ > ঠ = স্থায়ী > ঠানী স্থানীয় > ঠানীয়

স্থ > ত্থ = অবস্থাপন > অবত্থাপন অবস্থা > অবত্থা

স্থ > ট্ঠ = প্রস্থান > পট্ঠান অস্থি > অট্ঠি

ৎস > চ্ছ = বৎস > বচ্ছ মৎস > মচ্ছ

শ্চ > চ্ছ = বৃশ্চিক > বিচ্ছিক পাশ্চাৎ > পচ্ছা

শ্ছ > চ্ছ = নিশ্ছল > নিশ্চন্দ নিচ্ছল > নিচ্ছন্দ

স্প > ফ = স্পৃষ্ট > ফুট্ঠ স্পর্শ < ফস্সো

স্প > প্প = বনস্পতি > বনপ্পতি

ষ্প > প্প = বাষ্প > বপ্প

ষ্প > প্ফ = পুষ্প > পুপ্ফ

স্ফ > প্ফ = বিস্ফুলিঙ্গ > বিপ্ফুলিঙ্গ

স্ফ > ফ = স্ফটিক > ফলিক স্ফোট > ফোট

গ্ধ > ড্ঢ = বিদগ্ধ > বিদড্ঢ দগ্ধ > দড্ঢ

দ্ধ > ড্ঢ = বৃদ্ধ > বুড্ঢ বৃদ্ধি > বড্ঢি

র্ধ > ড্ঢ = বর্ধয়তি বড্ঢেতি অর্ধ > আড্ঢ

র্দ > দ্দ = কর্দম > কদ্দম

শ্ন > ণ্হ = প্রশ্ন > পণ্হ

শ্ন > ঞ্হ = প্রশ্ন > পঞ্হ

ষ্ণ > ণ্হ = কৃষ্ণ > কণ্হ

স্ন>ণহ — স্নুষা>সুন্‌হা

ন্ম>ম্ম — উন্মুখ> উম্মুখ উন্মাদ>উম্মাদ

ম্ন>ম্ম বা ম্ন নিম্ন>নিম্ন নিম্নগা>নিম্নগা

শ্ম>মহ — অশ্মময়>অম্‌হময়

ষ্ম>ম্‌হ — শ্লেষ্মা>সেম্‌হা গ্রীষ্ম>গিম্‌হ

স্ম>ম্‌হ — তস্মাৎ>তম্‌হা অস্মাকং>অম্‌হাকং

শ্ম>ম বা স= শ্মশ্রু>মস্‌সু শ্মশান>সুমান

স্ম>স্‌স = অনুস্মৃতি>অনুস্‌সতি জাতিস্মর>জাতিস্‌সর

স্ম>ম বা স স্মিতম্>মিতং স্মরতি>সরতি সুমরতি

ত্য>চ বা চ্চ ত্যজতি চজতি প্রত্যয়>পচ্চয়ো

থ্য>চ্ছ — তথ্য>তচ্ছং

দ্য>জ বা জ্জ — দ্যুতিমান্>জুতিমা অদ্য>অজ্জ

দ্য>য্য — উদ্যান>উয্যানং উদ্যুক্ত>উয্যুত্তো

ধ্য>ঝ বা জ্ঝ — ধ্যানং>ঝান সিধ্যতি>সিজ্ঝতি

হ্য>য্‌হ — গুহ্যং>গুয্‌হং অসহ্য>অসয্‌হ

## চতুৰ্থ অধ্যায়

# পালি সন্ধি

প্ৰাচীন ভাৰতীয় আৰ্যভাষাৰ তুলনাত পালিত সন্ধি অনেক সৰল আৰু ব্যঞ্জন সন্ধি প্ৰায় নায়েই। আমি আগতে উল্লেখ কৰি আহিছোঁ যে পালিত ব্যঞ্জনান্ত শব্দৰ প্ৰয়োগ প্ৰায়েই নাই। কেৱল মাত্ৰ শব্দৰ শেষত অনুস্বাৰৰ প্ৰয়োগহে পালিত দেখা যায়। আকৌ সংযুক্ত ব্যঞ্জন শব্দৰ আগত পালিত ব্যৱহাৰ প্ৰায়েই নহয়। গতিকে শব্দৰ আদিত যুক্ত ব্যঞ্জনৰ প্ৰয়োগ নোহোৱা বাবে আৰু ব্যঞ্জনান্ত শব্দ পালিত নথকা বাবে পালিত ব্যঞ্জন সন্ধিৰো প্ৰাচুৰ্ভাৱ কমি গৈছে।

পালিত সাধাৰণতে তিনি প্ৰকাৰৰ সন্ধিৰ প্ৰয়োগ দেখা যায়। যেনে—
(ক) স্বৰ সন্ধি (খ) মিশ্ৰ সন্ধি আৰু (গ) অনুস্বাৰ সন্ধি।

(ক) স্বৰ বৰ্ণৰ মাজত নিষ্পন্ন হোৱা সন্ধিক স্বৰ সন্ধি বোলে। স্বৰ সন্ধিৰ সাধাৰণ লক্ষণসমূহ হ'ল

১। (1) স্বৰ বৰ্ণৰ পিছত স্বৰ বৰ্ণ থাকিলে কেতিয়াবা পূৰ্বব-ী স্বৰ আৰু কেতিয়াবা পৰবৰ্তী স্বৰৰ লোপ হয়। যেনে—

| | |
|---|---|
| লঙ্কা+ইন্দো=লঙ্কিন্দো | ( পূৰ্ববৰ্তী স্বৰৰ লোপ হৈছে ) |
| মহা+ওঘো=মহোঘো | ( ) |
| সাধু+আবুসো=সাধাবুসো | ( ) |
| তুম্হী+অস্স=তুম্হস্স | ( ) |
| তে+অপি=তেপি | ( পৰবৰ্তী স্বৰ লোপ ) |
| সচে+অজ্জ=সচেজ্জ | ( ) |
| যো+অহং=যোহং | ( ) |
| আকাসে+ইব=আকাসেব | ( ) |
| বসলো+ইতি=বসলোতি | ( ) |

(ii) সাধাৰণতে পৰবৰ্তী স্বৰ গুৰু হলে পূৰ্ববৰ্তী স্বৰ আৰু পূৰ্ববৰ্তী স্বৰ গুৰু হলে পৰবৰ্তী লঘু স্বৰৰ লোপ হয়।

(iii) পূৰ্ববৰ্তী আৰু পৰবৰ্তী উভয় স্বৰেই লঘু হলে দুটা স্বৰৰ এটা লোপ হয়। সেইদৰে উভয় স্বৰেই গুৰু হলেও দুটাৰ ভিতৰত এটা লোপ হয়। যেনে—

ইতি+অপি=ইতিপি (লঘু স্বৰ)
গচ্ছামি+অহং=গচ্ছামহং ( )
মাতু+উপট্‌ঠানং=মাতুপট্‌ঠানং ( )
বত+অয়ং=বতয়ং ( )
নে+আগতা=নাগতা (গুৰু স্বৰ)
কথা+এব=কথাৱ ( )
সচে+অজ্জ=সচেজ্জ ( )
সীলবন্তো+এত্থ=সীলবন্তেত্থ ( )

২। (i) কেতিয়াবা কেতিয়াবা অ কাৰ বা আ কাৰৰ লৈতে ই বা ঈ কাৰ মিলি এ কাৰ হয়। পালিৰ এই নিয়ম সংস্কৃততো আছে। যেনে—

অব+ইচ্ছ=অবেচ্ছ (অবেত্য)
উপ+ইক্‌খতি=উপেক্‌খতি (উপেক্ষতে)
উপ+ইতো=উপেতো (উপেত)

(ইয়াত অ কাৰৰ লৈতে ই কাৰ মিলি এ কাৰ হৈছে।)

(ii) আকৌ অ কাৰ বা আ কাৰৰ লৈতে উ কাৰ বা ঊ কাৰ মিলি ও কাৰ হয়। যেনে—

চন্দ+উদয়ো=চন্দোদয়ো (চন্দোদয়)
মুখ+উদকং=মুখোদকং

(ইয়াত অ কাৰৰ লৈতে উ কাৰ মিলি ও কাৰ হৈছে।)

৩। অ বৰ্ণ ই বৰ্ণ আৰু উ বৰ্ণৰ পিছত অ ই আৰু উ থাকিলে উভয়ে মিলি দীৰ্ঘ হয়। পালিৰ এই নিয়ম সংস্কৃততো আছে। যেনে—

কত+অনুস্সতি=কতানুস্সতি (কতানুস্মৃতি)
তদা+অয়ং=তদায়ং
সম্মতি+ইধ=সম্মতীধ (শাম্যতীহ)
যানি+ইধ=যানীধ (যানীহ)

মধু+উদকং=মধূদকং

বহু+উপকারং=বহূপকারং

৪। পালিত সন্ধি নিষ্পন্ন হওঁতে পূর্ব স্বৰ লোপ পালে কেতিয়াবা কেতিয়াবা পৰবর্তী হ্রস্বস্বৰ দীর্ঘ হয়। যেনে—

সদ্ধা+ইধ=সদ্ধীধ।

তথা+উপমং=তথূপমং।

ছকৃখো+অয়ং=ছকৃখায়ং

যোপি+অয় =যোপায়ং

তদা+উপসন্মস্তি=তদূপসন্মস্তি

কিন্তু তলৰবোৰ ইয়াৰ ব্যতিক্রম।

পঞ্চহি+উপালি=পঞ্চহুপালি

নত্থি+অঞ্ঞ =নত্থঞ্ঞং (নাস্ত্যন্তৎ)

তত্র+ইদং=তত্রিদ (তত্রেদং)

৫। পৰবর্তী স্বৰ লোপ হলে পূর্ববর্তী হ্রস্বস্বৰ কেতিয়াবা কেতিয়াবা দীর্ঘ হয়। যেনে—

দেব+ইতি=দেবাতি (দেবেতি)

বি+অতিপততি=বীতিপততি (ব্যতি পততি)

সংঘাটি+অপি=সংঘাটীপি (সংঘাটিৰপি)

কিংসু+ইধ=কিংসূধ (কিংস্বিদিহ)

কিন্তু তলত দিয়াবোৰৰ ক্ষেত্রত এই নিয়ম প্রযোজ্য নহয়।

ইতি+অস্স=ইতিস্স (ইত্যস্ত)।

যস্স+ইদানি=যস্সদানি (যস্তেদানীং)।

ইদানি+অপি=ইদানিপি (ইদানীমপি)।

চক্খু+ইন্দ্রিয়ং=চক্খুন্দ্রিয়ং (চক্ষুৰিন্দ্রিয়ং)।

৬। তে মে আৰু যে সংযুক্ত পদৰ পিছত অ কাৰ থাকিলে সাধাৰণতে তে মে আৰু যে ৰ এ কাৰৰ ঠাইত য কাৰ হয় আৰু পৰবর্তী অ কাৰৰ ঠাইত আকাৰ হয়। যেনে—

মে+অয়ং–ম্যায়ং।

তে+অহং–ত্যাহং।

যে+অস্স–য্যাস স।

পৰ বত্তে+অস্স = পৰ বত্যাস্স।

তলত দিয়াবোৰৰ ক্ষেত্ৰত ই প্ৰযোজ্য নহয়।

নে+আগতা = নাগতা

তে = অনাগতা = তেনাগতা

৭। সাধাৰণতে স্বৰবৰ্ণৰ পিছত থাকিলে পূৰ্ববৰ্তী ও কাৰ আৰু উ কাৰৰ ঠাইত কেতিয়াবা কেতিয়বা ৱ হয়। যেনে—

যো+অয়ং = য ৱায়ং

সো+এব = স্বেব

যত্তো+অধিকৰণং = যত্বাধিকৰণং

থো+অজ্জ = থৱ জ্জ

তু+আকাৰো = ত্বাকাৰো

তলত দিয়াবোৰ ক্ষেত্ৰত নহয়। যেনে—

কো+অথো = কোথো।

সো+অয়ং = সোয়ং।

চত্তাৰো+ইমে = চত্তাৰোমে।

হোতু+ইতি = হোতুতি।

সাধু+আবুসো = সাধাবুসো।

কিন্নু+ইমা = কিন্নু মা।

সু+আগতং = সাগতং।

৮। ই কাৰৰ পিছত ভিন্নস্বৰ থাকিলে ই ৰ ঠাইত প্ৰায়ে য কাৰ হয়। যেনে—

বুত্তি+অস্স = বুত্যাস্স।

বুত্তি+অনুভূয়তে = বুত্যানুভূয়তে।

অগ্‌গি+আগাৰং = অগ্যাগাৰং।

বি+অঞ্জনং = ব্যঞ্জনং।

নিম্নলিখিত শব্দৰ ক্ষেত্ৰত প্ৰযোজ্য নহয়—

গচ্ছামি+অহং = গচ্ছামহং।

পঞ্চহি+অঙ্গেহি = পঞ্চহঙ্গেহি

৯। কেতিয়াবা কেতিয়াবা আকৌ ই আৰু উ ৰ পিছত অন্য স্বৰ থাকিলে ই আৰু উ ৰ ঠাইত ক্ৰমে ইয় আ উব হয়। যেনে—

তি+অন্তং–তিয়ন্তং।

তি+অঙ্গং–তিয়ঙ্গং।

পঞ্চমী+অথে–পঞ্চমিয়থে।

সত্তমী+অথে–সত্তমিয়থে।

পরি+এসনা পরিয়েসনা।

ভিক্খূ+আসনে–ভিক্খুবাসনে।

পুথু+আসনে–পুথুবাসনে।

সয়ম্ভূ+আসনে–সয়ম্ভুবাসনে।

ছু+অঙ্গিকং–ছুবঙ্গিক।

১। দীর্ঘস্বৰৰ পিছত এৱ শব্দ থাকিলে একাৰৰ ঠাই ৰি হয় আৰু পূর্ব দীর্ঘ স্বৰ হ্রস্ব হয়। যেনে—

যথা+এৱ–যথৰিৱ (যথৈৱ)।

তথা+এৱ–তথৰিৱ (তথৈৱ)।

(খ) মিশ্রসন্ধি বা ৱমিস্সক সন্ধি

স্বৰ আৰু ব্যঞ্জন বৰ্ণৰ স যোগত যি সন্ধি হয় তাকে মিশ্রসন্ধি বা ৱমিস্সক সন্ধি বোলা হয়। মিশ্রসন্ধিৰ সাধাৰণ বৈশিষ্ট সমূহ হ ল—

(১) ব্যঞ্জনবৰ্ণৰ পূর্বস্থিত স্বৰবৰ্ণ দীর্ঘ থাকিলে হ্রস হয়। যেনে—

যথা+ভাবী=যথভাবী

(২) ব্যঞ্জন বৰ্ণৰ পূর্বস্থিত হ্রস্বসৰ কেতিয়াবা কেতিয়াবা আকৌ দীর্ঘ হয়। যেনে—সম্ম+ধম্মো=সম্মাধম্মো

খন্তি+পৰমং–খন্তীপৰমং

জায়তি+সোকো–জায়তীসোকো

(৩) ব্যঞ্জনবৰ্ণ পিছত থাকিলে সো আৰু এসো শব্দৰ ও কাৰ অ কাৰ হয়। যেনে—সো+সীলৱো=সসীলৱা

এসো+ধম্মো–এসধম্মো

কিন্তু সো+মুনি= সোমুনি হয়।

(৪) সাধাৰণতে ইদম্ আৰু এৱ শব্দ পিছত থাকিলে পূর্ববর্তী স্বৰান্ত শব্দৰ পিছত ম আগম হয়। যেনে—

নৱ+ইমে–নৱমিমে

মা+ইদং–মামিদং

ন+ইদং=নয়িদং। না+এম=নয়েব।

বা+এব=বায়েব। তেসু+এব=তেসয়েব।

সো+এব=সোয়েব।

(৫) পূৰ্ববৰ্তী স্বৰ আৰু পৰবৰ্তী ব্যঞ্জনৰ মাজত সন্ধি নিষ্পন্ন হলে পৰবৰ্তী ব্যঞ্জন দ্বিত্ব হয়। যেনে —নি+বান=নিব্বান প+বজ্জং=পব্বজ্জং।

(৬) স্বৰবৰ্ণ পিছত থাকিলে কেতিয়াবা কেতিয়াবা পূৰ্ববৰ্তী স্বৰৰ পিছত 'ম' 'ন দ আৰু ত আগম হয়। যেনে—

(ম)

যেন+ইধ=যেনমিধ।

হোতু+এব=হোতুমেব।

ইধ+আহু=ইধমাহু।

কসা+ইব=কসামিব।

(ন)

অবিজ্জা+অহোসি=অবিজ্জানাহোসি।

ইতো+আয়তি=ইতোনায়তি।

(দ)

অত্ত+অত্থং=অত্তদত্থং।

পুন+এব=পুনদেব।

সম্মা+অথো=সম্মদথো।

(ত)

যস্মা+ইধ=যস্মাতিধ।

অজ্জ+অগ্গে=অজ্জাতগ্গে।

## (গ) অনুস্বাৰ বা নিগ্গহীত সন্ধি

অনুস্বাৰৰ পিছত স্বৰ নাইবা ব্যঞ্জন বৰ্ণ থাকি সন্ধি হলে তাকে অনুস্বাৰ বা নিগ্গহীত সন্ধি বুলি কোৱা হয়। এই সন্ধিৰ প্ৰধান প্ৰধান বৈশিষ্ট্য সমূহ হৈছে—

(১) অনুস্বাৰ যি বৰ্গৰ বৰ্ণৰ আগত থাকে তাৰ ঠাইত সেই বৰ্গৰ পঞ্চম বৰ্ণ হয়। যেনে—

বণং+অহো=বণঞ্চহো

( চ বৰ্গৰ জ বৰ্ণ গতিকে জ ৰ আগত থকা অনুস্বাৰ চ বৰ্গৰ পঞ্চম বৰ্ণ ঞ হৈছে। ) সেইদৰে—

সং + মন্তো = সম্মন্তো।

তণ্হং + কৰো = তণ্হঙ্কৰো।

কিন্তু ল কাৰৰ আগত থাকিলে ল কাৰেই হয়। যেনে—

সং + লক্খণং = সল্লক্খনং।

পুং + লিঙ্গং = পুল্লিঙ্গ ।

(২) অনুস্বাৰৰ পিছত এব আৰু হি থাকিলে অনুস্বাৰৰ ঠাইত ঞ হয়। যেনে—তং + এব = তঞেব।

এবং + হি = এবঞ হি।

তং + হি = তঞ হি

( ) অনুস্বাৰৰ পিছত য কাৰ থাকিলে উভয়ে মিলি ঞ ঞ হয়। যেনে—

সং + যোগ = সঞ ঞোগো।

সং + যোজন = সঞ ঞোজন।

সং + যাচিকায় = সঞ ঞাচিকায়।

অনুস্বাৰ সৰ্বনামগত হলে এই নিয়ম প্ৰযোজ্য নহয়। যেনে—

একং + যোজন = একংযোজন তং + যাত = তং যাত

(৪) স্বৰবৰ্ণ পিছত থাকিলে ( সাধাৰণতে ক্লীবলিঙ্গত যদ তদ্ আৰু এতদ্ শব্দৰ অন্ত্যস্থিত ) অনুস্বাৰৰ পৰিবৰ্তে দ হয়। যেনে—

যং + অনিচ্চ = যদনিচ্চং। তং + অনন্তা = তদনন্তা।

এতং + অবোচ = এতদবোচ।

অন্যত্ৰ ম হয়। যেনে—

যং + আহু = যমাহু। ধনং + এব = ধনমেব।

(৫) অনুস্বাৰৰ পৰবৰ্তী স্বৰবৰ্ণ কেতিয়াবা কেতিয়াবা লোপ হয়। ( ইতি ইব অপি ইদানি এব অসি প্ৰভৃতি ভিন্ন শব্দৰ স্বৰ পিছত থাকিলেও লোপ নহয়। ) যেনে—

কিং + ইতি = কিন্তি। কিং + ইদানি = কিন্দানি।

বীজং + ইব = বীজমিব। হলং + ইদানি = হলন্দানি।

কলিং + ইব = কলিমিব। উত্তত্তং + এব = উত্তত্তমেব।

ইদং + অপি = ইদম্পি। ত্বং + অসি = ত্বমসি।

## পঞ্চম অধ্যায়

# পালি-শব্দৰূপ

প্ৰাচীন ভাৰতীয় আৰ্য ভাষা যুগত শব্দ সমূহক প্ৰধানকৈ পু লিঙ্গ স্ত্ৰী লিঙ্গ আৰু ক্লীবলিঙ্গ—এই তিনি শ্ৰেণীত বিভক্ত কৰা হৈছে। সেই ভাবে প্ৰতি লিঙ্গৰ অন্তৰ্গত শব্দ সমূহৰ আকৃতি অনুসৰি ৰূপায়ণ হয়। কিন্তু মধ্যভাৰতীয় আৰ্য ভাষা স্তৰত সকলো শব্দৰে সৰলীকৰণ চেষ্টা কৰা হৈছে। যেনে সংস্কৃতত নৰ শব্দ আৰু মুনি শব্দ উভয়ে পু লিঙ্গ হলেও আকৃতিৰ বৈশিষ্ট্যৰ হেতু দুয়োটা শব্দৰ ৰূপ সম্পূৰ্ণ পৃথক হয়। কিন্তু প্ৰাকৃত আৰু পালি যুগত বিভিন্ন আকৃতিৰ এই সকলো পু লিঙ্গৰ একে নৰ (অকাৰন্ত) শব্দৰ দৰে ৰূপ কৰা হয়।

ব্যঞ্জনান্ত শব্দবোৰ পালিত স্বৰান্ত হোৱা কাৰণেও প্ৰাচীন ভাৰতীয় আৰ্য ভাষাৰ শব্দৰূপৰ বৈচিত্ৰ পালিত হ্ৰাস পালে।

অসমীয়াৰ দৰে পালি প্ৰাকৃততো সংস্কৃতৰ দ্বিবচন নাই। কেৱল একবচন আৰু বহুবচনৰ বিভক্তি প্ৰয়োগ কৰিয়েই শব্দৰূপ কৰা হয়।

শব্দৰূপৰ ক্ষেত্ৰত বৈদিক প্ৰভাৱ বা প্ৰয়োগ মন কৰিবলগীয়া বিশেষত্ব। যেনে অ কাৰন্ত শব্দৰ তৃতীযাৰ বহুবচনত পালিত কেৱল বিসৰ্গ মাত্ৰ বাদ দি বৈদিক প্ৰয়োগকেই ৰক্ষা কৰা হৈছে। যেনে —

(বৈদিক) দেবেভি (পালি) দেবেভি দেবেহি।

আকৌ পঞ্চমীৰ একবচনত স্মা আৰু সপ্তমীৰ একবচনত স্মি ৰ পৰিবৰ্তন ঘটি পালিত যথাক্ৰমে মহা আৰু মহি হয়। যেনে —পঞ্চমীৰ একবচনত দেৱমহা আৰু সপ্তমীৰ একবচনত দেৱম্হি।

পালিৰ শব্দৰূপৰ আন এটা প্ৰধান বৈশিষ্ট্য হৈছে যে বিভিন্ন বিভক্তিয়ে পালিত আহি একে হৈ পৰিছে। চতুৰ্থীৰ বহুবচন ষষ্ঠীৰ বহুবচনৰ দৰে আৰু পঞ্চমীৰ বহুবচন তৃতীয়াৰ বহুবচনৰ দৰে হ ল। স্ত্ৰীলিঙ্গৰ বিশেষ্যৰ একবচনৰ ৰূপ তৃতীয়াৰ পৰা সপ্তমীলৈকে একে হ ল।

# পালি বিভক্তির চিহ্ন সমূহ

| | একবচন | বহুবচন |
|---|---|---|
| ১মা | ও | আ আসে এ |
| ২য়া | | এ য় |
| য়া | ন | হি ( এহি ) ভি ( এভি ) |
| ৪র্থী | স্স য় | নং |
| পঞ্চমী | স্মা ম্হা | হি এহি ভি এভি |
| ৬ষ্ঠী | স্স | ন |
| ৭মী | স্মি মহি এ | এ সু |
| সম্বোধন | ও | আ |

## ( স্বরান্ত ) অকারন্ত নাগ ( পু লিঙ্গ ) শব্দরূপ

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১মা | নাগো | নাগা |
| ২য়া | নাগ | নাগে |
| ৩যা | নাগেন | নাগেহি নাগেভি |
| ৪র্থী | নাগায় নাগস্স | নাগানা |
| ৫মী | নাগস্মা নাগম্হা | নাগেহি নাগেভি |
| ৬ষ্ঠী | নাগায় নাগস্স | নাগানা |
| ৭মী | নাগে নাগস্মি নাগমহি | নাগেসু |
| সম্বোধন | নাগ নাগো | নাগা |

এইদরে ধম্ম সজ্য যু।  বুদ্ধ নর সুর অসুর যক্। গন্ধব্ব মনুস্স পিসচ পেত ইত্যাদি সমস্ত অকারন্ত পু লিঙ্গ শব্দর রূপ একে হয।

## ( স্বরান্ত ) অকারন্ত জন ( পু লিঙ্গ ) শব্দরূপ

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১মা | জনো | জনা |
| ২যা | জন | জনে |
| ৩যা | জনা জনেন | জনেহি জনেভি |
| ৪র্থী | জনায় | জননা |
| ৫মী | জনা জনম্হা জনস্মা | জনেহি জনেভি |

| বিভক্তি | একবচন | বহুবচন |
| --- | --- | --- |
| ৬ষ্ঠী | জনায় জনস্স | জনানাং |
| ৭মী | জনে জনম্হি জনস্মিং | জনেসু |
| সম্বোধন | জন জনস্স | জনা |

## ই কাৰন্ত (পুংলিঙ্গ) মুনি শব্দ

| | | |
| --- | --- | --- |
| ১মা | মুনি মনিনি | মুনী মনিয়ো |
| ২য়া | মুনি | মুনী মনয়ো |
| ৩য়া | মুনিনা | মুনীহি মুনীভি |
| ৪ৰ্থী | মুনিনো মনিস্স | মুনী |
| ৫মী | মনিনা মুনিস্মা মুনিম্হা | মুনীহি মনীভি |
| ৬ষ্ঠী | মুনিনো মুনিস্স মুনে | মুনীন |
| ৭মী | মুনিস্মি মুনিমহি | মুনিসু মুনীসু |
| সম্বোধন | মুনি মুনে | মুনী মনয়ো মুে |

## আগসি (অগ্নি) পুংলিঙ্গ শব্দ

| | | |
| --- | --- | --- |
| ১মা | অগগি অগগিনি | অগগী অগগিয়ো |
| ২য়া | অগগি | অগগী অগগয়ো |
| ৩য়া | অগগিনা | অগগীহি অগগীভি |
| ৪ৰ্থী | অগগিনো অগগিস্স | অগগীন |
| মী | অগগিনা অগগিস্মা অগগিম্হা | অগগীহি অগগীভি |
| ৬ষ্ঠী | অগগিনো অগগিস্স | অগগীন |
| ৭মী | অগগিস্মি অগগিমহি | অগগিসু অগগীসু |
| সম্বোধন | অগগি | অগগী অগগয়ো |

## ঈ কাৰন্ত স্ত্ৰীলিঙ্গ শব্দ দেৱী

| | | |
| --- | --- | --- |
| ১মা | দেৱী | দেৱিয়া দেৱী |
| ২য়া | দেৱিং | দেৱিয়া দেৱী |
| ৩য়া | দেৱিয়া | দেৱীহি দেৱীভি |
| ৪ৰ্থী | দেৱিয়া | দেৱীন |
| ৫মী | দেৱিয়া | দেৱীহি দেৱীভি |

| | একবচন | বহুবচন |
|---|---|---|
| ৬ষ্ঠী | দেবিয়া | দেবীনং |
| ৭মী | দেবিয়া | দেবীসু |
| সম্বোধন | দেবিয়া | দেবীনং |

ঈ কারন্ত নদী শব্দ ( স্ত্রীলিঙ্গ )

| | | |
|---|---|---|
| ১মা | নদী | নদী নদিয়ো নজ্জো |
| ২য়া | নদি নদিয়ং | নদিয়ো নদী নজ্জো |
| ৩য়া | নদিয়া নজ্জা | নদীহি নদীভি |
| ৪র্থী | নদিয়া নজ্জা | নদীন |
| মী | নদিয়া নজ্জা | নদীহি নদীভি |
| ৬ষ্ঠী | নদিয়া নজ্জা | নদীন |
| ৭মী | নদিয়া নজ্জা নজ্জং | নদীসু |
| সম্বোধন | নদি | নদী নদিয়ো নজ্জো |

উ কারন্ত পিতু ( পুং লিঙ্গ ) শব্দ

| | | |
|---|---|---|
| ১মা | পিতা | পিতরো ( পিতা ) |
| ২য়া | পিতরং | পিতরো পিতরে |
| ৩য়া | পিতরা পিতুনা | পিতুহি পিতুভি<br>পিতরেহি পিতরেভি |
| ৪র্থী | পিতু পিতুনো<br>পিতুস্স | পিতরান পিতানং পিতুনং<br>পিতুন |
| ৫মী | পিতরা পিতুনা | পিতরেহি পিতরেভি<br>পিতুহি পিতুভি |
| ৬ষ্ঠী | পিতু পিতুনো<br>পিতুস স | পিতরান পিতান<br>পিতুন পিতুন্ন |
| ৭মী | পিতরি | পিতরেসু পিতুসু পিতুসু পিতুসু |
| সম্বোধন | পিত পিতা | পিতরো |

উ কারন্ত ভিক্খু ( পুং লিঙ্গ ) শব্দ

| | | |
|---|---|---|
| ১মা | ভিক্খু | ভিক্খূ ভিক্খবো |
| ২য়া | ভিক্খুং | ভিক্খূ ভিক্খবো |
| ৩য়া | ভিক্খুনা | ভিক্খুহি ভিক্খুভি |

| | একবচন | বহুবচন |
|---|---|---|
| ৪ৰ্থী | ভিক্খুনো ভিক্খুস্স | ভিক্খুন |
| ৫মী | ভিক্খুনা ভিক্খুস্মা ভিক্খুম্হা | ভিক্খুহি ভিক্খুভি |
| ৬ষ্ঠী | ভিক্খুনো ভিক্খুস্স | ভিক্খুন |
| ৭মী | ভিক্খুস্মিং ভিক্খুমহি | ভিক্খুসু |
| সম্বোধন | ভিক্খু | ভিক্খু ভিক্খবো ভিক্খবে |

## উ কাৰন্ত মচ্চু ( পুং লিঙ্গ ) শব্দ ( মৃত্যু )

| | | |
|---|---|---|
| ১মা | মচ্চ | মচ্চ মচ্চ বো |
| ২য়া | মচ্চ ং | মচ্চ মচ্চ বো |
| ৩য়া | মচ্চ না | মচ্চ হি মচ্চ ভি |
| ৪ৰ্থী | মচ্চ নো মচ্চ স্স | মচ্চ ন |
| ৫মী | মচ্চ না মচ্চুস্মা মচ্চ ম্হা | মচ্চহি মচ্চ ভি |
| ৬ষ্ঠী | মচ্চ নো মচ্চ স্স | মচ্চ নং |
| ৭মী | মচ্চ স্মিং মচ্চ মহি | মচ্চ সু |
| সম্বোধন | মচ্চ | মচ্চ |

কেতু ভানু ৰাহু সঙ্কু উচ্ছু বেলু সিন্ধু বন্ধু সেতু প্ৰভৃতি শব্দৰ ৰূপো এইদৰে হয়।

## উ কাৰন্ত বধু ( স্ত্ৰীলিঙ্গ ) শব্দ

| | | |
|---|---|---|
| ১মা | বধূ | বধু বধুয়ো |
| ২য়া | বধু | বধু বধুয়ো |
| ৩য়া | বধুয়া | বধুহি বধুভি |
| ৪ৰ্থী | বধুয়া | বধুন |
| ৫মী | বধুয়া | বধুহি বধুভি |
| ৬ষ্ঠী | বধুয়া | বধুন |
| ৭মী | বধুয়া বধুয় | বধুসু |
| সম্বোধন | বধু | বধু বধুয়ো |

## আ কারন্ত কঞ্ঞা ( স্ত্রীলিঙ্গ ) শব্দ

| | একবচন | বহুবচন |
|---|---|---|
| ১মা | কঞ্ঞা | কঞ্ঞা কঞ্ঞাযো |
| ২যা | কঞ্ঞ | কঞ্ঞা কঞ্ঞাযো |
| য়া | কঞ্ঞায় | কঞ্ঞাহি কঞ্ঞাভি |
| ৪র্থী | কঞ্ঞায় | কঞ্ঞান |
| ৫মী | কঞ্ঞায় | কঞ্ঞাহি কঞ্ঞাভি |
| ৬ষ্ঠী | কঞ্ঞায | কঞ্ঞান |
| মী | কঞ্ঞায় কঞ্ঞায় | কঞ্ঞাসু |
| সম্বোধন | কঞ্ঞে | কঞ্ঞা কঞ্ঞাযো |

## অ কারান্ত পঞ্ঞা ( প্রজ্ঞা ) স্ত্রীলি গ শব্দ

| | একবচন | বহুবচন |
|---|---|---|
| ১মা | পঞ্ঞা | পঞ্ঞা পঞ্ঞাযো |
| ২য়া | পঞ্ঞং | পঞ্ঞাহি পঞ্ঞাযো |
| ৩য়া | পঞ্ঞায় | পঞ্ঞাহি পঞ্ঞাভি |
| ৪র্থী | পঞ্ঞায | পঞ্ঞান |
| ৫মী | পঞ্ঞায | পঞ্ঞাহি পঞ্ঞাভি |
| ৬ষ্ঠী | পঞ্ঞায় | পঞ্ঞান |
| ৭মী | পঞ্ঞায় পঞ্ঞায়ং | পঞ্ঞাসু |
| সম্বোধন | পঞ্ঞে | পঞ্ঞা পঞ্ঞাযো |

সদ্ধা মেধা তণ্হা ( তৃষ্ণা ) বিজ্জা ( বিদ্যা ) পুচ্ছা ( পৃচ্ছা ) নিসা (নিশা) ইত্যাদি সমস্ত স্ত্রীলিঙ্গ আকারন্ত শব্দ রূপ একে হয়।

## ও কারান্ত গো ( পু লিঙ্গ ) শব্দ

| | একবচন | বহুবচন |
|---|---|---|
| ১মা | গো | গাবো গবো |
| ২য়া | গাব গব গাবুং | গাবো গবো |
| ৩য়া | গাবেন গবেন | গোহি গোভি |
| ৪র্থী | গাবস্স গবস্স | গোনং গুন্ন গবং |
| ৫মী | গাবা গাবস্মা গাবম্হা<br>গবা গবস্মা গবম্হা | গোহি গোভি |
| ৬ষ্ঠী | গাবস্স গবস্স | গোনং গুন্নং গব |

| | একবচন | বহুবচন |
|---|---|---|
| মী | গবে গাবে গাবস্মিং গাবম্হি | গাবেসু গবেসু গোসু |
| সম্বোধন | গো | গাবো গবো |

গো শব্দ স্ত্রীলিঙ্গ গাবী হয় ইয়াৰ ৰূপ স্ত্রীলিঙ্গ ঈ কাৰান্ত স্ত্রী শব্দৰ দৰে হয়।

## অ কাৰান্ত চিত্ত ( ক্লীবলিঙ্গ ) শব্দ

| | | |
|---|---|---|
| ১মা | চিত্ত | চিত্তা চিত্তানি |
| ২য়া | চিত্ত | চিত্তে চিত্তানি |
| য়া | চিত্তেন | চিত্তেহি চিত্তেভি |
| ৪র্থী | চিত্তায় চিত্তস্স | চিত্তান |
| ৫মী | চিত্তা চিত্তস্মা চিত্তম্হা | চিত্তেহি চিত্তেভি |
| ৬ষ্ঠী | চিত্তায় চিত্তস্স | চিত্তানং |
| ৭মী | চিত্তে চিত্তেস্মি চিত্তম্হি | চিত্তেসু |
| সম্বোধন | চিত্ত চিত্তা | চিত্তা |

## ই কাৰান্ত অট্ঠি ( ক্লীবলিঙ্গ ) শব্দ

| | | |
|---|---|---|
| ১মা | অট্ঠি অট্ঠি | অট্ঠী অট্ঠীনি |
| ২য়া | অটঠি | অট্ঠী অট্ঠীনি |
| ৩য়া | অট্ঠিনা | অট্ঠীহি অট্ঠীভি |
| ৪র্থী | অট্ঠিনো অট্ঠিস্স | অট্ঠোন |
| ৫মী | অট্ঠিনা অটঠিস্মা অট্ঠিম্হা | অট্ঠীহি অট্ঠীভি |
| ৬ষ্ঠী | অট্ঠিনো অট্ঠিস্স | অট ঠীন |
| ৭মী | অট ঠিনি অট ঠিস্মিং অট ঠিম্হি | অটঠিসু অট ঠীসু |
| সম্বোধন | অট ঠি | অট ঠী অট ঠীযো |

## উ-কাৰান্ত মধু শব্দ ( ক্লীবলিংগ )

| | | |
|---|---|---|
| ১মা | মধু | মধূ মধুনি |
| ২য়া | মধুং | মধূ মধুনি |

বাকীবোৰ উ কাৰান্ত ভিক্খু ( পুংলিঙ্গ ) শব্দৰ দৰে একো

## ব্যঞ্জনান্ত শব্দজ ৰূপ

আমি আগতে উল্লেখ কৰি আহিছো। যে পালিত ব্যঞ্জনান্ত শব্দ নাই। যেনে—সং ৰাজন্>পা ৰাজ সং আত্মন্>পা অত্ত আদি ৰূপ হৈ অ কাৰন্ত হয়। সেইদৰে দণ্ডিন্>দণ্ডী ধৰ্মিন্>ধম্মী জ্ঞানিন্>ঞানী গুণবৎ>গুণবন্ত গচ্ছৎ গচ্ছন্ত ঈ কাৰন্ত উ কাৰান্ত আদি ৰূপ হৈছে। তলত কেইটামান এই ধৰণৰ ব্যঞ্জনান্ত শব্দজ শব্দৰ ৰূপ দাঙি ধৰা হ ল।

### অ কাৰান্ত ৰাজ ( ৰাজন্ ) পু লিঙ্গ শব্দ

| | একবচন | বহুবচন |
|---|---|---|
| ১মা | ৰাজা | ৰাজানো ৰাজা |
| ২য়া | ৰাজানং ৰাজ | ৰাজানো |
| ৩য়া | ৰঞ্ঞা ৰাজেন ৰাজিনা | ৰাজ হি ৰাজ ভি ৰাজেহি ৰাজেভি |
| ৪র্থী | ৰঞ্ঞো ৰাজিনো ৰাজস্স | ৰঞ্ঞ ৰাজন ৰাজানং |
| ৫মী | ৰঞ্ঞা ৰাজস্মা ৰাজম্হা | ৰাজেহি ৰাজেভি ৰাজ হি ৰাজ ভি |
| ৬ষ্ঠী | ৰঞ্ঞো ৰাজিনো ৰাজস্স | ৰঞ্ঞং ৰাজনং ৰাজান |
| ৭মী | ৰঞ্ঞে ৰাজিনি ৰাজস্মিং ৰাজম্হি | ৰাজুসু ৰাজেসু |
| সম্বোধন | ৰাজ ৰাজা | ৰাজানো ৰাজা |

### ঈ কাৰান্ত দণ্ডী ( দণ্ডিন্ ) স্ত্ৰীলিঙ্গ শব্দ

| | | |
|---|---|---|
| ১মা | দণ্ডী | দণ্ডী দণ্ডীনো |
| ২য়া | দণ্ডিন দণ্ডিং | দণ্ডী দণ্ডিনো দণ্ডিনে |
| ৩য়া | দণ্ডিনো | দণ্ডীহি দণ্ডীভি |
| ৪র্থী | দণ্ডিনো দণ্ডিস্স | দণ্ডীন |
| ৫মী | দণ্ডিনা দণ্ডিস্মা দণ্ডিম্হা | দণ্ডীহি দণ্ডীভি |
| ৬ষ্ঠী | দণ্ডিনো দণ্ডিস্স | দণ্ডীন |
| ৭মী | দণ্ডিনি দণ্ডিনে দণ্ডিস্মিং দণ্ডিম্হি | দণ্ডীসু দণ্ডিনেসু |
| সম্বোধন | দণ্ডি | দণ্ডী দণ্ডিনো |

**অ কাৰান্ত গচ্ছন্ত ( গচ্ছৎ ) ক্লীবলিঙ্গ শব্দ**

| | | |
|---|---|---|
| ১মা | গচ্ছ গচ্ছন্তং | গচ্ছন্তা গচ্ছন্তানি |
| ২য়া | গচ্ছন্তং | গচ্ছন্তে গচ্ছন্তানি |

বাকীবোৰ অ কাৰান্ত পুংলিঙ্গ শব্দৰ দৰে হয়।

## সৰ্বনাম শব্দ ৰূপ

**প্ৰথম পুৰুষ অমহ ( অস্মদ ) শব্দ**

| | একবচন | বহুবচন |
|---|---|---|
| ১মা | অহ | ময় অম্হে |
| ২য়া | ম মমং | অম্হাক অম্হে |
| ৩য়া | ময়া | অম্হেহি অম্হেভি |
| ৪ৰ্থী | মম মম মযহ অম্হ | অস্মাক অম্হাক |
| ৫মী | ময়া | অম্হেহি অম্হেভি |
| ৬ষ্ঠী | মম মম মযহ অম্হং | অস্মাকং অম্হাক |
| ৭মী | ময়ি | অম্হেসু |

**দ্বিতীয় পুৰুষ তুম্হ ( যুষ্মদ্ ) শব্দ**

| | | |
|---|---|---|
| ১মা | ত্বং তুব | তুম্হে |
| ২য়া | ত্বং তুবং তব ত | তুম্হে তুম্হাক |
| ৩য়া | ত্বয়া তয়া | তুম্হেহি তুম্হেভি |
| ৪ৰ্থী | তব তুযহ তুম্হ | তুম্হাক |
| ৫মী | ত্বয়া তয়া | তুম্হেহি তুম্হেভি |
| ৬ষ্ঠী | তব তুযহং তুম্হং | তুম্হাকং |
| ৭মী | ত্বয়ি তয়ি | তুম্হেসু |

**তৃতীয় পুৰুষ সব্ব ( সব ) শব্দ**

| | | |
|---|---|---|
| ১মা | সব্বো | সব্বে |
| ২য়া | সব্বং | সব্বে |
| ৩য়া | সব্বেন | সব্বেহি সব্বেভি |

| | একবচন | বহুবচন |
|---|---|---|
| ৪র্থী | সব্বস্স | সব্বেসং সব্বেমানং |
| ৫মী | সব্বস্মা সব্বমহা | সব্বেহি সব্বেভি |
| ৬ষ্ঠী | সব্বস্স | সব্বেসং সব্বেসানং |
| ৭মী | সব্বস্মিং সব্বমহি | সব্বেসু |
| সম্বোধন | সব্ব সব্বা | সব্বে |

## সংখ্যাবাচক শব্দ

### এক শব্দ (তিনিও লিংগত) সর্ব্বত্র একবচন

| | একবচন |
|---|---|
| ১মা | একো |
| ২য়া | একং |
| ৩য়া | একেন |
| ৪র্থী | একস্স |
| ৫মী | একস্মা একমহা |
| ৬ষ্ঠী | একস্স |
| ৭মী | একস্মিং একমহি |

### দ্বি শব্দ ( তিনি লিংগতে ) সর্ব্বত্র বহুবচন

| | |
|---|---|
| ১মা | দুবে দ্বে |
| ২য়া | দুবে দ্বে |
| ৩য়া | দ্বীহি দ্বীভি |
| ৪র্থী | দুবিন্নং দ্বিন্নং |
| ৫মী | দ্বীহি দ্বীভি |
| ৬ষ্ঠী | দুবিন্নং দ্বিন্নং |
| ৭মী | দ্বীসু |

## পালি ধাতুৰূপ

সংস্কৃতৰ লকাৰ আৰু গণৰ লৈতে পালিৰ ওচৰ সম্বন্ধলৈ লক্ষ্য কৰিলে দেখা যায় যে ধাতুৰূপত পালিৰ যি বিশেষ প্ৰণালী আছে সংস্কৃতত সেই প্ৰণালী প্ৰায় অনুসৃত হৈছে। পালিত লুট্ আৰু আশীলিঙৰ প্ৰয়োগ নাই। অতীত

কালৰ লঙ লিট আৰু লুঙ এই তিনি ল কাৰৰ ভিন ভিন পদৰ দ্বাৰা পালিত সিহঁতৰ পাৰ্থক্য স্পষ্ট ৰক্ষিত হৈছে সংস্কৃততো ইয়াৰ প্ৰায়বোৰেই অনুৰূপ হৈছে।

বৈদিক ভাষাৰ লুঙৰ প্ৰথম পুৰুষৰ এক বচনত ই বিভক্তি পালিত সম্পূৰ্ণ ৰূপে ৰক্ষিত হৈছে।

লুঙ আৰু লঙৰ ল কাৰৰ ধাতুৰ আগত অ কাৰৰ আগম বৈদিক ভাষাত বিকল্পৰূপে দেখা যায়। পালিতো সেই ৰূপ ৰৈছে।

লট্ ল কাৰান্ত পালিত সংস্কৃতৰ সকলো ৰূপৰ দৰে একেই। উত্তম পুৰুষৰ বহুবচনত পালিৰ দদাম্‌সে ভবামসে প্ৰভৃতি পদ দেখিলে বৈদিক চৰামসি প্ৰভৃতি পদলৈ মনত পৰে।

পালিত আত্মনেপদ আৰু পৰস্মৈপদ উভয়ৰে ব্যৱহাৰ থাকিলেও আত্মনেপদৰ প্ৰয়োগ অপেক্ষাকৃতভাৱে কম।

শব্দৰূপৰ দৰে ধাতুৰূপতো পালিত দ্বিবচন নাই। একবচন আৰু বহুবচনহে আছে।

আত্মনেপদী ধাতুবিলাক প্ৰায়েই পৰস্মৈপদী আৰু পৰস্মৈপদী ধাতুক প্ৰায়ে আত্মনেপদী লৈ ৰূপান্তৰ হোৱা দেখা যায়। যেনে—সংস্কৃত √ম্ৰ মৰতি √ৰুধ ৰুন্ধতি √মন মঞ্ঞতি √ভূ ভবতে ইত্যাদি।

পালিৰ সাধাৰণ নিয়মতে কৰ্মবাচ্য ভাববাচ্য আৰু কৰ্মকৰ্ত্তৃবাচ্যত আত্মনেপদ হয় কিন্তু এই নিয়ম বৈকল্পিকহে। যেনে—√পচ পচ্চতে বা পচ্চতি এইদৰে /লভ লব্ভতে লব্ভতি মন মঞ্ঞতে মঞ্ঞতি ইত্যাদি হয়।

পালিত ভ াদি ৰুধাদি দিবাদি স্বাদি ক্ৰ্যাদি তনাদি আৰু চুৰাদি—এই সাতটা গণত ধাতুসমূহ বিভক্ত হৈছে।

পালিত আশীলিঙ আৰু লুটৰ ব্যৱহাৰ নাই। গতিকে পালিত ধাতুসমূহ আঠ প্ৰকাৰে ব্যৱহৃত হয়। যেনে—

১। বত্তমানা ( বৰ্ত্তমানা )=লট্

২। সত্তমী ( সপ্তমী )—বিধিলিঙ

। পঞ্চমী ( পঞ্চমী )—লোট্

৪। হীয়ত্তনী ( হ্যস্তনী ) লঙ

৫। পৰোক্খা ( পৰোক্ষা )—লিট্

৬। ভবিস্সন্তী ( ভবিষ্যন্তী )—লট

৭। কলাতিপত্তি লঙ

৮। অজ্জতনী ( অদ্যতনী )—লুঙ

তলত কেইটামান ধাতুৰূপ দাঙি ধৰা হল—

## বত্তমানা ( বৰ্ত্তমান ) ( Present Tense )

লট্‌ৰ বিভক্তি সমূহ হল—

| পুৰুষ | পৰস্‌সপদ একবচন | পৰস্‌সপদ বহুবচন | অত্তানোপদ একবচন | অত্তানোপদ বহুবচন |
|---|---|---|---|---|
| প্ৰথম | তি | অন্তি | তে | অন্তে |
| মধ্যম | সি | থ | সে | ব্হে |
| উত্তম | মি | ম | এ | ম্হে |

√ ভূ

| | পৰস্‌সপদ একবচন | পৰস্‌সপদ বহুবচন | অত্তানোপদ একবচন | অত্তানোপদ বহুবচন |
|---|---|---|---|---|
| প্ৰথম | ভবতি | ভবন্তি | ভবতে | ভবন্তে |
| মধ্যম | ভবসি | ভবথ | ভবসে | ভবব্হে |
| উত্তম | ভবামি | ভবাম | ভবে | ভবম্হে |

√ ভূৰ ঠাইত বিকল্পত হু হয়। তেতিয়া ইয়াৰ ৰূপ এই ধৰণৰ হব। যেনে—

| | একবচন | বহুবচন |
|---|---|---|
| প্ৰথম | হোতি | হোন্তি |
| মধ্যম | হোসি | হোথ |
| উত্তম | হোমি | হোম |

## লোট—পঞ্চমী ( Imperative Mood )

লোটৰ বিভক্তিসমূহ—

| | পৰস্‌সপদ একবচন | পৰস্‌সপদ বহুবচন | অত্তানোপদ একবচন | অত্তানোপদ বহুবচন |
|---|---|---|---|---|
| প্ৰথম | তু | অন্তু | তং | অন্তং |
| মধ্যম | হি | থ | স্সু | ব্হো |
| উত্তম | মি | ম | এ | আমসে |

√ভূ

| | পরস্সপদ | | অত্তানোপদ | |
|---|---|---|---|---|
| | একবচন | বহুবচন | একবচন | বহুবচন |
| প্রথম | ভবতু | ভবন্তু | ভবত | ভবন্ত |
| মধ্যম | ভব ভবাহি | ভবথ | ভবস্সু | ভবব হো |
| উত্তম | ভবামি | ভবাম | ভবে | ভবামসে |

√ভূব ঠাইত হু হলে হোতু হোন্তু হোহি হোথ হোমি হোম ইত্যাদি হয়।

## লঙ হীয়ওনী—( Past Impe fect )

লঙর বিভক্তিসমূহ হল—

| | পরস্সপদ | | অত্তানোপদ | |
|---|---|---|---|---|
| পুরুষ | একবচন | বহুবচন | একবচন | বহুবচন |
| প্রথম | আ অ | উ উ উ | | খ |
| মধ্যম | ও অ | খ | সে | ব হ |
| উত্তম | অ অ | ম্হা | ইং | ম্হসে |

ভূ

| | | | | |
|---|---|---|---|---|
| প্রথম | অভবা | অভবু | অভবথ | অভবখ |
| মধ্যম | অভবো | অভবখ | অভবসে | অভবব হ |
| উত্তম | অভব অভব | অভবমূহা | অভবি | অভবম্হসে |

√ভূব ঠাইত হু হলে—

| | | | | |
|---|---|---|---|---|
| প্রথম | অহুবা | অহুবু অহুবু | অহুবথ | অহুবথ |
| মধ্যম | অহুবো | অহুবথ | অহুবসে | অহুব বহ |
| উত্তম | অহুবং | অহুবমহা | অহুবিং | অহুবম্হসে |

## বিধিলিঙ সপ্তমী ( Optative Mood )

বিধিলিঙর বিভক্তিসমূহ হল—

| | পরস্সপদ | | অত্তানোপোদ | |
|---|---|---|---|---|
| পুরুষ | একবচন | বহুবচন | একবচন | বহুবচন |
| প্রথম | এয্য | এয্যুং | এথ | এরং |
| মধ্যম | এয্যাসি | এয্যাথ | এথো | এয্যব্হো |
| উত্তম | এয্যামি | এয্যাম | এয্যং | এয্যাম্হে |

√গম

| | | | | |
|---|---|---|---|---|
| প্রথম | গচ্ছে গচ্ছেয্য | গচ্ছেয্যু ( ) | গচ্ছেথ | গচ্ছের |
| মধ্যম | গচ্ছেয্যাসি | গচ্ছেথ | গচ্ছেথো | গচ্ছেয্যব্হো |
| | গচ্ছে | গচ্ছেয্যাথ | | |
| উত্তম | গচ্ছে | গচ্ছেয্যাম | গচ্ছে | গচ্ছেয্যাম্হে |
| | গচ্ছেয্যামি | গচ্ছেমু গচ্ছেম | গচ্ছেয্যং | |

## লিট্প রোক্খা ( Past Perfect )

বিভক্তি সমূহ হল—

| | | | | |
|---|---|---|---|---|
| প্রথম | অ | উ | ত্থ | রে |
| মধ্যম | এ | ত্থ | ত্থো | ব্হো |
| উত্তম | অ | ম্হ | ই | ম্হে |

√পচ

| | পরস্সপদ | | অত্তানোপোদ | |
|---|---|---|---|---|
| পুরুষ | একবচন | বহুবচন | একবচন | বহুবচন |
| প্রথম | পপচ | পপচু | পপচিত্থ | পপচিরে |
| মধ্যম | পপচে | পপচিত্থ | পপচিত্থো | পপচিব্হে |
| উত্তম | পপচ | পপচিম্হ | পপচি | পপচিম্হে |

## লুট—ভবিস্সন্তী ( Future tense )

বিভক্তি সমূহ হল—

| | | | | |
|---|---|---|---|---|
| প্রথম | স্সন্তি | স্সন্তি | স্সতে | স্সন্তে |
| মধ্যম | স্সসি | স্সথ | স্সসে | স্সবহে |
| উত্তম | স্সামি | স্সাম | স্সং | স্সাম্হে |

√ভূ

| | | | | |
|---|---|---|---|---|
| প্রথম | ভবিস্সতি | ভবিস্সন্তি | ভবিস্সতে | ভবিস্সন্তে |
| মধ্যম | ভবিসস্সি | ভবিস্সথ | ভবিস্সসে | ভভিস্সব হে |
| উত্তম | ভবিস্সামি | ভবিস্সাম | ভবিস্সং | ভবিস্সামহে |

লঙ—কালাতিপত্তি ( Conditional )

বিভক্তি সমূহ হ ল—

| | | | | |
|---|---|---|---|---|
| প্রথম | স্সা | স্স স্থু | স্ থ | স্সি স্থু |
| মধ্যম | স্সে | স্সথ | স্সসে | সসব হে |
| উত্তম | স্স | স্সমহা | স্সং | সসাম্হসে |

√ভূ

| | | | | |
|---|---|---|---|---|
| প্রথম | অভবিস্সা | অভবিস্সংস্থু | অভবিস্সথ | অভবির্স্সি স্থু |
| মধ্যম | অভবিস্সে | অভবিস সথ | অভবিস সসে | অভবিস সব হে |
| উত্তম | অভবিস সসং | অভবিস মহা | অভবিস সং | অভবিস সাম্হসে |

লুঙ—অজ্জতনী ( Aori t Pa t t n )

বিভক্তি সমূহ হ ল—

| | | | | |
|---|---|---|---|---|
| প্রথম | ঈ ই | উ ইস্থু | আ ইত্থ | উ |
| মধ্যম | ও ই | থ | সে | বৃহৎ |
| উত্তম | ইং | ম্হা ম্হ | অ অ | ম্হে |

√ভূ

| | | | | |
|---|---|---|---|---|
| প্রথম | অভবী অভবি | অভবু অভবি স্থু | অভবা অভবিত্থ | অভবু |
| মধ্যম | অভবো অভবি | অভবিত্থ | অভবিসে | অভবিব হে |
| উত্তম | অভবি | অভবিম্হা<br>অভবিমহ | অভব অভব | অভবিম্হে |

(ক) **ক্রিয়াবাচক বিশেষ্য** ( Gerund ) পালিত ত্বা ত্বান তুণ আৰু য প্রত্যয় যোগ কৰি ক্রিযাবাচক বিশেষ্য পদ কৰা হয। ত্বান আৰু তুণ প্রত্যায়ান্ত শব্দ পালি কবিতাত প্রচুৰ ব্যবহাৰ আছে। কেতিযাবা

কেতিয়াবা য পালিত চ্চ ত পৰিণত হৈছে। পালিৰ য সংস্কৃতত ল্যপ প্ৰত্যয় হৈছে যেন লাগে। শব্দক ক্ৰিয়াবাচক বিশেষ্যত পৰিণত কৰিবৰ সময়ত ধাতুৰ আগত উপসৰ্গ থকাৰ কোনো ধৰা বন্ধা নিয়ম নাই। পালিত উপসৰ্গ থাকিলেও ত্বা প্ৰত্যয় হব পাৰে নাথাকিলেও য প্ৰত্যয় হব পাৰে। যেনে —বন্দ+য=বন্দিয় অভি+বন্দ+য=অভিবন্দিয়।

অভিবন্দ+ত্বা=অভিবন্দিত্বা

অ কাৰান্ত ধাতুৰ পৰবৰ্ত্তী 'য কেতিয়াবা কেতিয়াবা লোপ পায়। যেনে —অভিঞ ঞা ( জ্ঞা )+য=অভিঞঞা।

কোনো কোনো ক্ষেত্ৰত প্ৰত্যয় যুক্ত নহলেও ক্ৰিয়া বাচক বিশেষ্যৰ কাম কৰে। যেনে —পকিৰিত্বা ৰ ঠাইত পকিৰ লেখাও দেখা যায়।

(খ) **নিমিত্তাৰ্থক ক্ৰিয়া** ( Infinitive ) পালিত তুং আৰু তবে তুযে আৰু তায়ে প্ৰত্যয় যোগ কৰি নিমিত্তাৰ্থক ক্ৰিয়া গঠন কৰা হয়। তবে তুয়ে আৰু তায়ে প্ৰত্যায়ান্ত শব্দ পালিত বেছি দেখা যায়। যেনে —দা+তবে=দাতবে।

গণ+তুয়ে=গণেতুয়ে।

খাদ্+তায়ে=খাদিতায়ে।

(গ) **নিজন্ত বা প্ৰেৰণাৰ্থ ক্ৰিয়া** ( Causative ) ধাতুৰ পিছত প্ৰেৰণাৰ্থ বা প্ৰবৰ্ত্তনাৰ্থ বুজাবলৈ নিচ প্ৰত্যয় যোগ কৰি সংস্কৃতত নিজন্ত বা প্ৰেৰণাৰ্থ ক্ৰিয়া গঠন কৰা হয়। পালিত নিজন্ত ক্ৰিয়া নিজন্ত প্ৰত্যয়ৰ সহায় অবিহনে গঠিত হব নোৱাৰে। অয় আৰু আপয় প্ৰত্যয় যোগ কৰি পালিত নিজন্ত ক্ৰিয়া গঠিত হয় আৰু এই প্ৰত্যয় যুক্ত হলে যথাসম্ভৱ ধাতুৰ গুণ বৃদ্ধি হয়। কেতিয়াবা কেতিয়াবা পদান্তৰ্গত অয় ৰ ঠাইত এ আৰু আপয় ৰ ঠাইত আপে হয়।

যেনে — √গম্+অয়+তি=গময়তি ইয়াত অয় ৰ ঠাইত এ হৈ
√গম্+এ+তি=গমেতিও হয়।

সেইদৰে √কৰ +অয়+তি=কাৰয়তি।
√কৰ +এ+তি=কাৰেতি।

আকৌ √কৰ +আপয়+তি=কাৰাপয়তি।
√কৰ +আপে+তি=কাৰাপেতি।

ইয়াত আপয় ৰ ঠাইত আপে হৈছে।

৫

(ঝ) কৰ্ম আৰু ভাববাচ্য ( Passive Voice )

পালিত সাধাৰণতে ধাতুৰ পিছত য প্ৰত্যয় যোগত কৰ্ম আৰু ভাববাচ্য হয়। কৰ্ম আৰু ভাববাচ্যৰ পালিত আত্মনেপদ আৰু পৰস্মৈপদ উভয়তেই য যুক্ত হয়। যেনে—

উচ্যতে—উচ্চতে ( আত্মনেপদ )

উচ্যতে—উচ্চতি ( পৰস্মৈপদ )

সাধাৰণতে ধাতুৰ পিছত য প্ৰত্যয় যোগ হলে ই কাৰ বা ঈ কাৰৰ আগম হয়। যেনে

√পুচ্ছ ( প্ৰচ্ছ ) পুচ্ছতে পুচ্ছিয়তি

√তুস তুস্সতে তুসিয়তি

√মথ মথীয়তি

√মহ মহীযতি

(ঙ ভাব ( Mood ) বিশেষ্য বা সৰ্বনাম যি পদৰ সামগ্ৰিক ভাবে বুজা যায় সেযে ‹ ল বিশেষণ পালিতো এই বিশেষণৰ ব্যৱহাৰ আছে আৰু সি সংস্কৃত বা প্ৰাকৃতৰ দৰে বিশেষ্য বা সৰ্বনামৰ বচন লি গক অনুসৰণ নকৰে।

দুই বা ততোধিক ব্যক্তি বা বস্তুৰ মাজত একৰ উৎকৰ্ষ বা অপকৰ্ষ বুজাবৰ কাৰণে বিশেষণৰ তুলনা কৰা হয়। এই ৰকম তুলনাক বিশেষণৰ তাৰতম্য বোলে। দুটাৰ মাজত একৰ উৎকৰ্ষ বা অপকৰ্ষ বুজালে Superaltive হয়।

অসমীয়া বঙালী আদিত সাধাৰণত স স্কৃতৰ দৰে তচ ওম আৰু ইয়স্ ইষ্ঠ প্ৰত্যয় যোগ দি Superaltive আৰু Comperlative কৰা হয়। কিন্তু পালিত অনেক ৰকমে কৰা হয়।

(১) মূল বিশেষণৰ লগত হয়ো যোগ কৰি Comperlative আৰু ইথ যোগ কৰি Superlative কৰা হয়। যেনে—

পাৰা—পাপিয়ো ( comp )

পাৰা—পাপিট্ঠ ( supt )

গুৰু—গৰিয়ো ( comp )

গুৰু—গৰিট্ঠ ( supt )

২) যিবিলাক বিশেষণৰ শব্দৰ অন্ত্য ব্যঞ্জন বৰ্তমান সেই সমূহত তৰ প্ৰত্যয় প্ৰয়োগ কৰি comp আৰু তম্ প্ৰত্যয় প্ৰয়োগ কৰি supt কৰা হয়। যেনে—

অধিক— অধিকতৰ (Comp) অধিকতম্ (Supt)
নীচ নীচতৰ ( ) নীচতম্ ( )

(৩) যিবিলাক বিশেষণ শব্দত অন্ত্যস্বৰ বৰ্তমান সেই সমূহত তৰ তম প্ৰত্যয় যোগ কৰি Comp আৰু Supt ত পৰিবৰ্তন কৰা হয়।

যেনে — মহন্ত— মহন্তৰ (Comp) মহন্ততম্ (Supt)
সীলবন্ত— সীলবন্ততৰ ( ) সীলবন্ততম্ ( )

(৪) কেতিয়াবা কেতিয়াবা তৰ তম্ প্ৰত্যয়ৰ মাত্ৰ ৰ আৰু ম অৱশিষ্ট থাকে। যেনে—

অধ—অধৰ—অধম।

অৱ—ওৰ—ওম।

(৫) পালিত বিশেষণ সমূহ কেতিযাবা কেতিয়াবা কোনো নিয়ম নোহোৱাকৈ বিশেষ বিশেষ শব্দ কিছুমান ব্যৱহাৰ কৰি তুলনা কৰা হয় যেনে—অন্তি—নেদিয়ো—নেদিট্‌ঠ

সাধিক—সাধিয়ে—সধিট্‌ঠ

(৬) কেতিয়াবা কেতিয়াবা আগত অতি যোগ কৰি supt অৰ্থ প্ৰকাশ কৰা হয়। যেনে—অতি যিগ গ অসমীয়াতো এই ৰকমৰ ব্যৱহাৰ আছে।

(চ) **পদ প্ৰকৰণ** পদ প্ৰকৰণৰ প্ৰথম স্তৰত পালি সংঘবদ্ধ নাছিল। কিছু অবাৰ্চিন কালতহে পালি ভাষাত সুবিনস্ত পদ প্ৰকৰণ।আৰু অলঙ্কাৰাদিৰ প্ৰয়োগ হয। মুৰ্ত্ত নিপাত ৰ পৰাই পালিৰ আদি সীমা। অশোকৰ পিছৰ ত্ৰিপিটক প্ৰভৃতি গ্ৰন্থৰ মাধ্যমেদি পালিৰ প্ৰকৃত আলংকাৰিক ৰূপটো ধৰা পৰে। থেৰ গাথা ত দেখা যায় পালি ভাষাৰ অনেক ঠাইত সংস্কৃত পন্থী হৈ পৰিছে। মূঠ কথা কৰ্ম ক্ৰিয়া আৰু বিধেয় আৰু কৰ্তাৰ বিশেষণ প্ৰকৰণ অনেকখিনি আৰ্য ভাৰতীয় ভাষাৰ অনুৰূপ।

## ষষ্ঠ অধ্যায়

# প্ৰাকৃত শব্দৰ ব্যুৎপত্তি আৰু প্ৰাকৃত ভাষাৰ উদ্ভৱ

প্ৰাকৃত ভাষাৰ মূল বা উৎপত্তি সম্বন্ধে বিভিন্ন পণ্ডিতে বিভিন্ন মত প্ৰকাশ কৰিছে আৰু সেয়েহে ইয়াৰ সংজ্ঞাও বিভিন্ন ধৰণে ব্যাখ্যা কৰা হৈছে— প্ৰকৃতি সংস্কৃতং তত্ৰ বা তত্ৰ আগতং প্ৰাকৃতম্"।—হেমচন্দ্ৰ

প্ৰকৃতি সংস্কৃতং তদ্ বিকৃতি প্ৰাকৃতম্।

প্ৰাকৃত জনানাং ভাষা প্ৰাকৃতম্।

প্ৰাকৃতস্তু সৰ্বমেব সংস্কৃত যোনি।—প্ৰাকৃত সঞ্জীৱনী

ওপৰৰ সংজ্ঞাৰ পৰা প্ৰাকৃত ভাষাৰ মূল আৰু উৎপত্তি সম্বন্ধে তিনিটা মত পোৱা যায়। প্ৰথম দলৰ মতে প্ৰকৃতি অৰ্থাৎ সংস্কৃতৰ পৰা যি আহিছে সিয়ে প্ৰাকৃত। দ্বিতীয় দলৰ মতে সাধাৰণ মানুহৰ যি ভাষা সিয়ে প্ৰাকৃত। কিন্তু তৃতীয় মতৰ সমৰ্থনকাৰী সকলে লৌকিক সংস্কৃতক কথিত ভাষা বুলি অস্বীকাৰ কৰি কয় যে বৈদিক ভাষাৰ যি সময়ত প্ৰচলন আছিল সেই সময়ত প্ৰাকৃত কথিত ভাষা হিচাপে ব্যৱহৃত আছিল আৰু সিয়েই গৌতম বুদ্ধৰ জন্মৰ পৰা প্ৰসিদ্ধি লাভ কৰি সাহিত্যিক ভাষাৰূপে পৰিগণিত হয়।

গৌড়বহ মহাকাব্যত প্ৰাকৃত সম্বন্ধে উল্লেখ আছে—

সয়লাও ইম বায়া বিসন্তি এত্তোয় নেন্তি বায়াও।

এন্তি সমুদ্দ চিয় নেন্তি সায়ৰাও চ্চিয় জলাই॥

অৰ্থাৎ প্ৰাকৃত ভাষাতেই সকলো ভাষা প্ৰবিষ্ট হয় আৰু এই প্ৰাকৃত ভাষাৰ পৰাই সকলো ভাষাৰ উৎপত্তি হয় পানী সমুদ্ৰতেই প্ৰবিষ্ট হৈ সমুদ্ৰৰ পৰাই নিৰ্গত হোৱাৰ দৰে।

ড সুকুমাৰ সেনৰ মতে প্ৰকৃতি ৰ অৰ্থাৎ জনগণৰ ব্যৱহৃত ভাষা হল প্ৰাকৃত আৰু শিষ্ট ব্ৰাহ্মণ্য সমাজৰ শুদ্ধ ভাষা সংস্কৃত—এই নামৰ প্ৰতিৰূপ হিচাপে প্ৰাকৃত নামটো কল্পিত।

আধুনিক পণ্ডিত সকলে কয় যে প্ৰাকৃত ভাষা বৈদিক ভাষাৰ সময়ৰে পৰা ভাৰতত আছে। বিশ্লেষণ কৰি চালে এই কথাষাৰৰ মূল্য দুই কৰিব নোৱাৰি। আমি বহুবিষয়ত প্ৰাকৃত ভাষা আৰু বৈদিক ভাষাৰ মাজত বহুতো সামঞ্জস্য দেখিবলৈ পাওঁ। যেনে—

১। প্ৰাকৃতত ব্যঞ্জনান্ত শব্দৰ প্ৰয়োগ মুঠেই নাই। সংস্কৃত ব্যঞ্জনান্ত শব্দ ব্যৱহাৰ কৰিব লগা হলে প্ৰাকৃতত সেই শব্দৰ শেষৰ ব্যঞ্জনটি লুপ্ত কৰি দিয়া হয়। বৈদিক ভাষাতো এই ৰূপৰ প্ৰয়োগ দেখিবলৈ পোৱা যায়। যেনে—উচ্চাৎ>উচ্চা নীচাৎ>নীচা তাৱৎ>তাৱ মনস>মনং তৎ>তা ইত্যাদি। আকৌ কেতিয়াবা অন্ত্য ব্যঞ্জনৰ শেষত স্বৰ যোগ কৰি শব্দটো স্বৰান্ত কৰা হয়। এই নিয়মক অন্ত্য স্বৰাগম বোলা হয়। যেনে—শৰৎ> সৰঅ (সৰত)।

২। পালি প্ৰাকৃতত পদৰ আদি বৰ্ণ গত ৰ ফলা আৰু য ফলাৰ প্ৰায়ে লোপ হয়। যেনে—গ্ৰাম>গাম ব্যৱস্থিত>ববস্থিত। বৈদিক ভাষাতো এই ধৰণৰ প্ৰয়োগ আছে। যেনে— অপ্ৰগল্ভ ৰ ঠাইত অপগল্ভ।

৩। প্ৰাকৃতত সংযুক্ত বৰ্ণৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ হ্ৰস্ব হয়। যেনে—মাত্ৰা> মত্তা। বৈদিক ভাষাতো এনে ৰূপ দেখা যায়। যেনে—ৰোদসীপ্ৰা> ৰোদসপ্ৰা অমাত্ৰ>অমত্ৰ।

৪। প্ৰাকৃতত অনেক ঠাইত সংযুক্ত বৰ্ণৰ এটা ব্যঞ্জন লোপ কৰি পূৰ্ববৰ্তী হ্ৰস্ব স্বৰক দীৰ্ঘ কৰা হয়। যেনে—কৰ্ত্তব্য>কাত্তব্ব নিশ্বাস>নীসাস। বৈদিক ভাষাতো এই ৰূপ আছে যেনে—দুৰ্দভ>দুডভ দুৰ্ণাশ>দূণাশ।

। প্ৰাকৃতৰ অনেক ঠাইত ঋৰ ঠাইত উ হয়। যেনে—ঋতু>উতু বা উদু। বৈদিক সাহিত্যতো এনেকুৱা উদাহৰণ অলক্ষ্য নহয়। যেনে—বৃন্দ>বুন্দ।

৬। প্ৰাকৃতত অৱ ৰ ঠাইত ও কাৰ অয় ৰ ঠাইত এ কাৰ হয়। যেনে অৱহসতি>ওহসতি নয়তি>নেতি। বৈদিক সাহিত্যতো ইয়াৰ প্ৰয়োগ আছে। যেনে—শ্ৰৱনা=শ্ৰোণা অন্তৰয়তি=অন্তৰেতি।

৭। পদ অন্তস্থিত য কাৰ উভয়তেই দ্বিত হোৱা দেখা যায়। যেনে— দেয়>দেয্য পৌৰুষেয়>পৌৰুষেয্য।

৮। স্বৰভক্তিৰ প্ৰয়োগ উভয়তেই প্ৰচুৰ। প্ৰাকৃতত ক্লিন্ন=কিলিন্ন স্ব=সুৱ হয় বৈদিকত তন্ব=তনুৱ স্ব =সুৱ হয়।

৯। প্ৰাকৃতত দ্বি বচনৰ প্ৰয়োগ নাই তাৰ ঠাইত বহুবচনৰ প্ৰয়োগ কৰা হয়। বৈদিক ভাষাতো ঠায়ে ঠায়ে এনে প্ৰয়োগ দেখা যায়। যেনে— ইন্দ্ৰাবৰুনৌ ৰ ঠাইত ইন্দ্ৰাবৰুনা (ইয়াত প্ৰাকৃতৰ দৰে অন্তত থকা বিসৰ্গ লোপ হৈছে)। আকৌ ইন্দ্ৰাবৰুনৌ ৰূপো পোৱা যায়। সেইদৰে মিত্ৰা বৰুণা আৰু মিত্ৰাবৰুণৌ অশ্বিণা আৰু অশ্বিনৌ ইত্যাদিৰ বহুল প্ৰয়োগ আছে।

১। অকাৰন্ত শব্দৰ পিছত বিসৰ্গ থাকিলে প্ৰাকৃতৰ বহু ঠাইত এনে শব্দ ও কাৰন্ত হয়। ( >ও ) যেনে—দেব >দেবো স >সো ইত্যাদি। বৈদিক ভাষাতো এনে ৰূপ আছে। যেনে—স + চিৎ=সোচিৎ স বৎসৰ — সংবৎসৰো।

এইদৰে বৈদিক ভাষাৰ লগত প্ৰাকৃতৰ সাদৃশ্য দেখুৱাই অনেক উদাহৰণ দিব পাৰি। কিন্তু বৈদিক ভাষাৰ লগত যে প্ৰাকৃতৰ অতি ঘনিষ্ট সম্বন্ধ আৰু তেতিয়াৰ পৰাই যে ই চলি আহিছে সেই কথা বুজিবৰ নিমিত্তে এইখিনিয়েই যথেষ্ট।

প্ৰথমতে পণ্ডিতসকলে সংস্কৃতক প্ৰকৃতি বুলি কৈ তাৰপৰা প্ৰাকৃত ভাষাৰ সৃষ্টি হোৱা বুলি যি ব্যাখ্যা দিছে তাৰ বাস্তৱ তথ্য বৰ কম। সংস্কৃতক প্ৰকৃতি বুলি কোৱাৰ বিষয়ে যুক্তি পোৱা নাযায়। সাধাৰণতে প্ৰকৃতি শব্দই নৈসৰ্গিক বা স্বাভাবিক অৰ্থ বুজায় আৰু এই প্ৰকৃতিৰ পৰা যাৰ জন্ম সিয়ে প্ৰাকৃত। সংস্কৃতক যি সময়ত পাণিনিয়ে ব্যাকৰণৰ সূত্ৰৰদ্বাৰা স স্কাৰ কৰি ললে সেই সময়ত প্ৰাকৃত আগৰ দৰেই থাকিল। অৰ্থাৎ ই যি ৰকমে আছিল সেই ৰকমেই থাকি গ ল স স্কাৰৰ সাধন কৰা নহ ল। গতিকে ই প্ৰাকৃত। ৰুদ্ৰটৰ কাব্যালঙ্কাৰ বৃত্তিত প্ৰসিদ্ধ পণ্ডিত নমিসাধুৰ নিচিনা লোকেও এই মতকেই সমৰ্থন কৰি কৈছে সকল জগজ্জন্তনাং ব্যাকৰণাদিভিৰ নাহিত সংস্কাৰ সহজ বচন ব্যাপাৰ প্ৰকৃতি"। তত্ৰ ভৱ সৈৱ বা প্ৰাকৃতম্।

আন এটা কথা মন কৰিব লগীয়া যে সংস্কৃত পণ্ডিত সকলে সম্ভৱত দোষ ব্যৱৰ্জিত কৰা নহল কাৰণেই নেকি সাহিত্যত প্ৰাকৃত ভাষা সদায় নিম্ন শ্ৰেণীৰ মানুহৰ মুখতহে দি আহিছে। আৰাৰ নিম্ন শ্ৰেণীৰ মানুহকে প্ৰাকৃত বুলি কোৱা হয় গতিকে এওঁলোকৰ মুখৰ যি ভাষা সিয়েই

প্ৰাকৃত। বৰ্তমান বহু পণ্ডিতৰ ধাৰণা এয়ে। আনহাতে সংস্কৃতৰপৰা ওলোৱা হলে ইয়াৰ নাম সংস্কৃত বা ঠাইৰ লগত সাদৃশ্য থকা আন কিবা নাম হব লাগিছিল। ভাষা তত্ত্বৰ ফালৰপৰা প্ৰাকৃত হোৱাৰ কোনো যুক্তি নাই।

ব্যাকৰণৰ ফালৰপৰাও প্ৰাকৃতৰ কিছুমান স্বকীয়া নিয়ম-নীতি আছে। সেই বিলাক ওপৰত দেখুৱাই অহা ধৰণে সংস্কৃত আৰু প্ৰাকৃত উভয়ৰে বৈদিক ভাষাৰ লগতহে মিলে। গাইগাৰ চাহাবে এই সম্পৰ্কে স্পষ্ট অভিমত দি কৈছে— Pali however cannot be directly derived from sanskrit for it shows number of characteritics features which suggests its closer relation to Vedic

প্ৰাকৃত ভাষাৰ এই ৰূপ বুদ্ধৰ জন্মৰ সময়লৈকে সৰ্বসাধাৰণৰ মুখৰ ভাষা ৰূপেই পৰিগণিত হৈ আছিল। কিন্তু সংস্কৃত ভাষা পিছত গৈ সৰ্ব সাধাৰণ মানুহৰ বাবে কঠিন হৈ পৰাত খ্ৰীষ্টপূৰ্ব ৬ষ্ঠ শতিকাৰপৰা ই গা ভাঙি উঠে আৰু ভাৰতীয় আৰ্য ভাষাৰ মধ্য স্তৰৰ সূচনা কৰে।

## প্ৰাকৃত ভাষাৰ বিকাশ

ব্যাপক অৰ্থ প্ৰাকৃত শব্দই সমগ্ৰ মধ্য ভাৰতীয় আৰ্য ভাষাক বুজালেও প্ৰকৃতাৰ্থত কেৱল সাহিত্যত ৰূপদান দিয়া মধ্য উপস্তৰৰ দ্বিতীয় ভাৰতীয় আৰ্য ভাষাহেক বুজায়। সাহিত্যত প্ৰাকৃত ভাষাৰ ব্যৱহাৰ ঠিক কেতিয়াৰ পৰা আৰম্ভ হ ল এই কথা নিৰ্ণয় কৰা সহজ কথা নহয়। সম্ৰাট অশোকৰ সময়তেই সম্ভৱত প্ৰথম প্ৰাকৃত ভাষাত জনসাধাৰণৰ মাজত শিক্ষা আৰু উপদেশ দিয়াৰ প্ৰচেষ্টা কৰা হয়। কিন্তু সংস্কৃত নাটকত প্ৰাকৃত ভাষাৰ ব্যৱহাৰ যি ধৰণে কৰা হৈছে তালৈ মন কৰিলে বুজিব পাৰি যে নাটকৰ মাধ্যমতেই প্ৰাকৃত ভাষাই প্ৰথম শিষ্ট সাহিত্যত প্ৰৱেশ কৰাৰ সুযোগ লাভ কৰিছিল। খ্ৰীষ্টীয় দ্বিতীয় শতাব্দীৰ নাট্যশাস্ত্ৰত উল্লেখিত ধ্ৰুৱা গানসমূহকেই প্ৰাকৃত সাহিত্যৰ নিদৰ্শন বুলি কিছুমান পণ্ডিতে উল্লেখ কৰিছে। সংস্কৃত নাটকৰ নাৰী আৰু নিম্ন শ্ৰেণীৰ লোকসকলৰ ভাষা গাথা সপ্তশতী সেতুবন্ধ গৌড়বহো প্ৰভৃতি কাব্যৰ ভাষা আৰু জৈন সাহিত্যৰ ভাষা এই সমূহক প্ৰাচীন বৈয়াকৰণিক সকলে প্ৰাকৃত বুলিছে। প্ৰাকৃত ভাষাত ৰচিত গানৰ আকৰ্ষণী শক্তি আৰু মাধুৰ্যৰ প্ৰতি আকৃষ্ট হৈ বিশিষ্ট সংস্কৃত কবি আৰু সাহিত্যিকসকলে মুক্তকণ্ঠে প্ৰাকৃত ভাষাৰ

প্ৰশংসা কৰা দেখা যায়। গাথা সপ্তশতীত সাতবাহন বা হালে প্ৰাকৃত কাব্যৰ বিৰুদ্ধবাদীসকলক নিন্দা কৰি কৈছে—

অমিঅং পাউঅ কব্বং পঢিউং সোউ অ জে ণ আণন্তি।
কামস্স তত্তভন্তিং কুণন্তি তে কহঁণ লজ্জন্তি।

অর্থাৎ প্ৰাকৃত কাব্য অমৃত স্বৰূপ এই কাব্য যিয়ে পাঠ কৰিব বা শুনিবলৈ নাজানে কামশাস্ত্ৰৰ তত্ত্ব চিন্তা কৰাত প্ৰবৃত্ত সেইসকলে কিয় লজ্জিত নহব। এইদৰে প্ৰাকৃ ভাষাৰ উৎকৰ্ষ নিৰূপণ প্ৰভৃতি সম্বন্ধে বাণভট্ট ৰাজশেখৰ আৰু বাক্‌পতিৰাজ প্ৰভৃতি প্ৰতিষ্ঠাবান সাহিত্যিকসকলে ভূয়সী প্ৰশংসা কৰি গৈছে।

## বিভিন্ন প্ৰাকৃত ভাষা

জৈন শাস্ত্ৰৰ বাহিৰেও আৰু বহু প্ৰকাৰৰ প্ৰাকৃত ৰচনা আছে। প্ৰকৃত বৈয়াকৰণিকসকলে এই ৰচনাসমূহৰ ভাষক কেইবাটাও ভাগত ভাগ কৰিছে। বৰৰুচিযে (খ্ৰী পূ প ্ৰথম শতিকা) তেওঁৰ প্ৰাকৃত প্ৰকাশত চাৰি ৰকমৰ প্ৰাকৃতৰ উল্লেখ কৰিছে। যেনে—প্ৰকৃ প্ৰাকৃত (Real) সৌৰসেনী মাগধী আৰু পৈশাচী। পিছৰ যুগৰ আন এজন প্ৰখ্যাত বৈযাকৰণিক হেমচন্দ্ৰই প্ৰাকৃত ছয় প্ৰকাৰ বুলি উল্লেখ কৰিছে। যেনে প্ৰকৃত বা মূল প্ৰাকৃত শৌৰসেনী মাগধী পৈশাচী চুলিকা পৈশাচী আৰু অপভ্ৰংশ। পাছৰ বৈয়া কৰণিক মুকুন্দ শৰ্মা আদি কৰি সকলোৱে হেমচন্দ্ৰৰ বিভাজনকেই অনুসৰণ কৰা দেখা যায় ইয়াৰ ভিতৰত যিটো প্ৰকৃত বা মূল প্ৰাকৃত কোৱা হৈছে সেইটোক সাধাৰণতে মহাৰাষ্ট্ৰী প্ৰাকৃত বুলি কোৱা হয। নাম কেইটাৰ পৰাই সেইবোৰ প্ৰাকৃত কোন কোন অঞ্চলত প্ৰচলিত আছিল তাক আমি অনুমান কৰিব পাৰি। সম্ভৱ মহাৰাষ্ট্ৰ মহাৰাষ্ট্ৰত (যি অঞ্চলত আজিকালি মাৰাঠি ভাষা কয়) সৌৰসেনী সুৰসেনৰ ভাষা অৰ্থাৎ মথুৰা আৰু ভোজব্ৰজৰ মাগধী মগধৰ (বিহাৰ) আৰু পৈশাচী প্ৰাচ্য কৈকেয় অঞ্চলৰ ভাষা। Dr Hoenk ৰ মতে আকৌ মহাৰাষ্ট্ৰী মহাৰাষ্ট্ৰৰ ভাষা নাছিল কাৰণ মাৰাঠীৰ লগত মহাৰাষ্ট্ৰ প্ৰাকৃতৰ কোনো মিল নাই। তেওঁৰ মতে মহাৰাষ্ট্ৰ নামটোৱে কোনো এটা নিৰ্দিষ্ট অঞ্চল নুবুজায়। ই এক সময়ত দেৱাবৰপৰা ৰাজপুতনা অঞ্চললৈ জুৰি থকা দেশখনৰ ভাষা আছিল।

আমি ভাষাৰ ক্ৰমবৰপৰা আলোচনা কৰিলে দেখিবলৈ পাওঁ যে প্ৰত্যেকৰে মাজত কিছু পাৰ্থক্যৰে আৰু স্বকীয় বৈশিষ্ট্যৰে প্ৰত্যেকেই নিজৰ ৰূপত

গঢ় লৈ উঠিছে। প্ৰাকৃত বৈয়াকৰণীকসকলে মহাৰাষ্ট্ৰিক মূল প্ৰাকৃত বুলি ধৰি লৈ তাৰ তুলনাত অন্য প্ৰাকৃতৰ লক্ষণ বিচাৰ কৰিছে।

**মহাৰাষ্ট্ৰী প্ৰাকৃত** মহাৰাষ্ট্ৰী প্ৰাকৃতক শ্ৰেষ্ঠ প্ৰাকৃত বুলি গণ্য কৰা হয়। এই প্ৰাকৃতৰ শ্ৰুতিমাধুৰ্য সৰ্বজন স্বীকৃত। আচাৰ্য দণ্ডীয়ে তেওঁৰ কাব্যদৰ্শত কৈছে— মহাৰাষ্ট্ৰাশ্ৰয়া ভাষা প্ৰকৃষ্ট প্ৰাকৃতং বিদু । অৰ্থাৎ মহাৰাষ্ট্ৰ দেশৰ ভাষাকে উত্তম প্ৰাকৃত বুলি জানিবা। মহাৰাষ্ট্ৰী প্ৰাকৃতক কবিসকলৰ উদ্ভাসিত ভাষা বুলি কোৱাটো সমীচীন নহয়। গোদাবৰী প্ৰদেশৰ কথ্য ভাষাই এই প্ৰাকৃতৰ ভিত্তি বুলি আৰু ইয়াৰ মাজতেই মাৰাঠী ভাষাৰ অনেক বিশেষত্ব নিহিত আছে বুলি পণ্ডিতসকলে কৈছে।

এই প্ৰাকৃতৰ শ্ৰুতিমাধুৰ্যৰ নানা কাৰণ আছে তাৰ ভিতৰত প্ৰধান কাৰণ স্বৰ মধ্যস্থিত অল্পপ্ৰাণ ব্যঞ্জন ধ্বনিৰ লোপ ফলত এই ভাষা স্বৰ প্ৰাচুৰ্যেৰে স্পন্দনপূৰ্ণ। স্বৰধ্বনিয়ে সঙ্গীতৰ সুষমা আনে আনফালে ব্যঞ্জন ধ্বনিৰ প্ৰাচুৰ্যতাই আনে ভাষাৰ তেজস্বীতা ব্যঞ্জনধ্বনিৰ লোপৰ ফলত ফৰাছী ভাষাৰ মাধুৰ্যতাই শ্ৰোতাৰ মন সহজে আকৰ্ষণ কৰে। আনহাতে দৰে ব্যঞ্জনধ্বনিৰ উচ্চাৰণৰ কাৰণে জাৰ্মান ভাষা যিমান বলিষ্ঠ সিমান মধুৰ নহয়।

দ্বিতীয়তে মহাৰাষ্ট্ৰী প্ৰাকৃত যে অন্যান্য প্ৰাকৃততকৈ সাহিত্য সম্পদত সমৃদ্ধিশালী আৰু সংস্কৃত নাটকৰ গীতত এই প্ৰাকৃত প্ৰয়োগ হৈ সৰ্বজন সমাদৃত হৈ পৰিছিল —ইয়ো মহাৰাষ্ট্ৰী প্ৰাকৃতক শ্ৰেষ্ঠত্ব আনি দিয়াত সহায় কৰিছে।

তৎসম অৰ্ধতৎসম তদ্ভৱ আৰু দেশী—এই চাৰি প্ৰকাৰ শব্দৰদ্বাৰা মহাৰাষ্ট্ৰী প্ৰাকৃতৰ শব্দ ভাণ্ডাৰ ৰক্ষিত হৈছে। পণ্ডিতসকলে কোল বা দ্ৰাবিড় বা ভোট বুলি নকৈ সাধাৰণভাৱে দেশী শব্দটো প্ৰয়োগ কৰিছে। কোল দ্ৰাবিড় বা ভোট গোষ্ঠীৰ শব্দ অকল পালি প্ৰাকৃততেই নহয় সংস্কৃত আৰু নব্য ভাৰতীয় আৰ্য ভাষাসমূহতো প্ৰচুৰ আছে।

**শৌৰসেনী** মধ্যদেশৰ চৰ্চিত প্ৰাকৃত। শূৰসেন মধ্যদেশৰ কেন্দ্ৰীয় অঞ্চল। এই অঞ্চলৰ দক্ষিণ পশ্চিমা উপভাষা সাহিত্যিকসকলৰ হাতত শৌৰসেনীত পৰিণত হৈছে। সংস্কৃত নাটকত স্ত্ৰী চৰিত্ৰত আৰু বিদূষকৰ মুখত এই ভাষা দিয়া হৈছে। কৰ্পূৰ মঞ্জৰী নাটকত ৰজাৰ মুখতো এই শৌৰসেনী ভাষা শুনা গৈছে। মূল সংস্কৃতৰ লগত ইয়াৰ ঘনিষ্ঠ সাদৃশ্য আছে। শৌৰসেনীক হিন্দী সংস্কৃতৰ মধ্যৱৰ্তী স্তৰ বা পশ্চিমা হিন্দী বুলিবও পাৰি। মহাৰাষ্ট্ৰীৰ লগত ইয়াৰ সম্বন্ধ নিৰ্দেশ কৰিবলৈ গৈ ডঃ সুকুমাৰ

যেনে মন্তব্য কৰিছে মহাৰাষ্ট্ৰীৰ লগত শৌৰসেনীৰ কোনো লৌকিক পাৰ্থক্য নাই এটিৰ বাহিৰে স্বৰ মধ্যগত দ কাৰ আৰু ধ কাৰৰ স্থিতি যেনে— সং গচ্ছতি>গচ্ছই (মহা) গচ্ছদি (শৌৰ) স কথয়তি>কহয় (মহা°) কধেদি (শৌৰ)।

শৌৰসেনীৰ এই লক্ষণটো দ্বিতীয় মধ্যভাৰতীয় আৰ্যৰ আদি উপস্তৰৰ লক্ষণ বুলি অনুমান কৰা হয়। শৌৰসেনীৰ একবচনত স্মিন>মহি বিভক্তি হয় কৃ>কডুঅ ত্বান>দুন হয়।

বৈয়াকৰণিকসকলে মহাৰাষ্ট্ৰী শৌৰসেনীৰ মাজত বিভাষা আৱন্তী প্ৰাকৃতৰ উল্লেখ কৰিছে। ইয়াত আংশিকভাবে দুই প্ৰাকৃতৰ লক্ষণ বিদ্যমান।

**মাগধী** স স্কৃত নাটকত মাগধী নিত্যন্ত ।শিক্ষিত ইতৰ লোকৰ ভাষা। মাগধী নামটোত মগধৰ কথ্য ভাষাৰ স্মৃতি বৈ গৈছে। প্ৰাচ্যৰ এই বিভাষাৰ পুৰণি নমুনা সুতনকা প্ৰত্নলিপিত বৈ আছে। কিন্তু মাগধীক প্ৰাচ্যৰ প্ৰতিবিধি ভাষা বুলি ধৰিলে ভুল হব। মাগধী প্ৰাকৃত একেবাৰে কৃত্ৰিম সাহিত্যিক ভাষা যাৰ ব্যৱহাৰ হাস্য কৌতুকৰ কাৰণে মাত্ৰ সংস্কৃত নাটকত প্ৰয়োগ কৰা হৈছিল। মাগধী প্ৰাকৃতৰ কেইটামান বিভাষাও প্ৰাকৃত ব্যাকৰণত উল্লেখ আছে। যেনে—শাকাৰী চাণ্ডালী শবৰী ইত্যাদি।

**অৰ্ধমাগধী** অৰ্ধমাগধীৰ ব্যৱহাৰ কেৱল জৈন সাহিত্যত পোৱা যায়। অশ্বঘোষৰ নাটকত প্ৰাচীন অৰ্ধমাগধীৰ প্ৰয়োগ আছে। কিন্তু পৰবৰ্তী কালৰ সংস্কৃত নাটকত ইয়াৰ ব্যৱহাৰ একেবাৰেই নাই। জৈন মতাৱলম্বী প্ৰাকৃত বৈয়াকৰণিকসকলে অৰ্ধমাগধীক আৰ্য প্ৰাকৃত নাম দিছে। অৰ্ধমাগধীত শৌৰসেনী আৰু মাগধী দুয়োৰে লক্ষণ কিছু কিছু আছে। অৰ্থাৎ ল ৰ দুয়ো আছে আৰু বিসৰ্গযুক্ত পদান্ত অ কাৰ এ আৰু ও দুয়ো আছে। ষ শ নাই। স্বৰ মধ্যগত লুপ্ত ব্যঞ্জনৰ ঠাইত প্ৰায়েই য় শ্ৰুতিৰ ব্যৱহাৰ অৰ্ধমাগধীত এটা উল্লেখযোগ্য বিশেষত্ব। যেনে—শত>সয়। স্বৰ মধ্যগত গ কেতিয়াবা বৈ গৈছে। শানচ প্ৰত্যয় অব্যৱহৃত নহয়।

**পৈশাচী** পৈশাচী আছিল লোক সাহিত্যৰ ভাষা শিষ্ট সাহিত্যত ইয়াৰ স্থান নাছিল। পৈশাচীৰ লগত উত্তৰ পশ্চিমা বা গান্ধাৰীৰ বেছ আছে। এক সময়ত গান্ধাৰীৰ পৰা উদ্ভূত হলেও পৈশাচী অ সংস্কৃত সাহিত্যৰ চৰম ৰূপ লাভ কৰিছিল। এই হিচাপে ইয়াক অপভ্ৰংশৰ পূৰ্ব পুৰুষ বুলি ধৰা হয়। পৈশাচীৰ বিশিষ্টতম লক্ষণ হৈছে স্বৰ মধ্যগত ঘোষবৎ ব্যঞ্জনৰ

ঘোষহীনতা আৰু স্বৰ মধ্যগত স্পৃষ্ট ব্যঞ্জনৰ অলোপ। যেনে—নকৰ>নগৰ বাচা<ৰাজা।

**অপভ্ৰংশ** গ্ৰীয়াৰ্চন আদি ভাষতত্ত্ববিদ পণ্ডিতসকলে মধ্য প্ৰাকৃতৰ শেষ উপস্তৰক অপভ্ৰংৰশ নাম দিছে। কালিৰাম মেধিৰ মতে অপভ্ৰংশ সাধাৰণ মানুহৰ কথিত ভাষাৰ প্ৰভাৱত বিকৃত হোৱা শৌৰসেনী আৰু মাগধীৰ এটা অশুদ্ধ ৰূপ।

পণ্ডিতসকলে প্ৰত্যেক বিধ প্ৰাকৃতৰে একোটিইত অপভ্ৰংশ ৰূপ আছে বুলি কল্পনা কৰিছে আৰু এইবোৰৰ পৰাই আধুনিক আৰ্য ভাষাসমূহৰ উৎপত্তি। যেনে শৌৰসেনী প্ৰাকৃত>শৌৰসেনী অপভ্ৰংশ>ব্ৰজভাষাআদি। অৰ্ধমাগধী>অৰ্ধমাগধী অপভ্ৰংশ>অৱধী আদি মাগধী>মাগধী অপভ্ৰংশ> অসমীয়া বঙালী উৰিয়া আদি।

## প্ৰাকৃতৰ সাধাৰণ বৈশিষ্ট্য

প্ৰাকৃত ভাষাৰ সাধাৰণ বৈশিষ্ট্য সমূহক প্ৰধানত দুটা ভাগত ভাগ কৰা হয়। যেনে —(১) ধ্বনিগত বৈশিষ্ট্য আৰু (২) শব্দগত বৈশিষ্ট্য। এই দুই ভাগৰ বৈশিষ্ট্যই পৰবৰ্তী কালৰ বহু ভাষাৰ উৎপত্তিৰ কাৰণ হৈছে।

(১) **ধ্বনিগত বৈশিষ্ট্য** বৈদিক যুগৰ বৰ্ণমালা আলোচনা কৰিলে দেখা যায় যে মধ্যভাৰতীয় আৰ্য ভাষাৰ যুগত এই সকলোবিলাক বৰ্ণমালাৰ বিশেষ পৰিবৰ্তন সাধিত হৈছে। এই পৰিবৰ্তনৰ মূলতে আছে বিভিন্ন মানুহৰ বাগিন্দ্ৰিয়ৰ বিভিন্নতা। প্ৰাচীন বৈদিক ভাষাৰ বৰ্ণ সমূহক স্বৰ আৰু ব্যঞ্জন— এই ভাৱে ভাগ কৰা হৈছিল। প্ৰাকৃতত এই সমূহৰ যথেষ্ট পৰিবৰ্তন সাধিত হৈছে।

**স্বৰধ্বনি** ঋ কাৰ প্ৰাচীন বৈদিক যুগত এটা শক্তিশালী বৰ্ণ আছিল কিন্তু মধ্যভাৰতীয় ভাষাৰ যুগত এই বৰ্ণ একেবাৰে লোপ হৈছে আৰু তাৰ ঠাইত অন্য স্বৰ বৰ্ণৰ আগম হৈছে। এইদৰে প্ৰাদেশিক ভাষা সমূহৰ ঋ কাৰৰ বিলোপ দেখা যায়। দ্বিতীয়ত ঐ আৰু ঔ সম্পূৰ্ণ লুপ্ত হৈছে আৰু ইহঁতৰ ঠাইত যথাক্ৰমে এ আৰু ও হৈছে। কেতিয়াবা কেতিয়াবা ই বা ঈ আৰু উ বা ঊ আদিলৈও পৰিবৰ্তন হৈ ব্যৱহাৰ হোৱা দেখা যায়। ইয়াৰ বাহিৰেও অ কাৰ আৰু আ কাৰৰ মাজত বৈদিক যুগত যি পাৰ্থক্য আছিল সি প্ৰাকৃত যুগত আৰু দেখা নাযায়। মধ্যভাৰতীয় আৰ্য ভাষাৰ যুগত স্বৰৰ হ্ৰস্বত্ব আৰু

দীৰ্ঘস্বৰ মাজত থকা ব্যৱধান বহুপৰিমাণে শিথিল হৈ পৰিছে। উদাহৰণ স্বৰূপে মধ্য ভাৰতীয় ভাষা যুগত যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী বৰ্ণ সদায় হ্ৰস্ব হয় আৰু সেই যুক্ত বৰ্ণ দুটাৰ এটা লোপ হলে সেই পূৰ্ববৰ্তী হ্ৰস্বস্বৰ আকৌ দীৰ্ঘ হয় ( কাৰ্য্য > কজ্জ কাজ )। অসমীয়া প্ৰভৃতি ভাষাৰ তদ্ভৱ শব্দ সমূহ আলোচনা কৰিলে এই সত্য স্পষ্ট ভাৱে প্ৰতীয়মান হয়। এই ৰকমৰ স্বৰ বৰ্ণক Compenatory Vowel ( ক্ষতিপূৰক ) কোৱা হয়।

**ব্যঞ্জনধ্বনি** বৈদিক যুগৰ ব্যঞ্জন সমূহ আলোচনা কৰিলেও দেখা যায় যে এই যুগৰ সকলো যুক্ত আৰু অযুক্ত ব্যঞ্জন প্ৰাকৃত যুগত পৰিবৰ্তিত ৰূপত বিকাশ লাভ কৰিছে। অযুক্ত ব্যঞ্জন সমূহৰ ভিতৰত দুটা ন কাৰৰ ঠাইত মাত্ৰ ণ হৈছে তিনিতা স কাৰৰ ঠাইত কেৱল স ত বাহিৰে সকলো লোপ হৈছে। প্ৰাকৃত ভাষাৰ ই এটা চৰম বৈশিষ্ট্য। একমাত্ৰ মাগধী প্ৰাকৃতত শ ৰ প্ৰাধান্য অনুপেক্ষণীয়। ইয়াৰ বাহিৰেও য > জ হৈছে পদ মধ্যবৰ্তী অযুক্ত ব্যঞ্জন সমূ ৰ লোপ প্ৰাকৃত ভাষাৰ আন এটি উল্লেখযোগ্য বিশেষত্ব। যেনে —সকল > সঅল। বৰ্গীয় মহাপ্ৰাণ বৰ্ণ সমূহ হ কাৰত পৰিণত হয়। যেনে —গচ্ছস গচ্ছহ। কিন্তু যুক্ত ব্যঞ্জন সমূহৰ ক্ষেত্ৰতহে আটাইতকৈ বেছি পৰিবৰ্তন আৰু বৈশিষ্ট্য লক্ষ্যকৰা যায়। সমীকৰণ আৰু স্বৰভক্তি পদ্ধতিৰ দ্বাৰা বৈদিক যুক্ত ব্যঞ্জন সমূহৰ বিশেষ পৰিবৰ্ত্তন সাধিত হৈছে আৰু সেয়ে মধ্যযুগীয়া ভাষা আৰু আধুনিক প্ৰাদেশিক ভাষাত শব্দ সম্ভাৰ বৃদ্ধিৰ সুবিধা লাভ কৰিছে।

**শব্দগত বৈশিষ্ট্য** ধ্বনিগত বৈশিষ্ট্যৰ উপৰিও বৈদিক যুগৰ শব্দগত পৰিবৰ্তনৰ বৈশিষ্ট্য লক্ষ্য কৰিলে দেখা যায় যে মধ্যভাৰতীয় আৰ্যভাষা যুগত শব্দ আৰু ধাতুৰ বিশেষ পৰিবৰ্তন ঘটিছে। বৈদিক আৰু সংস্কৃতত শব্দ সমূহক প্ৰধানত পু স্ত্ৰী আৰু ক্লীবলিঙ্গ—এই তিনি শ্ৰেণীত বিভক্ত কৰা হৈছে আৰু সেইভাৱে প্ৰতিলিঙ্গৰ অন্তৰ্গত শব্দ সমূহৰ আকৃতি অনুসৰি ৰূপায়ণ হয়। কিন্তু প্ৰাকৃতত সকলো শব্দকে পুলিঙ্গ আৰু স্ত্ৰীলিঙ্গত বিভক্ত কৰি সেইবোৰৰ ৰূপ সৰল কৰাৰ চেষ্টা কৰা হৈছে। যেনে —সংস্কৃতত নৰ শব্দ আৰু মুনি শব্দ উভয়ে পুংলিঙ্গ হলেও আকৃতিৰ বৈশিষ্ট্যৰ হেতু দুয়োটা শব্দৰ ৰূপ সম্পূৰ্ণ পৃথক। কিন্তু প্ৰাকৃতত বিভিন্ন প্ৰকৃতিৰ হলেও পুংলিঙ্গৰ এই সকলো শব্দৰ ৰূপ একে নৰ ( অ কাৰন্ত ) শব্দৰ দৰে ৰূপ হয়।

ধাতু সমূহৰ সম্বন্ধেও আলোচনা কৰিলে দেখা যায় সমস্ত ধাতুৰূপৰ সংখ্যা প্ৰায় এক লক্ষ্য বলি নিৰ্ধাৰিত হৈছে। এই এক লক্ষ্য ধাতুক সংস্কৃত বৈয়াকৰণিক সকলে মাত্ৰ দহোটা শ্ৰেণীত ভাগ কৰিছে। এই শ্ৰেণী সমূহক গণ বোলা হয়। প্ৰাকৃতত সংস্কৃতৰ দহটা গণৰ হ্ৰাস কৰা হল। সংস্কৃত ব্যাকৰণত এই সমস্ত ধাতুৰ নিজ নিজ গণৰ বৈশিষ্ট্য অনুযায়ী ৰূপ কৰা হয়। প্ৰাকৃতত এই ধাতু সমূহে সেই বৈশিষ্ট্য পৰিত্যাগ কৰি কেৱলমাত্ৰ অ কাৰন্ত ধাতুত পৰিণত হল।

সংস্কৃত ব্যাকৰণত কাল সমূহক ( Tense ) সূক্ষ্মাতি সূক্ষ্মৰূপে বিভক্ত কৰি দহোটা কালত পৰিণত কৰা হৈছে। কিন্তু প্ৰাকৃতত মাত্ৰ তিনিটা স্বাভাবিক কালহে আছে যেনে বৰ্তমান অতীত আৰু ভবিষ্যত।

প্ৰাকৃতত পালিৰ দৰে একবচন আৰু বহুবচনহে আছে দ্বিবচন প্ৰাকৃতত নাই। সকলো ধাতুকে প্ৰাচীন যুগত ক্ৰিয়াৰ উদ্দেশ্য অনুযায়ী আত্মনেপদ আৰু পৰস্মৈপদ—এই দুই ভাগত বিভক্ত কৰা হৈছে। কিন্তু প্ৰাকৃতত এই সকলো বিভাগ লোপ কৰি সকলে ধাতুকে মাত্ৰ এটা ভাগত পৰস্মৈপদত পৰ্যবসিত কৰা হল।

এইভাবে প্ৰাচীন ভাৰতীয় আৰ্যভাষা এক হলেও ধ্বনিগত আৰু শব্দগত নানা বৈশিষ্ট্যৰ মাজেদি বহুভাষাৰ উৎপত্তিৰ কাৰণ হৈছে।

———

## সপ্তম অধ্যায়

# প্ৰাকৃত ব্যাকৰণৰ চমু আভাস

**স্বৰবৰ্ণ—** বৈদিক আৰু সংস্কৃত উভয়তে সৰ্বমুঠ ৫২টা ধ্বনি তাৰে ৩টা স্বৰবৰ্ণ আৰু ৯টা ব্যঞ্জনবৰ্ণ। বৈদিকত ব্যৱহাৰ হোৱা ঋ ৠ ঐ আৰু ঔ—এই পাঁচটা স্বৰবৰ্ণ প্ৰাকৃতত নাই। বাকী অ আ ই ঈ উ ঊ এ ও—এই আঠোটা প্ৰধান স্বৰবৰ্ণৰ ব্যৱহাৰ প্ৰাকৃতত আছে। আমি আগতে উল্লেখ কৰি আহিছোঁ যে ঋ কাৰ বৈদিক বা সংস্কৃতত এটা শক্তিশালী ধ্বনি কিন্তু পালি আৰু প্ৰাকৃতত ইয়াৰ প্ৰত্যক্ষ প্ৰয়োগ নাইকীয়া হৈছে আৰু তাৰ ঠাইত অ ই উ এ ৰ ৰি ৰু ইত্যাদিৰ পৰিবৰ্তিত ৰূপত ব্যৱহাৰ হয়। যেনে—

(ক) ঋ>অ=ঋচ্ছতি>অচ্ছতি (ম) অচ্ছই ঋণ>অণ বৃষভ>বসহ
বিকৃট>বিকট।

ঋ>ই=ঋজু>ইজ্জু দৃষ্টি>দিট্‌ঠি শৃগাল>সিগাল হৃদয়>হিঅঅ

ঋ>উ=মৃগাল>মৃণাল বৃত্তান্ত বুত্তন্ত নিভৃত>ণিহুদ

ঋ>এ=গৃহ>গেহ

ঋ>ৰ=বৃক্ষ>ৰচ্ছ

ঋ>ৰি=ঋক্ষ>ৰিচ্ছ ঋষি>ৰিষি

পদৰ আদিস্থিত ঋ ৰ ঠাইত অ ই উ হয়।

(খ) যৌগিক স্বৰধ্বনি ঐ ঔ ৰ ঠাইত এ ও হয়।

ঐ>এ=বৈদ্য>বেজ্জ ঐৰাৱণ>এৰাৱণ ঐতিহাসিক>এদিহাসিঅ

ঔ>ও=সৌম্য>সোম্ম কৌমুদী>কোমুদী কোমুই

কেতিয়াবা কেতিয়াবা আকৌ ঐ ৰ ঠাইত অই আৰু ঔ ৰ ঠাইত

অউ হয়। যেনে —বৈৰিন্>বইৰ মৌলি>মউলি দৈত্য>দইচ্চ পৌৰ>পউৰ।

(গ) প্ৰাকৃতৰ সাধাৰণ নিয়ম মতে দীৰ্ঘস্বৰৰ পিছত মাত্ৰ এটা ব্যঞ্জনহে থাকিব পাৰে। গতিকে সংযুক্ত ব্যঞ্জন বৰ্ণৰ পূৰ্ববৰ্তী স্বৰ সদায় হ্ৰস্ব হয়। আধুনিক ভাৰতীয় প্ৰাদেশিক ভাষা সমূহত সৰলীকৰণৰ ফলত যুক্ত ব্যঞ্জনৰ পৰিবৰ্তে সৰল ব্যঞ্জন ব্যৱহৃত হোৱাৰ প্ৰচেষ্টা দেখিবলৈ পোৱা যায় আৰু ক্ষতিপূৰণ স্বৰূপে সংযুক্ত ব্যঞ্জনৰ আগৰ স্বৰটো দীৰ্ঘ হয়। যেনে —কৰ্ম্ম>কম্ম>অসমীয়াত কাম অগ্নি>অগ্গি>হিন্দীত আগ। মধ্য>মজ্ঝ>মাঝ অসমীয়াত মাজ নৃত্য>নচ্চ>অস নাচ।

(ঘ) সাধাৰণতে ৰ+ব্যঞ্জনবৰ্ণ হলে নাইবা উষ্মবৰ্ণ+য ৰ ব হলে এই ধ্বনি সমষ্টিৰ পূৰ্বস্থিত স্বৰবৰ্ণ প্ৰায়েই দীৰ্ঘ হয়। যেনে —কতু ম্>কাহুং কৰ্ত্তব্য>কাদব্ব স্পৰ্শ>ফাস মনুষ্য>মণ স অশ্ব>আস উৎসব>উসব ইত্যাদি।

(ঙ) দ্বিত্বযুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী স্বৰ হ্ৰস্ব হোৱাৰ দৰে অনুস্বাৰৰ লগত ব্যঞ্জন থাকিলেও তাৰ পূৰ্বস্থিত স্বৰ হ্ৰস্ব হয়। যেনে —মালা>মালং।

(চ) প্ৰাকৃতত অৱ আৰু অয়ৰ ঠাইত যথাক্ৰমে ও আৰু এ হয়। যেনে —অৱ>ও=ভৱতি>ভোতি হোতি

অয>এ=পূজয়তি>পূজেতি পূজেই

ব্যঞ্জন বৰ্ণ প্ৰাকৃতৰ সাধাৰণ নিয়ম মতে ন য শ ষ—এই কেইটা বৰ্ণৰ বাহিৰে পদৰ আদিস্থিত অসংযুক্ত ব্যঞ্জনবৰ্ণ অপৰিবৰ্তিত হৈ থাকে।

(ক) প্ৰাকৃতত সাধাৰণতে ন মূৰ্ধণ্য ণ হয়। যেনে নদী>ণঈ নগৰ>ণঅৰ।

(খ) য ৰ ঠাই জ হয় (মাগধীত বাহিৰে)। যেনে —যথা>জহ (মাগ=যধা) যদি>জই (মাগ=যদি) যোগী>জোগী যশ>জসো।

(গ) শ ষ স—এই তিনিটা শিষধ্বনি (sibilant) একমাত্ৰ স লৈ পৰিবৰ্তন হয়। অৱশ্যে মাগধীত শ ব্যৱহাৰ আছে। যেনে —শূণ্য>সুন্ন শিষ্য>সিস্সো।

(ঘ) প্ৰাকৃতৰ সাধাৰণ নিয়ম এই যে অসংযুক্ত আৰু অনাদিস্থিত ক গ চ জ ত দ প ব আৰু য— এই কেইটা অল্পপ্ৰাণ বৰ্ণ প্ৰায়ে লোপ হয়। যেনে —মুকুল>মউল নগৰ>নঅৰ বিপুল>বিউল বদন>বঅণ।

(ঙ) খ ঘ থ ধ ফ আৰু ভ—এই কেইটা স্বৰ মধ্যস্থিত মহাপ্ৰাণ বৰ্ণ হ লৈ পৰিবৰ্তন হয়। যেনে—সখী>সহী মেঘ>মেহ যূথ>জুহ ৰুধিৰ>ৰুহিৰ শফৰ>সহৰ>সহৰ অভিনৱ>অহিণৱ।

(চ) স্বৰ মধ্যবৰ্তী য় সদায় লুপ্ত হয়। যেনে—বিয়োগ>বিওঅ প্ৰিয়>পিঅ।

(ছ) স্বৰ মধ্যস্থিত প ব ধ কেতিয়াবা লুপ্ত হয়। যেনে—ৰূপ>ৰূঅ বিবুধ>বিউহ দিবস>দিঅহ।

(জ) অনুস্বাৰ ভিন্ন সকলো পদান্ত ব্যঞ্জন লোপ হয়। গতিকে প্ৰাকৃত শব্দ সদায় স্বৰান্ত হয়। যেনে—বিদ্যুৎ>বিজ্জু মৰুৎ>মৰু আত্মন্>অত্ত (অসমীয়াত আতা) ৰাজন>ৰাঅ।

(ঝ) প্ৰাকৃতত পদৰ আদিত সংযুক্ত ব্যঞ্জন নাথাকে। যেনে—স্খলতি>খলই।

(ঞ) প্ৰাকৃতত ৰেফৰ প্ৰয়োগ নাই। যি বৰ্ণৰ ওপৰত ৰেফ থাকে প্ৰাকৃত হওঁতে সেই ৰেফ লোপ হৈ ৰেফ থকা বৰ্ণটো দ্বিত্ব হয়। যেনে—আৰ্য>অজ্জ কাৰ্য>কজ্জ ধৰ্ম>ধম্ম।

(ত) স্বৰ মধ্যবৰ্তী অঘোষ মূৰ্ধণ্য ট ঠ>ঘোষ মূৰ্ধণ্য ড ঢ হয়। যেনে—পটাক>পডাঅ কুটিল>কুডিল পঠন>পঢণ।

(থ) পদান্তস্থিত স্পৰ্শবৰ্ণবোৰ সদায় লুপ্ত হয়।
যেনে—গৃহম্ আনযতি> গহং আনেদি

(দ) পদান্তস্থিত অনুনাসিক বৰ্ণ সমূহ অনুস্বাৰলৈ ৰূপান্তৰিত হয়।
যেনে—গ-ম্>গঅ তস্মিন্>তস্সি।

(ধ) পদান্তস্থিত বি ৰ্গৰ ঠাইত ও কাৰ হয়। যেনে—মুক্ত>মুক্তো ভুক্ত>ভক্তো।

এইবোৰ সাধাৰণ নিয়মৰ উপৰিও স্বৰ আৰু ব্যঞ্জন ধ্বনিৰ আৰু অনেক পৰিবৰ্তন দেখা যায়। সেইবোৰৰ চমু আভাস তলত দাঙি ধৰা হ ল।

**স্বৰধ্বনি**

অ>আ=অশ্ব>আস

অ>ই=মধ্যম>মজ্ঝিম কতম>কইম পক্ক>পিক্ক

অ>উ=প্ৰলোকয়তি>পুলোএদি।

অ>এ=শয্যা>সেজ্জা

আ>অ=যথা>জহ

আ>ই=মাত্ৰ>মিত্ত

ই>অ=পৃথিৱী>পুহৱী

ই>এ=ইত্থা>এত্থ

ই>উ=ইষু>উসু

ই>ও=দ্বিধা>দোহা

ঈ>ই=গৃহীত >গহিদে

ঈ>এ=ঈদিস>এৰিস

উ>অ=গুৰুক>গৰুঅ

উ>ই=পুৰুষ>পুৰিস ( মাগ পুলিশ )

উ>ও=পুষ্কৰ>পোক্কৰ পুস্তক>পোত্থঅ

উ>ও=মূল্য>মোল্ল তাম্বূল>তম্বোল

এ>ই=বেদনা>বিঅণা দেৱৰ>দিঅৰ এতেন>এদিণা

ঐ>এ=ঈদৃশে>ঈদিসে

ও>অ=প্ৰোকাষ্ঠ >পঅট্ঠং

ও>উ=অন্নোন্ন>অন্নুন্ন

ব্যঞ্জনধ্বনি

কেতিয়াবা কেতিয়াবা শ ষ স>ছ হয় যেনে—

ষষ্ঠ>ছট্ঠ সুধা>ছুহা

হ>ধ=দাহ>দাধ সিংহ>সিংধ

ৰ>ল=হৰিদ্ৰা>হলিদ্দা

প>ব=শপথ>সবহ

ভ>হ=প্ৰতিভাস>পড়িহাস

ড়>ল=গৰুড়>গৰুল

সংযুক্ত ব্যঞ্জন

ক্ষ>খ ক্খ যেনে—ক্ষেপ>খেঅ ক্ষণ>খণ ক্ষুৰ>খুৰ উৎক্ষিপ্ত> উক্খিত্ত ক্ষীয়ন্তে

ক্ষ>চ্ছ ছ যেনে—বিক্ষিপতি>বিচ্ছিৱই ক্ষীৰেক>ছীৰেক কক্ষা>কচ্ছা ক্ষেপ>ছেঅ কক্ষ>কচ্ছ

ক্ষ > ঝ যেনে—ক্ষাম > ঝাম

ত্ম > চ্চ যেনে—আত্মা > অচ্চা

থ্ব > চ্ছ যেনে—পৃথ্বী > পিচ্ছী

দ্ব > জ্জ যেনে—বিদ্বান্ > বিজ্জং

দ্ধ > জ্ঝ যেনে—বৃদ্ধ > বুজ্ঝ

ত্য > চ্চ যেনে—কৃত্য > কচ্চ মৃত্যু > মচ্চু

থ্য > চ্ছ যেনে—ৰথ্যা > ৰচ্ছা

শ্চ > চ্ছ যেনে—আশ্চৰ্য > অচ্ছৰিঅ

ত্স > চ্ছ যেনে—বৎসক > বচ্ছঅ মৎস্য > মচ্ছ (অ° মাছ)

প্স > চ্ছ যেনে—অপ্সৰা > অচ্ছৰা

দ্য > জ্জ যেনে—খাদ্য > খজ্জ উৎপদ্যতে > উপ্পজ্জই (অ উপজে)

ধ্য > জ ঝ যেনে—বুধ্য > বুজ ঝ মধ্য > মজ ঝ

য্য > জ্জ যেনে—জয্য > জজ্জ

ৰ্য > জ্জ যেনে—পযুৎ > পজ্জু (ৰ্যৎ > ৰ্য)

ধ্য > ঝ যেনে—বুধ্যতে > বুঝে

হ্য > জ ঝ যেনে—সহ্য > সজ ঝ গুজ ঝ

ৰ্ত > ট্ট যেনে—কৈবৰ্ত > কেবট্ট

ষ্ট > ট্ঠ যেনে—ষষ্টি > সট ঠি ইষ্ট > ইট ঠ মুষ্টি > মুট ঠি অষ্ট > অট ঠ (অ আঠ)।

ম্ন > ণ্ণ যেনে—প্ৰদ্যুম্ন > প্ৰজ্জুণ্ণ

জ্ঞ > ণ্ণ জ্জ ণ যেনে—ৰাজ্ঞি > ৰণ্ণি প্ৰজ্ঞা > পাজ্জ জ্ঞান > ণাণ

গ্ন > গ গ যেনে—বিগ্ন > বিগ গ

স্ত > থ থ যেনে—মস্তক > মথঅ পুস্তক > পুথঅ স্তম্ভ > থম্ভ স্তব > থব

ক্ম > প্প যেনে—ৰুক্মিণী > ৰুপ্পিণী

ড ম < ংগ যেনে—কুড্মল > কুংপল

ষ্প > প ফ যেনে—বাষ্প > বপ ফ

স্প > ফ যেনে—স্পন্দন > ফন্দন

হ্ব > ভ যেনে—জিহ্বা > জিভা

ন্ম > ম্ম যেনে—উন্মত্ত > উম্মত্ত জন্মন্ > জম্ম

ক্ষ > ক্খ যেনে—শুষ্ক > সুক্খ

ৎস্য > চ্ছ যেনে—মৎস্য > মচ্ছ ( অ' মাছ )

স্থ > ট্ঠ যেনে—প্রস্থ > পট্ঠ অস্থিক > অট্ঠিঅ

ণ্ড > ণ্ণ যেনে— খণ্ড > খণ্ণ

ন্ধ্যা > ণ্ণ যেনে—বন্ধ্যা > বণ্ণা

ন্দ > দ যেনে—ইন্দুৰ > ইদুৰ

স্ম > ম্হ যেনে—অস্মাভি > অম্হাহি ( অ আমি )

দ্ধ > ড্ঢ যেনে—বৃদ্ধ > বুড্ঢ

শ্ন > ণ্হ যেনে—প্রশ্ন > পণ্হ

ষ্ণ > ণ্হ যেনে— কৃষ্ণ > কণ্হ

স্ন > ণ্হ যেনে—স্নান > ণ্হাণ

শ্ম > ম্হ যেনে—কাশ্মীৰ > কম্হীৰ

প্ৰাকৃত ভাষাত সাধাৰণতে পৰিলক্ষিত হোৱা কেইটামান ধ্বনি পৰিবৰ্তনৰ ধাৰা।

**সমীভৱন** পদৰ উচ্চাৰণৰ সময়ত দুটা বিভিন্ন ধ্বনি ওচৰা ওচৰিকৈ থাকিলে পৰস্পৰ অথবা এটাৰ প্ৰভাৱত আনটোৰ পৰিবৰ্তন ঘটি কম বেছি পৰিমানে সমৰূপতা লাভ কৰে। ইয়াকে ধ্বনিবিজ্ঞানত সমীভৱন বোলা হয়। সমীভৱন তিনি প্ৰকাৰৰ যথা। (১) পূৰ্ববৰ্তী ধ্বনিয়ে পৰবৰ্তী ধ্বনিৰ পৰিবৰ্তন কৰিলে প্ৰগত (২) পৰবৰ্তী ধ্বনিয়ে পূৰ্ববৰ্তী ধ্বনিক পৰিবৰ্তন কৰিলে পৰাগত আৰু (৩) পৰস্পৰৰ প্ৰভাৱত দুইটা ধ্বনিৰ পৰিবৰ্তন ঘটিলে পাৰস্পাৰিক বা অন্যোন্য। যেনে—লগ্ন > লগ্গ সৌভাগ্য > সোহগ্গ আত্মা > অত্তা নিদ্ৰা > নিদ্দা ( প্ৰগত ) যুক্ত > জুত্ত শব্দ > সদ্দ বৰ্গ > বগ্গ সুপ্ত > সুত্ত আৰ্য > অজ্জ কৰ্ম > কম্ম ( পৰাগত ) পুষ্প > পুপ্ফ মধ্য > মজ্ঝ বিদ্যা > বিজ্জা ঊৰ্ধ্ব > উব্ভ সত্য > সচ্চ ( অন্যোন্য )।

**বিষমীভৱন** সমীভৱনৰ বিপৰীত কাৰ্যই হল বিষমীভৱন। ইয়াত দুটা সমধ্বনিৰ ভিতৰত এটিৰ পৰিবৰ্তন ঘটে। যেনে—মন্মথ > বম্মহ পিপীলিকা > কিপিল্লিকা।

**বিপৰ্যাস** মধ্যপদস্থিত দুটা ধ্বনিৰ স্থান পৰিবৰ্তনকে বিপৰ্যাস বোলে। যেনে—জ্যোৎস্না > জোহ্না, হ্ৰদ > বহদ দ্ৰহ।

**বিপ্ৰকৰ্ষ স্বৰভক্তি অথবা মধ্যস্বৰাগম** উচ্চাৰণ প্ৰযত্ন লাঘৱ কৰিবলৈ যাওঁতে দুটা সংযুক্ত ব্যঞ্জন ধ্বনিৰ মাজত এটা স্বৰধ্বনিৰ আগম হোৱাকে বিপ্ৰকৰ্ষ স্বৰভক্তি অথবা মধ্যস্বৰাগম বুলি কোৱা হয়। যেনে—স্নেহ>সিনেহ কৃত্বা>কৰিত্বা কাৰ্য>কৰিয় ভাৰ্য্যা>ভৰিয়া।

**স্বৰাগম** উচ্চাৰণৰ সুবিধাৰ অৰ্থে পদৰ আদিতে যুক্ত অথবা একক ব্যঞ্জনৰ আগত স্বৰধ্বনিৰ আগম হলে স্বৰাগম বা আদিস্বৰাগম বোলা হয়। যেনে—স্ত্ৰী>ইত্থী।

**অন্ত্যস্বৰাগম** কেতিয়াবা কেতিয়াবা শব্দৰ শেষত স্বৰধ্বনি যুক্ত হলে অন্ত্যস্বৰাগম বোলে। যেনে—পৰিষদ্>পৰিসদা।

**সম্প্ৰসাৰণ** সংস্কৃতৰ দৰে প্ৰাকৃততো য ৰ ঠাইত ই আৰু ব ৰ ঠাইত উ হোৱা দেখা যায়। এনে ৰীতিক সম্প্ৰসাৰণ বোলে। যেনে—আশ্চাৰ্য্য>অচ্ছৰিঅ ত্বৰিত>তুৰিদ।

**অপিনিহিতি** যুগ্ম ব্যঞ্জনধ্বনিৰ আগত ই কাৰ অথবা উ কাৰৰ আগম হলে অপিনিহিতি বোলে। যেনে—সত্য>সত্ত>সইত্ত অৰ্ঘ্য আৰ্য্য>অৰিঅ অইৰ>এৰ।

**অভিশ্ৰুতি** পদৰ পৰৱৰ্তী অক্ষৰত থকা এটা ভিন্ন স্বৰধ্বনি বা অৰ্দ্ধ স্বৰধ্বনিৰ প্ৰভাৱত পূৰ্ববৰ্তী অক্ষৰত থকা স্বৰধ্বনিৰ পৰিবৰ্তনক অভিশ্ৰুতি বোলে। যেনে—পৰ্য্যন্ত>পৰিঅন্ত>পইৰন্ত>পেৰন্ত।

**অপশ্ৰুতি** ইন্দোইউৰোপীয় মূল ভাষাত একে ধাতুৰ পৰা উৎপন্ন হোৱা পদত এটা নিৰ্দ্দিষ্ট ক্ৰম অনুসাৰে ধাতুৰ মূল স্বৰধ্বনিৰ পৰিবৰ্তন ঘটে। স্বৰধ্বনিৰ এনে পৰিবৰ্তনক অপশ্ৰুতি বোলে। সাধাৰণতে অপশ্ৰুতি তিনি ধৰণে পোৱা যায়। ধাতুৰ স্বৰধ্বনি অবিকৃত থাকিলে গুণ স্বৰধ্বনি দীৰ্ঘ হলে বৃদ্ধি আৰু স্বৰধ্বনি লুপ্ত অথবা অত্যন্ত ক্ষীণ হলে ক্ষীণ বোলে। যেনে—সং হসতি>প্ৰা হসই (গুণ) সং চালয়তি>প্ৰা চালেই (বৃদ্ধি)

**আদিস্বৰলোপ মধ্যস্বৰলোপ অন্ত্যস্বৰলোপ** পদৰ কোনো অক্ষৰত প্ৰবল শ্বাসাঘাত হলে কেতিয়াবা শ্বাসাঘাতহীন অক্ষৰত স্বৰধ্বনি ক্ষীণ হৈ শেষত লোপ হয়। এইদৰে আদি স্বৰ লোপ হলে আদি স্বৰ লোপ মাজৰ স্বৰ লোপ হলে মধ্য আৰু শেষৰ স্বৰ লোপ হলে অন্ত্যস্বৰ লোপ বোলে। যথা—উদক>দক অপহিত>পিহিত (আদিস্বৰলোপ) ময়ূৰো>মোৰো (মধ্যস্বৰ লোপ) সন্ধ্যা>সঞ্ঝা>সাঁঝ (অন্ত্যস্বৰলোপ)।

স্বৰধ্বনিৰ দৰে ব্যঞ্জনধ্বনিৰো আদি মধ্য আৰু অন্ত্যধ্বনিৰ লোপ হয়। যথা—স্থান>থান (আদি) নগৰ>নঅৰ (মধ্য) আৰু পশ্চাৎ>পশ্চা (অন্ত)।

**সমাক্ষৰলোপ** পদৰ ওচৰা ওচৰিকৈ থকা দুটা একে অক্ষৰৰ এটা লোপ হলে সমাক্ষৰ লোপ বোলে। যেনে—প্ৰপা পালিকা>প্ৰপালিকা> পবালিআ।

**নাসিক্যীভৱন** নাসিক্য ব্যঞ্জনধ্বনি লোপ হৈ যদি পূৰ্ববৰ্তী স্বৰধ্বনিক আনুনাসিকলৈ ৰূপান্তৰিত কৰে তেতিয়া নাসিক্যীভৱন হয়। যেনে—সন্ধ্যা> সঞ্ঝা>সাঁঝ মাংস>মাস।

**স্বতোনাসিক্যীভৱন** নাসিক্য ব্যঞ্জনৰ বাহিৰেও অকল স্বৰধ্বনি আনুনাসিক হব পাৰে। তেনে অৱস্থাক স্বতোনসিক্যীভৱন বুলি কোৱা হয়। যেনে—দৰ্শন>দংসন বক্ৰ>বংক।

**মূৰ্ধণ্যীভৱন** ঋ ৰ ষ প্ৰভৃতি মূৰ্ধা উচ্চাৰিত ব্যঞ্জনধ্বনিৰ প্ৰভাৱত দন্তবৰ্ণ মূৰ্ধণ্য বৰ্ণত পৰিণত হোৱাকে মূৰ্ধণ্যীভৱন বোলে। যেনে—বৰ্ত্তসে> বট্টসি বৰ্তন্তে>বট্টতি বৰ্ধাপক >বড্ঢাবও কৃত>কট।

**স্বতোমূৰ্ধণ্যীভৱন** ঋ ৰ ষ ধ্বনিৰ বাহিৰে দন্ত্য ব্যঞ্জন স্বাভাবিক ভাৱে মূৰ্ধণ্য উচ্চাৰণ হলে স্বতোমূৰ্ধণ্যীভৱন বোলে। যেনে—পতিত>পড়ই উৎ দীন>উড্ডীন।

**সাদৃশ্য** সাদৃশ্য অনুকৰণৰ ফলত হয়। আমি কথা কওঁতে বহুসময়ত অনুকৰণ কৰোঁ। এনে কৰোঁতে একাধি ভিন্নাকাৰৰ শব্দ যদি অন্য আকাৰ ধাৰণ কৰে তেতিয়া তাক সাদৃশ্য বুলি ধৰি লব পাৰি। এই ধৰণে অৰ্থ সম্বন্ধ যুক্ত শব্দ বা পদ সমষ্টিৰ সৈতে সামাঞ্জস্য ৰক্ষা কৰিবৰ কাৰণে কোনো শব্দ বা পদৰ ধ্বনি বা অৰ্থ পৰিবৰ্তন ঘটিলে তাক সাদৃশ্য বোলে। যেনে—সংস্কৃতত ঋবান্ত শব্দৰ ষষ্ঠীৰ একবচনত নৰস্য মনে সাধো পিতুঃ ইত্যাদি হয় যদিও অনুকৰণৰ প্ৰভাৱত প্ৰাকৃতত অ কাৰন্ত শব্দৰ সাদৃশ্যত সকলোতে একে ৰূপ হয় অৰ্থাৎ নৰস্স মুনিস্স সাহস্স পিউস্স ইত্যাদি হয়।

**ঘোষীভৱন** কেতিয়াবা কেতিয়াবা অঘোষধ্বনি একোটা ঘোষধ্বনিলৈ পৰিবৰ্তিত হয় তেতিয়া তাক ঘোষীভৱন বোলে। যেনে—ভাৱৎ>দাৱ অৱগত >অৱগদো মকৰ>মগৰ ইত্যাদি।

**অঘোষীভৱন** সেইদৰে সঘোষধ্বনি অঘোষ হলে অঘোষীভৱন হয়। যেনে—অৱসৰ>অপসৰ।

**সঙ্কুচন** ধ্বনি পৰিবৰ্ত্তনৰ প্ৰভাৱত যদি শব্দ বা শব্দবিলাকৰ থকা অক্ষৰৰ সংখ্যা হ্ৰাস পায় তেতিয়া তাক সঙ্কুচন বোলে। যেনে—অন্ধকাৰ>আন্ধাৰ ৰাজকুল>ৰাউল।

**বিস্ফুৰণ** স্বৰভক্তিৰ প্ৰভাৱত নতুবা অন্য কিবা কাৰণত এটা অক্ষৰ একাধিক অক্ষৰত পৰিণত হলে তাক বিস্ফুৰণ বুলি কোৱা হয়। ক্লিষ্ট> কিলিট্‌ঠ আদৰ্শ>আয়ৰিস।

**মহাপ্ৰাণীভৱন** যদি ব্যঞ্জনধ্বনি আৰু হ কাৰ একে লগে উচ্চাৰিত হয় অৰ্থাৎ ধ্বনি দুটাৰ মাজত যি বিৰাম সি ক্ষীণ হৈ যায় আৰু অৱশেষত যদি বিলুপ্ত হয় তেনেহলে সেই ধ্বনিক মহাপ্ৰাণীভৱন হোৱা বুলি কোৱা হয়। আকৌ সংযুক্ত ব্যঞ্জনৰ এটা উষ্ম বৰ্ণ হলে সি পিছৰ ব্যঞ্জন বৰ্গৰ মহাপ্ৰাণলৈ ৰূপান্তৰিত হয়। তেতিয়া তাক মহাপ্ৰাণীভৱন বোলে। যেনে—স্পৃশাম > ফুষম।

———

## অষ্টম অধ্যায়

# সাহিত্যৰ প্ৰাকৃত

সাধাৰণতে উত্তৰ ভাৰততকৈ দক্ষিণ ভাৰতহে পালিভাষা চৰ্চ্চাৰ কেন্দ্ৰস্থল আছিল। হীনযানী বৌদ্ধ সম্প্ৰদায় লোকৰ বসতি আছিল দক্ষিণ ভাৰত আৰু ইয়াৰ পৰাই পালিৰ চৰ্চ্চা সিংহললৈকো গৈছিল। এইবোৰ কথাই দক্ষিণ ভাৰত যে পালি ভাষা চৰ্চ্চাৰ প্ৰাণ কেন্দ্ৰ আছিল তাৰ যুক্তি দাঙি ধৰি বহু পণ্ডিতে পালিৰ জন্মস্থান দক্ষিণ ভাৰত বুলি মন্তব্য দিয়াৰ কথা আমি উল্লেখ কৰি আহিছোঁ। উত্তৰ ভাৰততো যে পালিভাষাৰ ব্যৱহাৰ হোৱা-নাছিল এনে নহয় কিন্তু উত্তৰ ভাৰতৰ বৌদ্ধগ্ৰন্থসমূহ বিচাৰ কৰিলে দেখা যায় যে এইবোৰৰ বেছিভাগেই সংস্কৃত প্ৰাকৃত মিশ্ৰ ভাষাত ৰচিত। এই মিশ্ৰ ভাষাক সাধাৰণতে বৌদ্ধ সংস্কৃত বোলা হৈছিল। এই মিশ্ৰভাষাক ব্যৱহাৰ অকল বৌদ্ধ শাস্ত্ৰতেই সীমাবদ্ধ নাছিল। কুশান সম্ৰাটে তেওঁৰ অনুশাসনতো এই ভাষা প্ৰয়োগ কৰিছিল।

প্ৰাকৃতৰ পালিৰ পিছত স্তৰটো হৈছে সাহিত্যিক প্ৰাকৃত। ই আছিল মহাবীৰ জৈন ধৰ্ম প্ৰচাৰৰ বাহক। হালৰবাবা সংকলিত জৈন ধৰ্ম শাস্ত্ৰৰ সংকলনটোৱে ইয়াৰ প্ৰাচীনতম স্থিতিৰ পৰিচয় দিয়ে। এই প্ৰাকৃত ভাষাই সংস্কৃত নাটকত নিম্ন শ্ৰেণীৰ নায়ক নায়িকাৰ মুখতো প্ৰকাশ পাইছিল। এই ভাষা একেবাৰে পূৰ্ববৰ্তী প্ৰাকৃতৰ পৰাই উদ্ভৱ হৈছে বুলি কোৱা টান। ই আছিল প্ৰধানত অন্ত্য উপস্তৰৰ মধ্য আৰ্যক আশ্ৰয় কৰি গঢ় লৈ উঠা সাধুভাষা আৰু ই খ্ৰীষ্টীয় পঞ্চম শতাব্দীমানৰপৰা আৰম্ভ কৰি ষোড়শ শতাব্দী পৰ্যন্ত সংস্কৃত নাটক ৰচয়িতাসকলে অপৰিবৰ্তিতভাৱে ব্যৱহাৰ কৰি আহিছে।

প্ৰাকৃত বৈয়াকৰণিকসকলে এই প্ৰাকৃত ভাষাক কেইবাটাও ভাগত ভাগ কৰিছে সেইবোৰৰ ভিতৰত মহাৰাষ্ট্ৰী প্ৰাকৃতেই শ্ৰেষ্ঠ বুলি পণ্ডিতসকলে গণ্য কৰিছে। প্ৰাকৃতৰ ভিতৰত মহাৰাষ্ট্ৰী প্ৰাকৃতেই আটাইতকৈ শুৱলা আৰু মধুৰ বুলি প্ৰশংসিত হৈছিল। আচাৰ্য দণ্ডীয়ে তেওঁৰ কাব্যদৰ্শনত উল্লেখ কৰিছে— মহাৰাষ্ট্ৰা শ্ৰয়াং ভাষাং প্ৰকৃষ্ট প্ৰাকৃতং বিদুঃ। মহাৰাষ্ট্ৰী প্ৰাকৃতৰ শ্ৰুতি মাধুৰ্যৰ নানা কাৰণৰ ভিতৰত প্ৰধান কাৰণ স্বৰ-মধ্যস্থিত অল্পপ্ৰাণ ব্যঞ্জন

ধ্বনিৰ লোপ। গতিকে [1] এই ভাষাত স্বৰৰ প্ৰাচুৰ্যতা লক্ষ্য কৰা যায়। স্বৰ ধ্বনিয়ে সংগীতৰ সুষমা বৰঘে সেয়ে এই মধুৰতা অনেক বেছি। সেই কাৰণেই বোধহয় কাব্যৰ উপযুক্ত ভাষা হিচাপে মহাৰাষ্ট্ৰী প্ৰাকৃতে মৰ্যাদা লাভ কৰিব পাৰিছিল।

মহাৰাষ্ট্ৰী প্ৰাকৃতৰ সৰ্ব প্ৰথম অধ্যয়নৰ কাৰণে গ্ৰন্থ হল হাল সংকলিত গাথা সপ্তশতী। এই সংকলনত ১১২ জন কবিৰ ৰচিত কবিতা সন্নিবিষ্ট কৰা হৈছে। আন এজন টীকাকাৰে ৩৮৪ জন কবিৰ নাম উল্লেখ কৰি অন্য এখন সংকলনত প্ৰাকৃত শ্লোকসমূহ ৰাখি ৰখাৰ চেষ্টা কৰিছে। ৰাজশেখৰৰ কপূৰ মঞ্জৰী মহাৰাষ্ট্ৰী [1] প্ৰাকৃতৰ এখন উল্লেখযোগ্য নাটক। এইবিলাকৰ উপৰিও অভিজ্ঞান শকুন্তলম্ মৃচ্ছকটিকা বিক্ৰোমোৰ্ব্বশীয়ম্ মুদ্ৰাৰাক্ষস স্বপ্ন বাসৱদৰ্ত্তা আদি স স্কৃত নাটকতো মহাৰাষ্ট্ৰী প্ৰাকৃতৰ প্ৰয়োগ আছে। মহাৰাষ্ট্ৰী প্ৰাকৃতৰ কাব্যৰ ভিতৰত ৬ষ্ঠ ৭ম শতিকাৰ সময়ত ৰচিত প্ৰবৰ সেনৰ ৰাৱন বহো (সং নাম সেতুবন্ধ) আৰু বাক্‌পতিৰাজৰ গউড়বহো বিশেৰভাৱে উল্লেখযোগ্য।

## মহাৰাষ্ট্ৰী প্ৰাকৃতৰ বিশেষ লক্ষণ

১। শব্দৰ মাজৰ প বৰ্গৰ যি কোনো বৰ্ণ বা ক গ চ জ ত দ ট ভ আদি বৰ্ণ লোপ হয়। যেনে কূপ>কূঅ>অ কূৱা মুকুল>মুউল বদন>বঅণ ইত্যাদি।

২। শব্দৰ মধ্যবৰ্তী ঘোষ মহাপ্ৰাণ বৰ্ণবোৰ ৰূপান্তৰিত হৈ হ হয়। যেনে মুখ>মুহ। নখ>নহ গাথা>গাহা গোধুম>গোহম

৩। ক্ষ>চ্ছ যেনে ঋক্ষ>অচ্ছ কক্ষ>কচ্ছ।

৪। মহাৰাষ্ট্ৰীত ঋ কাৰৰ ঠাইত মাত্ৰ স্বৰ ধ্বনি অৱশিষ্ট আছে। যেনে

ঋ> অ = মৃগ>মগ

ঋ> ই = ঋষি>ইসি

ঋ> উ = বৃদ্ধ>বুড্চ

ঋ> ৰি = ঋণ>ৰিণ

ঋ> এ = গৃহ>গেহ

৫। শ ষ স>স = অশেষ>অসেস।

৬। আত্মন শব্দৰ ত্ম প্প হয় – আত্মন>অপ্প।

৭। শব্দ আৰু ধাতুৰূপত কিছু কিছু বৈদিক ৰূপ বৰ্ত্তমান। যেনে — প্ৰথমবাৰ একবচনত ৰাজা>ৰয় (ৰায়া) লাজা।

৮। শব্দৰূপত ৫মী একবচনত সাধাৰণতে—অহি (—আহি) যোগ হয়। যেনে —দূৰাৎ>দুৰাহি মূলাৎ>মূলাহি।

৯। ৭মী একবচন বিভক্তি স্মিন >ম্মি।

১০। প্ৰাকৃতত ৪ৰ্থী একবচনৰ ৰূপ নাই যদিও মহাৰাষ্ট্ৰীত অকাৰন্ত শব্দৰ ৪ৰ্থী একবচনত আঅ বিভক্তিৰ প্ৰয়োগ দেখা যায়। যেনে পুত্ত—পুত্তাঅ।

১১। অসমাপিকা ক্ৰিয়া (ক্তাচ প্ৰত্যয়) কৰিবলৈ ধাতুত উণ যোগ কৰা হয়। যেনে কৃত্বা>কৰিউণ।

## শৌৰসেনী প্ৰাকৃতৰ বিশেষ লক্ষণ

১। স্বৰ মধ্যগত দ কাৰ আৰু ধ কাৰৰ অৱস্থিতি। যেনে — কথয়তি>কধেদি গচ্ছতি>গচ্ছদি (মা কহই গচ্ছই) বধ>বধ (মা বহ) মধু>মধু (মা মহু) এতি>এদি লতা>লদা গত>গদ।

২। স্বৰ মধ্যবৰ্ত্তী অসযুক্ত থ কাৰৰ ঠাইত হ কাৰ অথবা ধ কাৰ হব পাৰে। যেনে কথয়তি>কধেদি কহেদি নাথ>নাধ নাহ।

৩। ৫মীৰ একবচনত দো আৰু দু দুয়োটা প্ৰত্যয়েই যোগ হয় আৰু এই দুই প্ৰত্যয়ৰ যোগৰ ফলত পূৰ্বস্থিত অ কাৰ আ কাৰত পৰিণত হয়। যেনে যিনাদো যিনাদু।

৪। ৭মীৰ একবচনত এ কাৰ যোগ হয়। যেনে পুত্তে।

৫। ৭মীৰ একবচনত স্মিন্>মহি বিভক্তি হয়।

৬। কৰ্মবাচ্যৰ য>ঈঅ হয় যেনে গম্যতে>গমীঅদি।

৭। আত্মন্ > অত্ত হয়।

(৮) সংস্কৃত ক্তা প্ৰত্যয়ৰ ঠাইত ইয় (ইঅ) হয়। যেনে — পঠিত্বা>পঠিঅ। √কৃ আৰু √গম্ ধাতুত দ আগম হয়। যেনে — কৃত্বা>কদুঅ গত্বা>গদুঅ।

কবিতাত দূণ (ঊণ) আৰু ত্তা ব্যৱহাৰ হোৱাও দেখা যায়। যেনে ঃ— পঠিত্বা>পঢ়িদূন পঢ়িত্তা।

(৯) অন্ত্য ম কাৰৰ পিছত ই আৰু এ থাকিলে ণ কাৰ আগম হয়। যেনে —যুক্তম্ ইদম্>জুত্তং ণিমং এবম্ এতৎ>এবং নেদ ।

(১০) ই আৰু উ কাৰন্ত শব্দত ষষ্ঠীৰ একবচনত ণো যোগ হয়। যেনে —অগ গিণো।

(১১) সংস্কৃত তুমুন প্ৰত্যয়ৰ ঠাইত দুং ব্যৱহাৰ হয়। যেনে — কৰ্ত্তুম্>কৰিদুং বা কাদুং।

(১২) বৰ্ত্তমান কালৰ তি আৰু তে প্ৰত্যয়ৰ ঠাইত দি আৰু দে হয়। যেনে —হসতি>হসদি ৰমতি>ৰমদি ৰমদে।

(১৩) ভৱিষ্যত কালৰ প্ৰত্যযম আগত স্সি যোগ হয়। যেনে — হসিষ্যতি>হসিস্সিদি কৰিষ্যতি>কৰিস্সিদি।

(১৪) ৰ্য>জ্জ যয। যেনে —আৰ্য>অজ্জ অযয। সূৰ্য>সুজ্জ সুযয।

(১৫) মহাৰাষ্ট্ৰী প্ৰাকৃতত থকা কৰ্মবাচ্যৰ প্ৰত্যয এযয শৌৰসেনীত নাই। এই ক্ষেত্ৰত শৌৰসেনী প্ৰাকৃতে সংস্কৃতৰ আৰ্হি অৱলম্বন কৰিছে। শৌৰ সেনীতে এযযৰ ঠাইত ইয় হয়।

## মাগধী প্ৰাকৃতৰ সাধাৰণ লক্ষণ

(১) মাগধী প্ৰাকৃত শব্দৰ শ লোপ নহয়। যেনে — ভৱিষ্যতি>ভৱিশশদি। সেইদৰে তশশিং পুত্তশশ ইত্যাদি।

(২) মাগধী প্ৰাকৃতৰ আন এটা উল্লেখযোগ্য লক্ষণ হ'ল—ৰ ল যেনে —ঘূৰ্ণি>ঘুলি ৰাজিকা>লাই (শাক)।

(৩) সংযুক্ত বৰ্ণৰ ব্যৱহাৰ পোৱা যায়। যেনে —হস্ত মুস্ক ইত্যাদি

(৪) য় আৰু য বৈ যায় আৰু জ ৰ ঠাইত য হয়। যেনে — জানাতি>যানাদি। অন্য প্ৰাকৃতত ই জানাই হয়।

(৫) ন্য ণ্য জ্ঞ ঞ্জ>ঞঞ হয়। যেনে —পুণ্য>পুঞঞ কন্যা>কঞঞা অঞ্জলি>অঞঞলি ৰাজ্ঞা শঞঞা।

(৬) দ্য র্জ ৰ্য>যয। মন কৰিবলগীয়া যে শৌৰসেনীৰ জ্জ মাগধীতে যয হিচাপে ব্যৱহাৰ হয়। যেনে —অবদ্য>অবয্য মদ্য>ময্য কাৰ্য>কয্য অৰ্জুন>অয্যুণ।

(৭) মধ্যস্থিত চ্ছ>শ্চ যেনে —গচ্ছ>গশ্চ পৃচ্ছতি>পুশ্চদি।

(৮) ক্ষ>শক ক্ষ যেনে —প্ৰেক্ষতি>পেশকদি প্ৰেক্ষতি>পেস্কদি।

(৯) অস্মৎ শব্দৰ একবচনত্ত আৰু বহুবচনত হগে আৰু অহকে পদ হয়।

(১০) কৰ্তৃকাৰকত অ কাৰন্ত শব্দৰ একবচনত্ত ৰ ঠাইত ই কাৰ এ কাৰ নাইবা বিসৰ্গ লোপ হয়। যেনে —নৰ >নৰে। এষ ৰাজা>এশ লাআ এৰ ৰাজা>এশিলাআ এষ পুৰুষ >এশেপুলিশে।

(১১) ৰ্ত ট্ট ষ্ট ষ্ঠ>স্ট (বা শট) যেনে —কষ্ট>কস্ট (কশট) সুষ্ঠ>সুস্ট (সুশট) কুটটৈয়থ>কুস্টেধ।

(১২) গ আৰু দ ৰ দৰে মধ্যস্থিত ধ বৰ্ণ মাগধীত বৈ যায়। যেনে — আগম >আগমে উদৰ>উদল।

(১৩) ষ্প ষ্ফ>স্প স্ফ যেনে —নিষ্ফল>নিস্ফল।

(১৪) স্ত স্থ<স্ত (বা শত) হয় যেনে —হস্ত >হস্তে বা হশতে উপস্থিত>উবস্তিদ।

(১৫) ৰ্থ>স্ত যেনে —তীৰ্থ>তিস্ত অৰ্থ >অস্তে।

(১৬) অতীতকাল বাচক ক্ দন্তত ত্ত হয়। যেনে —কৃত>কত্ত।

(১৭) সম্বন্ধৰ একবচনত আহ বা অশশ হয়। যেনে —চালুদত্তাহ অধিকৰণৰ একবচনত আহি যেনে —প্ৰবহণে>পবহণাহিং। সম্বোধনৰ বহুবচনত আহো হয়।

## অৰ্ধ মাগধীৰ বৈশিষ্ট্য

(১) অৰ্ধ মাগধীত শৌৰসেনী আৰু মাগধী দুয়োবো লক্ষণ কিছু কিছু আছে।

(ক) কৰ্তৃকাৰক একবচনত মাগধীৰ দৰে অৰ্ধ মাগধীতো এ যোগ হয়।

(খ) সম্বন্ধৰ একবচনত মাগধী আৰু অৰ্ধ মাগধীত স্তৰ যোগ হয়।

(গ) শ ষ>স।

(ঘ) ন আৰু ণ উভয়ৰে ব্যৱহাৰ আছে।

(২) ৰ আৰু ল উভয়ৰে প্ৰয়োগ অৰ্ধ মাগধীত পোৱা যায়।

( ) বিসৰ্গ যুক্ত পদান্ত অ কাৰ এ আৰু ও দুয়োবো হয়।

(৪) মহাৰাষ্ট্ৰী প্ৰাকৃতৰ দৰে স্বৰ মধ্যগত লুপ্ত ব্যঞ্জনৰ ঠাইত প্ৰায়েই য় শ্ৰুতিৰ ব্যৱহাৰ অৰ্ধ মাগধীৰ এটা অন্যতম প্ৰধান বিশেষত্ব। যেনে — শত>সয়।

(৫) স্বৰমধ্যগত গ' কেতিয়াবা বৈ যায়। যেনে —লোগংসি। অশোক >অশোগ লোক>লোগ।

(৬) স্বৰ মধ্যবৰ্তী চ আৰু প যথাক্ৰমে ত আৰু ব ৰূপে ব্যৱহাৰ হয়। যেনে —নাৰাচ>নাৰাত উপনীত>উৱণীয়।

(৭) জ >য় যেনে —প্ৰজাত>পয়ায়।

(৮) শব্দৰ আদিত মধ্যত আৰু সংযোগ স্থানত ণৰ ঠাইত ন ণ দুয়ো হয়। অনিল>অণিল>অনিল নদী>ণঈ>নঈ।

(৯) য>জ হয় বা লোপ হয়। যেনে —যথাখ্যাত>অহকৃথায় যথানামক>জহানামএ।

১০। অসমাপিকা ক্ৰিয়া কৰিবলৈ ত্তা আৰু ত্তানং তুং ব্যৱহাৰ হয়। পিছত অণুনাসিক থাকিলে ত্তা ৰ ঠাইত তা হয়।
যেনে—কৃত্বা>কৰিত্তা ভূত্বা>ভবিত্তাণাং।

১১। অতীত কালৰ বহুবচনত ইসু প্ৰত্যয় হয়। যেনে—গচ্ছিংসু।

১২। ত্বাচ ৰ ঠাইত ট্টু ইত্তা ইচ্চা ইয়া ইত্যাদি প্ৰত্যয় হয়।
যেনে—কৃত্বা>কট্টু জ্ঞাত্বা>জানিত্ত কৃত্বা>কিচ্চা পৰিজ্ঞায়>পৰিজাণিয়া।

## পৈশাচী প্ৰাকৃতৰ সাধাৰণ লক্ষণ

১। পৈশাচীৰ প্ৰধান বৈশিষ্ট্য হ'ল ঘোষ স্পৰ্শবৰ্ণৰ অঘোষ স্পৰ্শবৰ্ণ লৈ পৰিবৰ্তন। যেনে—দামোদৰ>তামোতৰ ৰাজা>ৰাচা ধৰ্ম>থম্ম ইত্যাদি।

২। ণ আৰু ৰ যথাক্ৰমে ন আৰু ল লৈ পৰিবৰ্তন হয়। যেনে—তৰুণী>তলুনী চৰণ>চলন।

৩। য কাৰৰ লোপ নহয়।

৪। স্বৰ মধ্যস্থিত ব্যঞ্জনৰ অলোপ আৰু মহাপ্ৰাণ বৰ্ণ হ লৈ পৰিবৰ্তন নহয়। যেনে—নগৰ>নকৰ।

৫। ক্তাচ প্ৰত্যয়ৰ ঠাইত 'তুণ হয়। যেনে—কৃত্বা>কাতুণ।

৬। জ্ঞ ন্য ৰ পৰিবৰ্তে ঞ ঞ হয়। যেনে—কন্যা>কঞঞা বিজ্ঞ> বিঞঞা।

৭। কৰ্মবাচ্যত ইয় য় হয়। যেনে—গিয়তে>গিয় য়তে।

# নৱম অধ্যায়

## প্ৰাকৃত সন্ধি

প্ৰাকৃতত সন্ধি দুই প্ৰকাৰ—স্বৰ সন্ধি আৰু নিগৃহীত বা অনুস্বাৰ সন্ধি। ব্যঞ্জন সন্ধিৰ প্ৰয়োগ দেখা নাযায়। ইয়াৰ প্ৰধান কাৰণ হল এই যে প্ৰাকৃতৰ প্ৰায় সকলো শব্দ স্বৰান্ত।[1] সেই কাৰণে প্ৰাকৃতৰ শব্দ গঠন প্ৰণালীও স্বৰ বৰ্ণৰ ৰূপতহে পোৱা যায়। ব্যঞ্জন সন্ধি নথকা কাৰণে সংস্কৃতৰ সন্ধিৰ জটিলতা প্ৰাকৃতত নাইকিয়া হৈ পৰিছে।

### স্বৰ সন্ধি

(ক) প্ৰথম পদৰ শেষ স্বৰৰ লগত দ্বিতীয় পদৰ প্ৰথম স্বৰৰ সন্ধি হয়। যেনে—কিলেস+আনল=কিলেসাণল। কেতিয়াবা কেতিয়াবা অ কাৰ বা অ কাৰৰ লৈতে ই বা ঈ কাৰ মিলি এ কাৰ হয়। এই নিয়ম সংস্কৃততো আছে। যেনে —ৰাঅ+ইসি=ৰাএসি।

পূআঅৰিহ—পূজাৰ্হ বসন্তস্সৱউৱাঅণ=বসন্তোৎসৱোপায়ন আদি শব্দৰ ক্ষেত্ৰ এই নিয়মৰ ব্যতিক্ৰম ঘটিছে।

(খ) দ্বিতীয় পদৰ সংযুক্ত ব্যঞ্জনৰ আগত যদি ই বা ঊ ঈ বা উ থাকে তেতিয়া হলে প্ৰথম পদৰ অন্তস্থিত অ বা আ লুপ্ত হয়।

যেনে— ণৰ+ইন্দ=ণৰিন্দ মহা+উসৱ—মহুসৱ।

(গ) পদ মধ্যস্থিত ব্যঞ্জনৰ লুপ্ত হলে যি স্বৰৰ সৃষ্টি হয় তাৰ মাজত সন্ধি নহয়। কিন্তু ই ঈ উ ঊ আদিৰ আগত অ আ থাকিলে উভয়ৰ মাজত সন্ধি হয়।

যেনে—থেৰ=থইৰ।

---

[1] ডক্টৰ শ্ৰীসুনীল কুমাৰ সেই প্ৰাকৃত উপক্ৰমণিকা ত দেখুৱাইছে যে—

(ক) প্ৰাকৃতত পদান্তৰ্গত ব্যঞ্জন বৰ্ণ লুপ্ত হলেও স্বৰ বৰ্ণৰ আগত কেতিয়াবা কেতিয়াবা সেই ব্যঞ্জন বৰ্ণক ৰক্ষা কৰা হয় যেনে—ৰগঅথি=ৰদ্অত্তি।

(খ) পদান্ত ম্ কাৰ অনুস্বাৰত পৰিবৰ্তিত হলেও ম কেতিয়াবা থাকি যায়। যেনে—অঙ্গ—ম্—অঙ্গম্মি=অঙ্গে ঙ্গে গোণ—ম্+আঈ=গৱাদয়ো।

(গ) 'দুৰ আৰু নিৰ ৰ ৰ সহিত হৈ যায়। যেনে—দুৰাগম=দুৰাগত নিৰন্তৰ।

(খ) সাধাৰণতে বাক্যৰ পদৰ মাজত সন্ধি নহলেও ন আদিৰ লগত স্বৰৰ সন্ধি হোৱা দেখা যায়।

যেনে—ণ+অত্থি=ণত্থি<নাস্তি ন+ইচ্ছতি=নেচ্ছদি।

## নিগৃহীত বা অনুস্বাৰ সন্ধি

(ক) পদৰ শেষত অ কাৰৰ পিছত বিসৰ্গ থাকিলে সেই বিসৰ্গ আৰু অ কাৰ লগ লাগি ও কাৰ হয়। যেনে—দেৱ=দেৱো। মাগধীত একাৰ হয় বা লোপ হয়। এষ=এশে এশ।

(খ) অন্যান্য স্বৰ বৰ্ণৰ পিছৰ বিসৰ্গ নাইকিয়া হৈ যায় সংস্কৃত পদৰ মাজত বিসৰ্গ থাকিলে প্ৰাকৃতত সেই বিসৰ্গ লোপ হয় আৰু পিছৰ ব্যঞ্জনৰ লগত সমীকৰণ হয় অৰ্থাৎ পিছত যি ব্যঞ্জন থাকে তাৰ অনুৰূপ এটি ব্যঞ্জনৰ আগম হয়।

যেনে—দুঃ খম্>দুক্খং।

## প্ৰাকৃত লিঙ্গ

প্ৰাকৃতত লিঙ্গ তিন প্ৰকাৰ পোৱা যায় যেনে—পুংলিঙ্গ স্ত্ৰীলিঙ্গ আৰু ক্লীবলিঙ্গ। এনে লিঙ্গ প্ৰকৰণৰ ক্ষেত্ৰত সাধাৰণতে সংস্কৃতৰ নিয়ম অনুসৰণ কৰা নহয় কাৰণ প্ৰাকৃতত প্ৰচুৰ স্বাৰ্থিক প্ৰত্যয়ৰ প্ৰয়োগ আছে। সেয়ে স্বাভাবিকতে প্ৰাকৃতত লিঙ্গ পৰিবৰ্তন হৈ পৰিছে। তদুপৰি প্ৰাকৃতত ক্ষুদ্ৰাৰ্থক ইক প্ৰত্যয় যোগ কৰি নতুনকৈ স্ত্ৰীলিঙ্গ কৰা হয়। প্ৰাকৃতত লিঙ্গ প্ৰকৰণৰ সাধাৰণ কথাকেইটা হল—

১। সংস্কৃতৰ স্ত্ৰীলিঙ্গ পদবোৰ প্ৰাকৃতত পুংলিঙ্গ হয়।

যেনে—সং—শৰৎ>সৰও (পুংলিঙ্গ)

২। সংস্কৃতৰ পুংলিঙ্গ নিৰ্দেশক শব্দ কেতিয়াবা ক্লীবলিঙ্গত ব্যৱহৃত হয়।

যেনে—সং—থলা (পুংলিঙ্গ)>থলাই (ক্লীৱ)

৩। সংস্কৃতৰ ক্লীৱলিঙ্গ শব্দৰ ঠাইত প্ৰাকৃতত পুংলিঙ্গ হয়।

যেনে—সং—কুড্যম (ক্লীৱ)>কুড্ডো (পু ) বিষম্ (ক্লীৱ)>বিসো (ক্লীৱ)

৪। অন্যহাতে সংস্কৃতৰ ক্লীবলিঙ্গ শব্দৰ ঠাইত প্ৰাকৃতত কেতিয়াবা কেতিয়াবা পুংলিঙ্গ আৰু ক্লীবলিঙ্গও হয়।

যেনে—সং—শৰীৰম্ > সৰীৰো সৰীৰং

সং—দুঃখম্ > দুক্খো দুক্খং

৫। আকৌ সংস্কৃতৰ পুংলিঙ্গ শব্দ প্ৰাকৃতত স্ত্ৰী আৰু পুংলিঙ্গ দুয়োটা হব পাৰে।

যেনে—সং—গৰিমা > প্ৰা গৰিমো (পুং) গৰিমা (স্ত্ৰী)

সং—মহিমা > প্ৰা মহিমো (পুং) মহিমা (স্ত্ৰী)

## দশম অধ্যায়

# প্ৰাকৃত শব্দৰূপ

বৈদিক আৰু সংস্কৃত যুগত শব্দ সমূহক প্ৰধানত পুং স্ত্ৰী আৰু ক্লীবলিঙ্গ— এই তিনি শ্ৰেণীত বিভক্ত কৰা হৈছিল। সেইভাৱে প্ৰতিলিঙ্গৰ অন্তৰ্গত শব্দ সমূহৰ আকৃতি অনুসৰি ৰূপা ণ হয়। কিন্তু মধ্যভাৰতীয় আৰ্য ভাষাত সকলো শব্দকে পুংলিঙ্গ আৰু স্ত্ৰীলিঙ্গত বিভক্তি কৰি সেইবোৰৰ ৰূপ সৰল কৰাৰ চেষ্টা কৰা হৈছে। যেনে—সংস্কৃতত নৰ শব্দ আৰু মুনি শব্দ উভয়ে পু লিঙ্গ হলেও আকৃতিৰ বৈশিষ্ট্যৰ হেতু দুয়োটা শব্দৰ ৰূপ সম্পূৰ্ণ পৃথক হৈছে। কিন্তু প্ৰাকৃতত বিভিন্ন আকৃতিৰ এই সকলো পুংলিঙ্গৰ একে নৰ (অ কাৰন্ত) শব্দৰ দৰে ৰূপ কৰা হয়।

প্ৰাকৃতৰ শব্দ গঠন আৰু শব্দৰূপ সম্পৰ্কে কেইটামান মন কৰিবলগীয়া কথা হ ল—

১। প্ৰাকৃতত সকলো শব্দ স্বৰান্ত হয়। সেই কাৰণে প্ৰাকৃতৰ শব্দ গঠন প্ৰণালী স্বৰ বৰ্ণৰ ৰূপতহে পোৱা যায়।

২। প্ৰাকৃতৰ অধিকাংশ বিশেষ্য পদ পুংলিঙ্গ আৰু ক্লীবলিঙ্গ এ ই ঈ উ আদি স্বৰৰ দ্বাৰা গঠিত হয়।

৩। স্ত্ৰীলিঙ্গ শব্দ আ য়া উ আৰু ঈ আমি স্বৰান্ত হয়।

৪। কৰ্তাকাৰক কৰ্মকাৰক ( accusative case ) আৰু কৰণ কাৰকৰ বাহিৰে অন্য ক্ষেত্ৰত পুংলিঙ্গ আৰু ক্লীবলিঙ্গৰ শব্দৰ ৰূপ একে হয়।

৫। প্ৰাকৃতত দ্বি বচন লোপ পায়।

৬। সম্প্ৰদান কাৰক সম্পূৰ্ণৰূপে সম্বোধন পদৰ লগত মিলি যায়। ইয়াৰ বাহিৰেও অন্যান্য বিশেষ্য পদবোৰ অ কাৰন্ত বিশেষ্য পদৰ দৰে গঠিত হয়।

৭। স্ত্ৰীলিঙ্গ বিশেষ্য পদবোৰৰ গঠন প্ৰণালীও সহজ আৰু সৰল কৰা হৈছে। যেনে—

(ক) আ ঈ উ আদি স্বৰান্ত বিশেষ্য পদবোৰ হুবহু সমান্তৰাল।

(খ) কৰণ কাৰক সম্বোধন পদ আৰু অধিকৰণ কাৰকৰ একবচনন্ত শব্দবোৰ একে হৈ যায়।

তলত কেইটামান প্ৰাকৃতৰ শব্দৰূপ দিয়া হল—

## অকাৰন্ত পুংলিঙ্গ শব্দ

### দেৱ

| কাৰক | একবচন | বহুবচন |
|---|---|---|
| ১মা—কৰ্ত্তা | দেৱো | দেৱা |
| ২য়া—কৰ্ম | দেৱং | দেৱা দেৱে |
| ৩য়া—কৰণ | দেৱেণ | দেৱেহি দেৱেহিং |
| ৪ৰ্থী—সম্প্ৰদান | দেৱস্স | দেৱানং |
| ৫মী—অপাদান | দেৱা দেৱাদো দেৱাহু | দেৱাহিংতো দেৱসিংতো |
| ৬ষ্ঠী—সম্বোধন | দেৱাস্স | দেৱানং দেৱান |
| ৭মী—অধিকৰণ | দেৱম্মি | দেৱেসু দেৱেসুং |

ওপৰত শব্দৰূপৰপৰা আমি তলৰ কথাখিনি মন কৰিব পাৰোঁ।

১। কৰ্ম কাৰকৰ বহুবচন আৰু কৰ্ত্তা কাৰকৰ বহুবচনৰ ৰূপ একে।

২। প্ৰতিপাদিকৰ সাদৃশ্যত অধিকৰণৰ একবচনৰ দেৱম্মি ৰূপ কৰা হৈছে।

কৰণ কাৰকৰ দৰে পুংলিঙ্গ আৰু ক্লীৱলিঙ্গৰ বিশেষ্য পদবোৰ একে ধৰণে গঠিত হয়। উদাহৰণ স্বৰূপে ক্লীবলিঙ্গৰ বন শব্দৰ ৰূপ দাঙি ধৰা হল।

| কাৰক | একবচন | বহুবচন |
|---|---|---|
| ১মা— কৰ্ত্তা | বনং | বনানি বনাইং |
| ২য়া—কৰ্ম | বন | বনানি বনাইং |
| ৩য়া—কৰণ | বনেণ বনেনং | বনেহিং বনেহি |
| ৪ৰ্থী—সম্প্ৰদান | বনাস্স | বনানং |
| ৫মী—অপাদান | বনাদো বনাদ | বনেহিংতো বনেস্মুংতো |
| ৬ষ্ঠী—সম্বোধন | বনাস্স | বনান বনাণ |
| ৭মী—অধিকৰণ | বনাম্মি | বনেসু বনেসু |

## ঈ কাৰন্ত স্ত্ৰীলিঙ্গ শব্দ

### দেৱী

| কাৰক | একবচন | বহুবচন |
|---|---|---|
| ১মা—কৰ্ত্তা | দেঈ | দেঈও দেঈউ |

| কারক | একবচন | বহুবচন |
|---|---|---|
| ২য়া—কর্ম | দেইং | দেঈও দেঈউ |
| ৩য়া—করণ | দেইআ দেইএ | দেঈহিং দেঈহি |
| ৫মী—অপাদান | দেঈত্তু দেঈদো | দেঈহি তো দেঈসুংতো |
| ৬ষ্টী—সম্বোধন | দেইআ দেঈঅ<br>দেঈএ দেঈই | দেঈণ |
| ৭মী—অধিকরণ | দেঈই | দেঈসুং |

## নদী ( নঈ )

| | কারক | একবচন | বহুবচন |
|---|---|---|---|
| ১মা | কর্তা | নঈ | নঈও নঈউ নঈ |
| ২য়া | কর্ম | নইং | নঈও নঈউ নঈ |
| য়া | করণ | নঈই নঈএ<br>নঈঅ নঈআ | নঈহিং নঈহি |
| ৪র্থী | সম্প্রদান | নঈই নঈএ<br>নঈঅ নঈআ | নঈণ নঈণ |
| ৫মী | অপাদান | নঈদো নঈত্তু<br>নঈহি নঈও | নঈহিংতো<br>নঈসু তো |
| ৬ষ্ঠি | সম্বোধন | নঈই নঈএ<br>নঈঅ নঈআ | নঈণং নঈণ |
| ৭মী | অধিকরণ | নঈই নঈএ<br>নঈঅ নঈআ | নঈসু নঈসুং |

## ই কারন্ত স্ত্রীলিঙ্গ শব্দ

| | কারক | একবচন | বহুবচন |
|---|---|---|---|
| ১মা | কর্তা | যুত্তী | যুত্তীও যুত্তীউ |
| ২য়া | কর্ম | যুত্তিং | ধুত্তীও ধুত্তীউ |
| ৩য়া | কণর | যুত্তিই যুত্তিঅ<br>যুত্তিআ যুত্তিএ | যুত্তীহি যুত্তীহিং |
| ৪র্থী | সম্প্রদান | | যুত্তীণ যুত্তীণ |

| | কারক | একবচন | বহুবচন |
|---|---|---|---|
| ৫মী | অপাদান | যুত্তিদো যুত্তিহু<br>যুত্তিহি | যুত্তীহিংতো<br>যুত্তীসুংতো |
| ৬ষ্ঠী | সম্বোধন | যুত্তিই যুত্তিঅ<br>যুত্তিআ যুত্তিএ যুত্তি | যুত্তীণং যুত্তীণ<br>যুত্তীও যুত্তীউ |
| ৭মী | অধিকরণ | যুত্তিই যুত্তিঅ যুত্তিআ | যুত্তীসু যুত্তীসুং |

## ই কারন্ত স্ত্রীলিঙ্গ শব্দ

### অগ্‌গি ( অগ্নি )

| | একবচন | বহুবচন |
|---|---|---|
| ১মা | অগ্‌গী | অগ্‌গীও অগ্‌গীণো ( অগ্‌গী ) |
| ২য়া | অগ্‌গিং | অগ্‌গিণো |
| ৩য়া | অগ্‌গিণা | অগ্‌গীহিং অগ্‌গীহি |
| ৪র্থী | অগ্‌গিস্‌স | অগ্‌গীণ |
| ৫মী | অগ্‌গীও অগ্‌গীহি | অগ্‌গীসু তো অগগীহিংতো<br>অগ্‌গীহি অগ্‌গীহিং |
| ৬ষ্ঠী | অগ্‌গিস্‌স অগ্‌গিণো | অগ্‌গীণ অগ্‌গীণ |
| ৭মী | অগ্‌গিম্মি অগ্‌গিমহি | অগ্‌গীসু অগ্‌গীসুং |

## অ কারন্ত ক্লীবলিঙ্গ

### ফল

| | একবচন | বহুবচন |
|---|---|---|
| ১মা | ফলং | ফলাইং |
| ২য়া | ফলং | ফলাইং |
| ৩য়া | ফলেণ | ফলেহিং ফলেহি |
| ৪র্থী | ফলস্‌স ফলাঅ | ফলাণং |
| ৫মী | ফলাদো ফলাহু ফলাও ফলা | ফলেহিংতো ফলেসুংতো |
| ৬ষ্ঠী | ফলস্‌স | ফলাণং ফলাণ |
| ৭মী | ফলে ফলম্মি | ফলেসু ফলেসুং |
| সম্বোধন | ফল | ফলা |

## পুত্ত ( পুত্র )

| | একবচন | বহুবচন |
|---|---|---|
| ১মা | পুত্তো | পুত্তা |
| ২য়া | পুত্তং | পুত্তা পুত্তে |
| ৩য়া | পুত্তেণ | পুত্তেহিং পুত্তেহি |
| ৪র্থী | পুত্তস্স পুত্তাও | পুত্তাণং |
| ৫মী | পুত্তাদো পুত্তাহু পুত্তাও পুত্তা | পুত্তেহিংতো পুত্তেসুংতো |
| ৬ষ্ঠী | পুত্তস্স | পুত্তাণং পুত্তাণ |
| ৭মী | পুত্তে পুত্তম্মি | পুত্তেসু পুত্তেসুং |
| সম্বোধন | পুত্ত | পুত্তা |

## অ-কারন্ত স্ত্রীলিঙ্গ শব্দ

### মালা

| | একবচন | বহুবচন |
|---|---|---|
| ১মা | মালা | মালাও মালাউ মালা |
| ২য়া | মাল | মালা মালাও মালাউ |
| ৩য়া | মালাএ মালাই | মালাহিং মালাহি |
| ৪র্থী | মালাএ মালাই | মালাণং মালাণ |
| ৫মী | মালাদো মালাহু মালাই মালাএ মালাহি | মালাহিংতো মালাসুংতো |
| ৬ষ্ঠী | মালাএ মালাই | মালাণং মালাণ |
| ৭মী | মালাএ মালাই | মালাসু মালাসুং |
| সম্বোধন | মালে | |

### লআ শব্দ

| | একবচন | বহুবচন |
|---|---|---|
| ১মা | লআ | লআও লআউ লআ |
| ২য়া | লঅং | লআও লআউ লআ |
| ৩য়া | লআএ লআই | লআহিং লআহি |

| | একবচন | বহুবচন |
|---|---|---|
| ৪র্থী | লআএ লআই | লআনং লআণ |
| ৫মী | লআহু লআদো লআহি | লআহিংতো লআসুংতো |
| ৬ষ্ঠী | লআএ লআই | লআনং লআন |
| ৭মী | লআএ লআই | লআসু লআসুং |

## সংস্কৃত ব্যঞ্জনান্ত রাজন্ (রাআ) শব্দ

| | একবচন | বহুবচন |
|---|---|---|
| ১ম | রাআ | রাআণো রাআ |
| ২য়া | রাআণং রাঅং | রাঅণো রাএ |
| ৩য়া | রণ্ণা রাইণা | রাএহি রাঈহিং |
| ৪র্থী | রণ্ণো রাইণো | রাআণং রাআণ |
| ৫মী | রাআদো রাআহু রাআহি | রাআহিংতো রাআসুংতো |
| ৬ষ্ঠী | রণ্ণো রাইণো | রাআণং রাআণ |
| ৭মী | রাএ রাঅম্মি | রাএসু রাএসুং |
| সম্বোধন | রাঅ রাঅং | |

## উ কারান্ত স্ত্রীলিঙ্গ শব্দ
### বহু (বধূ)

| | একবচন | বহুবচন |
|---|---|---|
| ১মা | বহূ | বহূও বহূউ বহূ |
| ২য়া | বহূং | বহূও বহূউ বহূ |
| ৩য়া | বহূই অহূঅ বহূআ বহূএ | বহূহি বহূহি |
| ৪র্থী | বহূই বহূঅ বহূআ বহূএ | বহূণং বহূণ |
| ৫মী | বহূদো বহূহু বহূহি | বহূহিংতো বহূসুংতো |
| ৬ষ্ঠী | বহূই বহূঅ বহূআ বহূএ | বহূণং বহূণ |
| ৭মী | বহূই বহূঅ বহূআ বহূএ | বহূসু বহূসুং |
| সম্বোধন | বহু | |

## স্ত্রীলিঙ্গ মাআ ( মাতৃ ) শব্দ

| | একবচন | বহুবচন |
|---|---|---|
| ১মা | মাআ | মাআও মাআউ মাআ |
| ২য়া | মাঅং | মাআও মাআউ |
| ৩য়া | মাআই মাআএ | মাআহি মাআহিঁ |
| ৪র্থী, ৬ষ্ঠী | মাআই মাআএ | মাআণং মাআ |
| ৫মী | মাআদো মাআদু মাআহি | মাআহিংতো মাআসুংতো |
| ৭মী | মাআই মাআএ | মাআসু মাআসুঁ |
| সম্বোধন | মাএ | |

## পুংলিঙ্গ পিদা পিতা ( পিতৃ ) শব্দ

| | একবচন | বহুবচন |
|---|---|---|
| ১মা | পিদা পিআ | পিদরো পিঅরো |
| ২য়া | পিদরং পিঅরং | পিদরো পিদরে পিঅরো পিঅরে |
| ৩য়া | পিদুনা পিউনা | পিদুহি পিউহিঁ |
| ৪র্থী+৬ষ্ঠী | পিদুস্স পিউণো পিউস্স | পিদুণং পিউণং পিদুণ পিউণ |
| ৫মী | পিদাদো পিদাদু | পিদাসুন্তো পিদাহিন্তো |
| | পিআও পিআউ | পিআসুন্তো পিআহিন্তো |
| ৭মী | পিদরে পিঅরে | পিউসু পিউসুং |

## সর্বনাম শব্দের রূপ

### অত্ত ( মা আরু শৌর ) বা অপ্প ( মহা ) শব্দ
### সংস্কৃত—আত্মন্ শব্দ

| | একবচন | বহুবচন |
|---|---|---|
| ১মা | অত্তা অপ্পা | অত্তাণো অপ্পাণো |
| ২য়া | অত্তং অপ্পং অপ্পাণং | অত্তাণো অপ্পাণো অপ্পাণে |
| ৩য়া | অত্তণা অপ্পণা অপ্পাণেণ | অত্তেহি অত্তেহিং অপ্পেহি অপ্পেহিং |

| | একবচন | বহুবচন |
|---|---|---|
| ৪র্থী | অত্তণো অত্তস্স অপ্পণো অপ্পস্স | অত্তাণং অত্তাণ অপ্পাণং অপ্পাণ |
| ৫মী | অত্তাদো অত্তাহু | অত্তাহি তো অত্তাসু্ংতো |
| | অপ্পাদো অপ্পাহু | অপ্পাহি তো অপ্পাসু তো |
| ৬ষ্ঠী | অত্তাণো অত্তস্স অপ্পণো অপ্পস্স | অত্তাণং অত্তাণ অপ্পাণং অপ্পাণ |
| ৭মী | অত্তে অত্তম্মি অপ্পে অপ্পম্মি | অত্তেসুং অত্তেসু অপ্পেসুং অপ্পেসু |
| সম্বোধন | অপ্পা অপ্প | |

## সর্বনামশব্দ প্রথম পুরুষ

| | | |
|---|---|---|
| ১মা | অহং হ অহম্মি ম্মি অহকং | অম্হে |
| ২য়া | মং মমং | অম্হে ণো |
| ৩য়া | মএ মই | অম্হেহিং অম্হেহি |
| ৪র্থী | মম মে মহ মজ্ঝ | অম্হাণং ণো |
| ৫মী | মমাদো মমাও মত্তো মইত্তো | অম্হাহিংতো অম্হাসুংতো |
| ৬ষ্ঠী | মম মে মহ মজ্ঝ | অম্হাণং ণো |
| ৭মী | মই মএ মমম্মি | অম্হেসু অম্হেসুং। |

## দ্বিতীয় পুরুষ

| | একবচন | বহুবচন |
|---|---|---|
| ১মা | তুং তুমং | তুমহে তুজ্ঝে |
| ২য় | তুমং তে ত তব | তুমহে বো তুজ্ঝে |
| ৩য় | তএ তুএ তই তুমে তুমাই | তুমহেহিং তুমহেহি |
| ৪র্থী | তুহ তে তব তুজ্ঝ | তুমহানং বো |
| ৫মী | তোমাদো তমূহু তইত্তো তত্তো তআ | তুমহাহিংতো তুমহাসুংতো |
| ৬ষ্ঠী | তুহ তে তম্ম তুজ্ঝ তব | তুমহানং বো তুজ্ঝানং |
| ৭মী | তই তুমম্মি | তুমহেসু তুজ্ঝেসু। |

## তৃতীয় পুৰুষ ( পুংলিঙ্গ )

| | | |
|---|---|---|
| ১মা | সো ( মা শ ) | তে |
| ২য়া | তং | তে তানি |
| য়া | তেন তেন তিনা | তেহি তেহিং |
| ৪র্থী | তস্‌স তাস্ সে | তেসিং তান তান |
| ৫মী | তত্তো তদো তো | তাহিংতো তাসুংতো |
| ৬ষ্ঠী | তস্‌স তাস সে | তেসিং তান তান |
| ৭মী | তস্ সিং তম্মি তহিং | তেসু তেসু |

## ( স্ত্রীলিঙ্গ )

| | | |
|---|---|---|
| ১মা | সা | তাও তাউ তোও তোউ |
| ২য়া | ত | তাও তাউ তোও তোউ |
| ৩য়া | তাই তাএ তীএ তীই<br>তীঅ তীআ তীণা | তীহি তাহি<br>তীহিং তাহি |
| ৪র্থী<br>৬ষ্ঠী | তস্‌সা তিস্‌সা তাসে<br>তীসে তাএ তাই তীএ<br>তাই তীঅ তীআ সে | তাসাং তেসিং<br>তাসিং তাণং<br>তাণ তীণং তীণ<br>তীসিং সি |
| ৫মী | তাই তাএ তীএ তীই<br>তীঅ তীআ তীণা | তাহি তাহি<br>তীহিং তীহি |
| ৭মী | তাএ তাই তীএ তীই<br>তীঅ তীআ তাহে তইঅ | তাসু তাসু<br>তীসুং তীসু |

## সংখ্যা শব্দ দুই

| | বহুবচন |
|---|---|
| ১মা | দো দু বে দুবে দোণি বেণি বেন্নি |
| ২য়া | দো দু বে দুবে দোণি বেণি বেন্নি |
| ৩য়া | দোহিং |
| ৪র্থী | দোন্‌হিং |
| ৫মী | দোহিন্তো দুসুন্তো |
| ৬ষ্ঠী | দোন্‌হি |
| ৭মী | দোসু |

# প্ৰাকৃত ধাতুৰূপ

সংস্কৃতৰ ধাতুৰূপৰ যি জটিলতা আৰু বৈচিত্ৰতা প্ৰাকৃতত সি একেবাৰে সৰল হৈ পৰিছে। সংস্কৃতৰ সমস্ত ধাতুক মাত্ৰ দহোঠা শ্ৰেণীত ভাগ কৰা হৈছে আৰু এই ভাগ সমূহক গণ নাম দিয়া হৈছে। এই গণ সমূহৰ নিজ নিজ বৈশিষ্ট্য অনুযায়ী ধাতুৰূপ কৰা হয়। কিন্তু প্ৰাকৃত যুগত এই ধাতু সমূহে সেই বৈশিষ্ট্য পৰিত্যাগ কৰি কেৱল মাত্ৰ অ কাৰন্ত ধাতুত পৰিণত হ ল।

সংস্কৃত ব্যাকৰণত কাল সমূহক সূক্ষ্মাতি সূক্ষ্মৰূপে বিভক্ত কৰি দহোটা কালত পৰিণত কৰা হৈছে। কিন্তু মধ্য ভাৰতীয় ভাষা যুগত তিনিটা স্বাভাৱিক কাল—বৰ্তমান অতীত আৰু ভৱিষ্যতত পৰিণত কৰা হল। সাধা ৰণতে অতীত কাল বুজাবলৈ সকলো পুৰুষ আৰু সকলো বচনতে স্বৰান্ত ধাতুৰ পিছত সী হী হীস্ আৰু ব্যঞ্জনান্ত ধাতুৰ পিছত ঈ অ বিভক্তি হয়। যেনে— √কৃ ৰ পৰা কসী কাঁহী কাঁহীস—এই তিনি পদ সংস্কৃতৰ লঙ লিট আৰু লুঙৰ সকলো বিলাক পুৰুষতে সকলো বিভক্তিৰ অৰ্থ প্ৰকাশ কৰে। লক্ষ্য কৰিব লগীয়া যে প্ৰাকৃতত প্ৰায়েই অতীত কালত ক্ত প্ৰত্যয় প্ৰয়োগ কৰা হয়। আন কথাত প্ৰাকৃতত এই তিনি ল কাৰৰ প্ৰয়োগ ক্ৰমশ লুপ্ত হৈছে।

বৈদিক ভাষাত দেখা যায় যে কেতিয়াবা লুঙ ৰ প্ৰথম পুৰুষৰ একবচনত ই বিভক্তি হয়। যেনে—নিবাপদি। পালিত ই সম্পূৰ্ণভাৱে বৰ্জিত হৈছে। লুঙ আৰু লঙৰ ল কাৰৰ ধাতুৰ আগত অকাৰ আগম বৈদিক ভাষাত বৈকল্পিক দেখা যায়। পালিতো সেই ৰূপেই হৈছে। এই বিলাক ক্ষেত্ৰত প্ৰাকৃত একেবাৰেই নীৰব।

বচনৰ ক্ষেত্ৰতো দ্বি বচন উঠি গৈ প্ৰাকৃতত কেৱল মাত্ৰ একবচন আৰু বহুবচনেহে প্ৰাধান্য লাভ কৰিছে।

সমস্ত ধাতু সমূহক প্ৰাচীন যুগত ক্ৰিয়াৰ উদ্দেশ্য অনুযায়ী আত্মনেপদ আৰু পৰস্মৈপদ —এই দুই ভাগত বিভক্ত কৰা হৈছিল। কিন্তু মধ্য ভাৰতীয় আৰ্য ভাষাত এই সকলো বিভাগ লোপ কৰি দি সকলো ধাতুক কেৱল মাত্ৰ এটা বিভাগত পৰস্মৈপদত পৰ্যবসতি কৰা হ ল।

## প্ৰাকৃত ধাতু ৰূপৰ চানেকী

### (ক) লট্ বৰ্ত্তমান কাল কৰ্তৃবাচ্য

| পুৰুষ | একবচন | বহুবচন |
|---|---|---|
| উত্তম | গচ্ছামি গশ্চামি (মাং) | গচ্ছামো গশ্চামো (মা) |
| মধ্যম | গচ্ছাসি গশ্চশি (মা) | গচ্ছই গচ্ছধ গশ্চধ (মা) |
| প্ৰথম | গচ্ছই গচ্ছদি গশ্চদি (মাং) | গচ্ছন্তি গশ্চন্তি (মা) |

### (খ) বৰ্ত্তমান কাল কৰ্ম আৰু ভাৱবাচ্য

| পুৰুষ | একবচন | বহুবচন |
|---|---|---|
| উত্তম | পুচ্ছিজ্জামি পুচ্ছিআমি | পুচ্ছিজ্জমো পুচ্ছীআমো |
| মধ্যম | পুচ্ছিজ্জসি পুচ্ছিঅসি | পুচ্ছিজ্জহ পুচ্ছীঅধ |
| প্ৰথম | পুচ্ছিজ্জই পুচ্ছিঅদি | পুচ্ছিজ্জন্তি পুচ্ছীঅন্তি |

### (গ) লট ভবিষ্যতকাল কতৃবাচ্য

| | | |
|---|---|---|
| উত্তম | কৰিস্সামি | কৰিস্সামো |
| মধ্যম | কৰিস্স কৰিস্সি | কৰিস্সহ কৰিস্সধ |
| প্ৰথম | কৰিস্সই কৰিস্সদি কৰিহিই | কৰিস্সন্তি কৰিহিন্তি |

### (ঘ) লুঙ অতীতকাল কৰ্তৃবাচ্য

| | | |
|---|---|---|
| উত্তম | (অ) গমিস্সং | গমামু |
| মধ্যম | (অ) গমাসি | — |
| প্ৰমম | (অ) গমাসি | অগমিংসু |

### (ঙ) বৰ্ত্তমান কালৰ অনুজ্ঞা—কৰ্তৃবাচ্য

| | | |
|---|---|---|
| মধ্যম | গচ্ছ গশ্চ (মা) | গচ্ছহ গচ্ছধ |
| | গচ্ছাহি (অৰ্ধ) | গশ্চধ (মা) |
| প্ৰথম | গচ্ছউ গচ্ছদু গশ্চদু (মা) | গচ্ছন্তু গশ্চন্তু (মা) |

## বিধিলিঙ

বিভিলিঙৰ বিভক্তি সমূহ হল —

| | একবচন | বহুবচন |
|---|---|---|
| প্ৰথম পুৰুষ | এজ্জা | এজ্জা |
| মধ্যম পুৰুষ | এজ্জসি এজ্জসি | এজ্জাহ এজ্জহ |
| উত্তম পুৰুষ | এজ্জামি | এজ্জাম |

উদাহৰণ স্বৰূপ

| | | |
|---|---|---|
| উত্তম পুৰুষ | গচ্ছেজ্জ গচ্ছেজ্জামি | গচ্ছেজ্জাম |
| মধ্যম পুৰুষ | গচ্ছেজ্জাসি | গচ্ছেজ্জাহ |
| | গচ্ছেজ্জাহি | |
| | গচ্ছেজ্জাসু | |
| প্ৰথম পুৰুষ | গচ্ছেজ্জা | গচ্ছেজ্জা |

প্ৰাচীন ভাৰতীয় আৰ্য ভাষাত য় যোগ কৰি কৰ্ম ভাববাচ্য নিষ্পন্ন কৰা হয় আৰু ধাতু আত্মনেপদী হয়। যেনে—ভূ য় তে আ গম্ য় ত ( কৰ্তৃবাচ্য ভবতি আগচ্ছৎ )। প্ৰাকৃতত আত্মনেপদৰ ঠাইত পৰস্মৈপদ বিভক্তি যোগ হ ল আৰু দুই ৰকমৰ পৰিবৰ্তন সংঘটিত হল—(১) উদাত্ত য় ( ya ) সম্প্ৰসাৰিত হৈ ইঅ হল আৰু (২) অনুদাত্ত য় ( ya) য ফলা হ ল। যেনে—লভ্যতে>লভিঅই। সেইদৰে কৰ্য্যতে ( ক্ৰিয়তে ) কৰিঅই শৃষ্যতে ( শ্ৰূয়তে )>সুণিঅই ( অসমীয়াত )>শুনিয়ে

## নিজন্ত ক্ৰিয়া পদ ( Causative Verb)

প্ৰাচীন ভাৰতীয় আৰ্য ভাষাত অয় যোগ কৰি নিজন্ত ক্ৰিয়া কৰা হৈছিল। ধাতু একস্বৰ বিশিষ্ট আৰু আকাৰন্ত হলে অয় ৰ ঠাইত পয় হয়। আকৌ প্ৰাকৃতত পয়>পে>বে হৈছে। প্ৰেৰণা বা প্ৰবৰ্তনা বুজাবলৈ এই পে (এ) বা বে যোগ হৈ প্ৰাকৃতত নিজন্ত ক্ৰিয়া পদ গঠিত হয় আৰু এই পে (এ) বা বে ধাতু আৰু বিভক্তিৰ মাজত যুক্ত হৈ যথাসম্ভব ধাতুৰ গুণ বৃদ্ধি কৰে। যেনে—কৰাপয়তি>কৰাবেই। বন্ধয়তি>বন্ধাবেই বা বন্ধাবএ।

## নাম ধাতু ( Denominative Verb )

কোনো শব্দ যদি ধাতুৰূপে ব্যৱহৃত হয় তাকে নামধাতু বোলে। প্ৰাচীন ভাৰতীয় আৰ্য ভাষাত নামধাতুৰ পদ গঠন নিজস্বৰ দৰে একে। মাত্ৰ নাম ধাতুত সাধাৰণতে বিশেষ্য কাশ্চিৎ বিশেষণ ক্ৰিয়াৰূপে ব্যৱহাৰ হয়। অয় আৰু পয় ৰ পৰা উদ্ভূত এ আৰু বে ধাতুত যোগ কৰি নাম ধাতু কৰা হয়। যেনে—কম্মবেত্তি সুখাপয়ামি ইত্যাদি।

## ক্ৰিয়াবাচক বিশেষ্য (Gerund)

প্ৰাকৃতত ত্তা ত্তান ইঅ উন দূন তুঅ আদি প্ৰত্যয় যোগ কৰি ক্ৰিয়া বাচক বিশেষ্য পদ গঠন কৰা হয়। যেনে—

জানিত্তা পুচ্ছিত্তা ( অৰ্ধমাগধী )

ইঅ —কৃত্বা > কৰিঅ পৃষ্ট্বা > পুচ্ছিঅ

উন দূণ—পুচ্ছিউন কাউন ( মাগধী ) তুঅ কতুঅ গতুঅ আমি জনাত প্ৰাচীন ভাৰতীয় আৰ্য ভাষাৰ ব্যাকৰণগত নিয়ম প্ৰাকৃত স্বৰত অনেক শিথিল হৈ গৈছে। শব্দক ক্ৰিয়া বাচক বিশেষ্যত পৰিণত কৰিবলৈ হলে ধাতুৰ আগত উপসৰ্গ থাকিবৰ কোনো ধৰাবন্ধা নিয়ম নাই। প্ৰাকৃতত উপসৰ্গ থাকিলেও ত্বা প্ৰত্যয় হব পাৰে নাথাকিলেও য প্ৰত্যয় হব পাৰে। যেনে—গম + ক্তাচ = গমিত্তা গমিঅ আনিত্তা আনাঅ আদি।

## কৃদন্ত (Participles)

সংস্কৃতত ক্ত ক্তবতু শতৃ শানচ আদি প্ৰত্যয় যোগ কৰি কৃদন্ত পদ কৰা নিয়ম আছে। প্ৰাকৃতত ধাতুৰ পিছত অন্ত ত আৰু মান প্ৰত্যয় যোগ কৰি কৃদন্ত পদ কৰা হয়। যেনে—হসন্ > হসন্তো হসমানো পঢ়েন্তো পঢ়ন্তো পঢ়মানো।

ঈ যোগত স্ত্ৰীলিঙ্গ হয়। যেনে—হসঈ হসন্তী আদেশ বুজাবলৈ 'মাণ আৰু অন্ত ব্যৱহাৰ কৰা হয়। যেনে—

√পুচ্ছ + অন্ত = পুচ্ছন্ত > পুচ্ছন্তো

√পুচ্ছ + মান = পুচ্ছমান ইত্যাদি।

ন ইত আৰু ত ধাতুৰ পিছত যোগ কৰি অতীতকালৰ কৃদন্ত পদ (Past Participle) কৰিব পাৰি যেনে—

ন—দিন্ন

ইত—গহিদ জানিদ

ত—গত>গদ

তব্য প্ৰত্যয়ৰ যোগত ভৱিষ্যত কালৰ কৃদন্ত (Future Participle) হয়। যেনে—তব্য — জ্ঞাতব্য>জাণিদব্ব>জ্ঞাণিঅব্ব

## তুমন্ত (Infinatives)

সংস্কৃতৰ তুম্ প্ৰত্যয়ৰ একাধিক বিবৰ্তিত ৰূপ প্ৰাকৃতত দেখা যায়। বিভিন্ন প্ৰাকৃতত সংস্কৃতৰ তুম উং আৰু দুং নিমিত্তাৰ্থক ক্ৰিয়া কৰিবলৈ ধাতুৰ পিছত যোগ কৰা হয়। যেনে—

কৰ+দুং=কৰিদুং

পুচ্ছ+উং=পুচ্ছিউং

কৰ+উং=কাউং

গচ্ছ+দুং=গচ্ছিদুং ( শৌৰসেনী )

## একাদশ অধ্যায়

# অপভ্ৰংশ

অপভ্ৰংশ নামটো বৰ্তমান মধ্যভাৰতীয় আৰ্য ভাষাৰ অন্ত্য স্তৰ বুজাবলৈ প্ৰয়োগ কৰা হয়। কোনো কোনোৱে অপভ্ৰংশক স্বতন্ত্ৰ ভাষা হিচাপেও বিচাৰ কৰে। প্ৰাকৃত বৈয়াকৰণিক সকলে অপভ্ৰংশক এটি স্বতন্ত্ৰ প্ৰাকৃত ভাষা বুলিলেই বিবেচনা কৰিছিল। খ্ৰী পূ ২য় শতিকামানত বৈয়াকৰণিক পতঞ্জলিয়ে সৰ্বপ্ৰথম অপভ্ৰংশ নামটো প্ৰযোগ কৰিছিল। পতঞ্জলিয়ে মহাভাষ্য লেখিছে যে সংস্কৃত শাস্ত্ৰবানৰ ভাষা অপভ্ৰংশ শস্ত্ৰহীনৰ ভাষা। অপভ্ৰংশত শুদ্ধ শব্দৰ প্ৰয়োগ খুব কম অপশব্দৰ ব্যৱহাৰ অপৰ্যাপ্ত। সেই কাৰণেই সম্ভৱ কোনো কোনো বৈয়াকৰণিকে ইয়াক লৌকিক বুলি উল্লেখ কৰিছে। গ্ৰীয়াৰ্চন প্ৰমুখ্যে ভাষাতত্ত্ববিদ সকলে মধ্য প্ৰাকৃতৰ শেষ উপস্তৰক অপভ্ৰংশ নাম দিছে। তেওঁ প্ৰত্যেক প্ৰাদেশিক প্ৰাকৃত আৰু আধুনিক ভাৰতীয় ভাষাৰ মধ্যবৰ্তী স্তৰক অপভ্ৰংশ বুলি কল্পনা কৰিছে। যেনে—

১। শৌৰসনী প্ৰাকৃত > শৌৰসেনী অপভ্ৰংশ > ব্ৰজভাষা।

২। অৰ্ধমাগধী প্ৰাকৃত > অৰ্ধমাগধী অপভ্ৰংশ > অবধী।

৩। মাগধী প্ৰাকৃত > মাগধী অপভ্ৰংশ > অসমীয়া।

৪। মহাৰাষ্ট্ৰী প্ৰাকৃত > মহাৰাষ্ট্ৰী অপভ্ৰংশ > মাৰাঠি। ইত্যাদি। কিন্তু পতঞ্জলি প্ৰভৃতি সংস্কৃত পণ্ডিত সকলৰ মতে সংস্কৃত ভিন্ন প্ৰাকৃত ভাষাহ অপভ্ৰংশৰ অন্তৰ্গত। কাব্যালঙ্কাৰৰ টীকাকাৰ নমিসাধুৰ মতেও মাগধী শৌৰসেনীৰ দৰে অপভ্ৰংশও এবিধ প্ৰাকৃতেই। ড স্নকুমাৰ সেনে তেওঁৰ ভাষাৰ ইতিবৃত্তি (১৯৭৯)ত উল্লেখ কৰিছে যে মধ্য ভাৰতীয় আৰ্য ভাষাৰ যি সাৰ্বজনীন ৰূপটিয়ে অশিষ্ট লোকসাহিত্যৰ বাহক হৈ উঠিছিল সেয়ে অপভ্ৰংশ অৰ্থাৎ প্ৰাচীন অপভ্ৰংশ আৰু এই প্ৰাচীন অপভ্ৰংশৰ যি আবাৰ্চীন ৰূপ সিয়েই আধুনিক কথ্য ভাৰতীয় আৰ্যভাষাৰ জনক অৰ্থাৎ অব্যৱহিত পূৰ্ব অৱস্থা তাকেই অপভ্ৰংশ যা আৰ্বাচীন অপভ্ৰংশ বুলি কোৱা হয়। অৰ্বাচীন অপভ্ৰংশ আন এটা নাম অবহট্‌ঠ।

কালিদাসৰ বিক্ৰমোৰ্ব্বশীয়ম্ নাটকত কেইটামান অপভ্ৰংশ গীত আছে। ইয়াৰ পৰা বুজা যায় যে কালিদাসৰ সময়োতো লোক সাহিত্যত অপভ্ৰংশৰ

বেছ প্ৰচলন আছিল। দ্বাদশ শতিকাত বৈয়াকৰণিক পুৰুষৰ্ত্তোমে তেওঁৰ প্ৰাকৃতানুশাসনত অপভ্ৰংশৰ তিনিটা নাম উল্লেখ কৰিছে। (১) নাগৰ (২) ব্ৰাচড় আৰু (৩) উপনাগৰ। এই তিনিওটা উপভাষাতে সাহিত্য সৃষ্টিৰ প্ৰমাণ পোৱা যায়। মুছলমান কবি আবদুৰ ৰহমান (অদ্দহমন)ৰ সংণেহয়ৰাসঅ (সন্দেহৰাসক) নামৰ এখন উল্লেখযোগ্য দূতকাব্য। প্ৰকৃত পৈঙ্গল নামৰ এখন ছন্দ শাস্ত্ৰও অপভ্ৰংশ ভাষাত ৰচিত গ্ৰন্থ। মৈথিলী কবি বিদ্যাপতিৰ দৰে বিখ্যাত কবিয়েও অপভ্ৰংশত কেইবাখনো গ্ৰন্থ ৰচনা কৰিছিল। সেইবিলাকৰ ভিতৰত কীৰ্তিলতা আৰু কীৰ্তিপতাকা প্ৰধান। জৈন সাহিত্য জসহৰ চৰিউ আৰু নায়কুমাৰ চৰিউ পুথি দুখনো অপভ্ৰংশত ৰচিত। এইদৰে অষ্টদশ শতিকাৰ পৰা চতুৰ্দ্দশ শতিকা পৰ্যন্ত অৰ্বাচীন অপভ্ৰংশ সমগ্ৰ উত্তৰ ভাৰতৰ সংস্কৃতৰ প্ৰতিদ্বন্দ্বী সাধুভাষা হিচাপে প্ৰচলিত থকাৰ প্ৰমাণ পোৱা যায়।

অপভ্ৰংশৰ ব্যাকৰণ আৰু ধ্বনিতত্ত্বত যি প্ৰৱণতা দেখা যায় সিয়ে প্ৰাকৃত আৰু নব্য ভাৰতীয় আৰ্য ভাষা সমূহৰ মাজত যোগসূত্ৰ স্থাপন কৰাত সহায় কৰে। গতিকে নব্য ভাৰতীয় আৰ্য ভাষাৰ বিচাৰৰ ক্ষেত্ৰত অপভ্ৰংশৰ অধ্যয়ন অতি প্ৰয়োজনী।

### অপভ্ৰংশৰ বিশিষ্ট লক্ষণ

কালিৰাম মেধিৰ মতে অপভ্ৰংশ সাধাৰণ মানুহৰ কথিত ভাষাৰ প্ৰভাৱত পৰি বিকৃট হোৱা বিভিন্ন প্ৰাকৃতৰ এটা অশুদ্ধ ৰূপ। ইয়াৰপৰা বুজিব পাৰি যে প্ৰাকৃত ব্যাকৰণৰ অনুশাসনৰ পৰা অপভ্ৰংশ আতৰি আহি সহজ সৰল হৈ পৰিছে। ড সুকুমাৰ সেনৰ মতে প্ৰাকৃতৰ লৈতে অপভ্ৰংশৰ জন্মগত পাৰ্থক্য নাই জাতিগত পাৰ্থক্য হে আছে। কথ্য ভাষাৰ ওচৰ সম্বন্ধীয় সাহিত্যিক অপভ্ৰংশত কিছুমান স্বকীয় ব্যাকৰণগত বৈশিষ্ট্য আছে আৰু এই বৈশিষ্ট্য সমূহেই অপভ্ৰংশক প্ৰাকৃতৰ ৰূপৰ পৰা পৃথক কৰি তুলিছে। শব্দৰূপ আৰু ধাতুৰূপত প্ৰাকৃতৰ লৈতে অপভ্ৰংশৰ কিছু মিল পৰিলক্ষিত হোৱা দেখা গলেও অপভ্ৰংশৰ ধ্বনিগত বৈশিষ্ট্যই ইয়াক স্বকীয় মৰ্যাদা প্ৰদান কৰিছে।

তলত অপভ্ৰংশৰ ধ্বনিগত আৰু ৰূপগত প্ৰধান বৈশিষ্ট্য কেইটিমানৰ পৰিচয় দাঙি ধৰা হল

## ধ্বনিগত বৈশিষ্ট্য

১। পদান্তস্থিত ব ঠাই উ হয় যেনে—আহব>আহউ স্বভাৱ> সহাউ।

২। উ আৰু অ ৰ পূৰ্বস্থিত ম কাৰৰ লোপ হয় যেনে—জমুনা> জউণা ভমুহা>ভউহা দুৰ্গম>দুগ গউ।

৩। পদান্ত ই আৰু উ ৰ নাসিক্যীভৱন যেনে—শুনতি>সুণই ভনিত>ভণিউ।

৪। স্বৰমধ্যবৰ্তী ম ৰ ঠাইত বঁ অথবা ব হয় যেনে—কুমৰ—কুৱঁৰ ভ্ৰমণ>ভংবণ ( ইয়াত ং ব হৈছে ) শ্ৰমণ>সবণ প্ৰমাণ>পবাণ।

৫। অপভ্ৰংশত দীৰ্ঘ স্বৰৰ হ্ৰস্বতা প্ৰাপ্তি এটা বিশেষত্ব যেনে—কাৰণ> কৰণ নীত>নিয় পীত>পিয়।

৬। পদান্তস্থিত য কাৰৰ লোপ আৰু যি ব্যঞ্জনৰ লগত য কাৰ যুক্ত থাকে সেই ব্যঞ্জন দ্বিত হয়। যেনে—বানিজ্য>বণিজ্জ। কিন্তু কেতিযাবা কেতিয়াবা আকৌ দ্বিত হোৱা ব্যঞ্জনৰ হ্ৰস্বীকৰণ হোৱা যায়। যেতে>ভবিষ্য ভবিস্স>ভবীম্ সহস্ৰ>সহস্স>সহাস ( ইয়াত ব্যঞ্জনৰ হ্ৰস্বীকৰণ হোৱাত স্বৰ দীৰ্ঘ হৈছে। )

৭। স্বৰৰ সংকোচন অপভ্ৰংশৰ আন বিশেষত্ব। যেনে—অন্ধকাৰ> অন্ধআৰ>অন্ধাৰ কলহকাৰিণী>কলহআৰিণী>কলহাৰিণী প্ৰিয়তৰ> পিয়য়ৰ>পিয়াৰ।

৮। ৱ আৰু য় শ্ৰুতিৰ বহল প্ৰয়োগ অপভ্ৰ শৰ অন্যতম প্ৰধান বৈশিষ্ট্য। যেনে—সুভগ>সুহঅ>সুহৱ যুগল>জঅল>জয়ল।

৯। স্বৰবৰ্ণৰ শেষত ক খ ত থ প ফ থাকিলে কেতিযাবা কেতিয়াব গ ঘ দ ধ ব ভ আদিত পৰিণত হয়।

১০। শ ষ>স ন>ণ য>জ হয়।

১১। এক স্বৰৰ ঠাইত অন্য স্বৰৰ ব্যৱহাৰ যেনে—বাহু>বাহা বাহ লেখা>লিহ লীহ পৃষ্ঠ>পিট্‌ঠ পট্‌ঠ পিট্‌ঠি বা পুট্‌ঠি তৃণ>তৃণু তিণু তণু।

১২। অপভ্ৰংশত ৰ ফলাৰ লোপ হয়ো নহয়ো। যেনে—চন্দ্ৰ>চন্দ চন্দ্ৰ প্ৰিয়>পিয় প্ৰিয়।

১৩। শব্দৰ প্ৰথম ব্যঞ্জনৰ লগত যুক্ত য ফলা কেতিয়াবা কেতিয়াবা ৰ ফলাত পৰিণত হয় নাইবা লোপ হয়। যেনে—ব্যাস>ব্ৰাস>বাস ব্যাকৰণ>ব্ৰাগৰণ বাগৰণ।

## ৰূপগত-বৈশিষ্ট্য

১। প্ৰথমাৰ একবচনত বিভক্তিৰ প্ৰয়োগ নাই নাইবা উ বিভক্তি হয়।

২। তুলনামূলকভাৱে প্ৰাকৃততকৈ অপভ্ৰংশত শব্দৰূপ আৰু ধাতুৰূপ অত্যন্ত সৰল হৈ পৰিছে।

৩। ক্ষুদ্ৰাৰ্থক ইক প্ৰত্যয় যোগত স্ত্ৰীলিঙ্গৰ সৃষ্টি কৰা হয়।

৪। শতৃ পত্যয়ান্ত পদ ব্যৱহাৰৰ দ্বাৰা বিভিন্ন কালৰ অৰ্থ প্ৰকাশ কৰা হয়।

৫। স্বাৰ্থিক ক প্ৰত্যয় ব্যৱহাৰ কৰি অকাৰন্ত শব্দ কৰাৰ প্ৰৱণতা দেখা যায়।

৬। ষষ্ঠীৰ একবচনত হ বিভক্তিৰ প্ৰয়োগ কৰা দেখা যায়।

৭। অন্ত্যানুপ্ৰাস আৰু সমমাত্ৰিক অলংকাৰ ছন্দৰ প্ৰয়োগ।

৮। তৃতীয়াৰ একবচনত এন এ পঞ্চমীত হু হে আদি বিভক্তিৰ যোগ হয়।

৯। সপ্তমীৰ একবচন বিকল্প একাৰ আৰু ইকাৰ হয়। যেনে—ঘৰিকহে।

## অপভ্ৰংশ শব্দ আৰু ধাতু ৰূপ

সকলো স্বৰান্ত শব্দৰ ৰূপ অপভ্ৰংশৰ একবচনত একে হয়। সম্বন্ধৰ একবচনৰ স যুক্ত ৰূপ অপভ্ৰংশৰ ৰক্ষিত হৈছে। যেনে—গুৰস্ নিশ।

নামৰ পিছত যোগ হোৱা বিভক্তিসমূহ হ’ল —

| | একবচন | বহুবচন |
|---|---|---|
| প্ৰথমা | উ হো | ০ |
| দ্বিতীয়া | উ হো | ০ |
| তৃতীয়া | এং | হিং |
| চতুৰ্থী | স্থ হো স্সু | হং |
| পঞ্চমী | হে হু | হুং |
| ষষ্ঠী | স্থ হো স্সু | হং |
| সপ্তমী | ই হি | হিং |

## অকারন্ত পুংলিঙ্গ

### (ক) জন শব্দ

| বিভক্তি | একবচন | বহুবচন |
|---|---|---|
| ১মা | জণো জণু জন | জণা জণ |
| ২য়া | জণং জণু জন | জণা জণ |
| ৩য়া | জণেণ জাণিণ | |
| | জণে জন | |
| ৫মী | জণাউ জনহু | জণহু জণহি |
| | জণহে | জনহু জনহি |
| ৬ষ্ঠী | জণস্সু জণস্থ | জণাণ জণই |
| | জণহ জনহো | |
| ৭মী | জণি জণে জণম্মি | জণহি |
| | জণমি জণহিং জণহি | |

### (খ) ঈ কারন্ত স্ত্রীলিঙ্গ

### দেঈ (দেবী) শব্দ

| | | |
|---|---|---|
| ১মা | দেঈ | দেঈউ |
| ২য়া | দেঈ | দেঈউ |
| ৩য়া | দেইঅ দেঈ দেঈই | দেঈই |
| ৪র্থী | দেঈই দেঈহে | দেঈণ |
| ৫মী | দেঈই | |
| ৬ষ্ঠী | দেঈই দেঈহে | দেঈণ |
| ৭মী | দেঈই | দেঈহি |

### (গ) অ-কারন্ত ক্লীবলিঙ্গ

### ফল শব্দ

| | | |
|---|---|---|
| ১মা | ফল ফলু ফলউ | ফল ফলই |
| ২য়া | ফল ফলু ফলউ | ফলউ |

অন্যান্য বিভক্তিতে পুংলিঙ্গ অ কারন্ত শব্দের রূপের মতো হয়।

## (ঘ) সর্বনাম উত্তম পুরুষ
## হঁউ ( স অস্মৎ ) শব্দ

| | একবচন | বহুবচন |
|---|---|---|
| ১মা | হউঁ অম্হি মহি | অম্হে |
| ২য়া | মই | অম্হই |
| ৩য়া | ইম মই | অম্হেহি |
| ৪র্থী | মজ্ঝু মহু মইঁ মহ | অম্হ অম্মহ অম্হহঁ |
| ৫মী | মহু | অম্হ |
| ৬ষ্ঠী | মজ্ঝু মহু মইঁ মহ | অম্হ অম্হহইঁ অম্হহু |
| ৭মী | মই | অম্হাসু |

## (ঙ) সর্বনাম মধ্যম পুরুষ
## তু ( স ত্বম্ )

| | | |
|---|---|---|
| ১মা | তু তুহঁ তুহু | তুম্হে তুম্হ |
| ২য়া | তই পই তুম্হে তুমে | তুম্হ তুম্হহঁ তুজ্ঝ |
| ৩য়া | তএ তুই তই পই তুমই | তুম্হহি |
| ৪র্থী | তউ তো তুহ তুবভ তুজ্ঝ তুম্হ | তুম্হহঁ |
| ৫মী | — | — |
| ৬ষ্ঠী | তউ তো তুহ তুবভ তুজ্ঝ তুম্হ | তুম্হহঁ |
| ৭মী | তই পই | তুবভ |

## (চ) সর্বনাম প্রথম পুরুষ ক্লীবলিঙ্গ

| | | |
|---|---|---|
| ১মা | তং সে সো স সু | তা তাই |
| ২য়া | তং সে সো স সু | তা তাই |

## (ছ) সর্বনাম প্রথম পুরুষ পুংলিঙ্গ

| | | |
|---|---|---|
| ১মা | সো সু স | তে |
| ২য়া | তং সো সু স | তে |

| | | |
|---|---|---|
| ৩য়া | তিণ তেঁ | তেহি তেহি |
| ৪ৰ্থী | তস্‌সু তাসু তাহো তাহ | তাণ তাহঁ |
| ৫মী | তা তও তউ | তেহি তেহি |
| ৬ষ্ঠী | তস্‌সু তাসু তাহো তাহ | তাণ তাহঁ |
| ৭মী | তহি | |

### (জ) সৰ্বনাম প্ৰথম পুৰুষ স্ত্ৰীলিঙ্গ

| | | |
|---|---|---|
| ১মা | | তাউ |
| ২য়া | তং তা | তাউ |
| ৩য়া | তই | তাহি তাহি |
| ৪ৰ্থী+৬ষ্ঠী | তাসু | |
| ৫মী | তাএ তাউ | |
| ৭মী | তাহে | |

### (ঝ সংখ্যাবাচক শব্দ

### দুই

**বহুবচন**

| | |
|---|---|
| ১মা+২য়া | বি দুবি বেনি বিন্নি বেণ |
| য়া | বেহি |
| ৪ৰ্থী | বেণ্ণ বেণ দোহঁ বিহু |
| ৬ষ্ঠী | বেণ্ণ বেণ দোহঁ বিহু |
| ৭মী | বেহি |

ওপৰত উপস্থাপন কৰা শব্দ ৰূপৰ পৰা এইটো স্পষ্ট হৈ ওলাই পৰে যে অপভ্ৰংশত প্ৰায়েই দীৰ্ঘস্বৰৰ ঠাইত হ্ৰস্বস্বৰ আৰু হ্ৰস্বস্বৰৰ ঠাইত দীৰ্ঘস্বৰ হয়। যেনে—খড়্গা > খগ্গ পুত্ৰী > পুত্তি ইত্যাদি। শব্দ আৰু লিঙ্গ সাপেক্ষে বিভিন্ন প্ৰকাৰৰ বিভক্তিও যোগ হোৱা পৰিলক্ষিত হৈছে।

শব্দৰূপত বচনৰ ভিন্নতা খুব কম সকলো শব্দ ৰূপেই একবচনৰ দৰে। কেৱল দুই এটা প্ৰাচীন বহুবচনৰ পদৰ চিন বিশেষ আছে। ক্ৰিয়া পদত একবচন আৰু বহুবচনৰ পাৰ্থক্য প্ৰায় নাই। অৱশ্যে উত্তম আৰু মধ্যম পুৰুষৰ ৰূপত বচনৰ পাৰ্থক্য দেখা যায়।

অ কাৰন্ত শব্দৰ প্ৰথমা আৰু দ্বিতীয়াৰ একবচন উ কাৰ হয়।

সৰ্বনামৰ বহুবচন পদ খুব কম আৰু যি অলপ আছেও সেইবিলাকৰো ব্যৱহাৰৰ উদাহৰণ নোপোৱাৰ দৰেই। উত্তম আৰু মধ্যম পুৰুষৰ সৰ্বনামত প্ৰাচীন শব্দৰেই প্ৰয়োগ মাত্ৰ আছে।

শব্দৰূপত লিঙ্গভেদ নাই। উ (একবচনত) আৰু অই (বহুবচনত) ক্লীব লিঙ্গৰ যি দুটা প্ৰত্যয় আছে সিয়ে লুপ্ত প্ৰায়। ক্ষুদ্ৰাৰ্থক—ইক প্ৰত্যয়ৰ যোগত স্ত্ৰীলিঙ্গ শব্দ গঠন হয়।

সমাসৰ ব্যৱহাৰ খুউব কম। যি অলপ পোৱা যায় সিয়ো প্ৰাচীন আৰ্য ভাষাৰ পৰিবৰ্তিত ৰূপ নহয় সংস্কৃতৰ অনুকৰণতে নতুনকৈ গঠন কৰা হৈছে।

## ধাতুৰূপ

অপভ্ৰংশত প্ৰাকৃতৰ লট ৰ একবচনত ই সি মি আৰু বহুবচনত ন্তি হ মো আদিৰ সামান্য মাত্ৰ পৰিবৰ্তন ঘটি ক্ৰমে ই হি উ আৰু হি হুঁ আদি ৰূপ লৈছে।

লোটৰ মধ্যম পুৰুষৰ একবচনত ই উ এ হৈছে। যেনে—কৰু> কৰি কৰু কৰে।

ভবিষ্যতকালত (লট্) প্ৰত্যয়ৰ আগত স আগম হয়। যেনে—ভবিষ্যতি>হোসই।

প্ৰাকৃত অব্ব (সং তব্য) কৃদন্ত প্ৰত্যয়ৰ ঠাইত অপভ্ৰংত ইএব্বউং এব্বউং আৰু এবা প্ৰত্যয় হয়। যেনে—কৃ+তব্য=কৰ্ত্তব্য>কাঅব্ব> কৰিএব্বউ কৰেব্ব কৰেবা।

প্ৰাকৃতত ক্ৰিয়া বাচক বিশেষ পদ গঠন কৰিবলৈ ব্যৱহাৰ হোৱা ইঅ উন দূন দূঅ আদি প্ৰত্যয় অপভ্ৰংশত ই ইউ ইবি এপ্পি এপ্পিণু এবি এবিণু ইত্যাদি ৰূপলৈ পৰিবৰ্তন হয়। যেনে—কৃ+ত্বা=কৃত্বা>কৰিঅ কৰিউন কৰিদূন কদূঅ>অপভ্ৰংশত কৰি কৰিউ কৰিবি কৰেবিণু কৰেপ্পি কৰেপ্পিণু কৰেবি ইত্যাদি হয়।

। ড সুকুমাৰ সেন ভাষাৰ ইতিবৃত্ত ( ) পৃষ্ঠা— ২।

## (ক) বৰ্ত্তমান কালৰ কৰ্তৃবাচ্যৰ ধাতুৰূপ

### গম্

| পুৰুষ | একবচন | বহুবচন |
|---|---|---|
| উত্তম | গচ্ছমি গচ্ছউ | গচ্ছম গচ্ছহ |
| মধ্যম | গচ্ছহি গচ্ছসি | গচ্ছহ গচ্ছহু |
| প্ৰথম | গচ্ছই | গচ্ছন্তি গচ্ছহি |

## (খ) বৰ্ত্তমান কাল কৰ্ম আৰু ভাৱবাচ্য

### পুচ্ছ

| | | |
|---|---|---|
| উত্তম | পুচ্ছিমি | — |
| মধ্যম | পুচ্ছিহি | — |
| প্ৰথম | পুচ্ছিই | পুচ্ছিন্তি |

## (গ) বৰ্ত্তমান কালত অনুজ্ঞা—কৰ্তৃবাচ্য

| | | |
|---|---|---|
| উত্তম | — | — |
| মধ্যম | গচ্ছ গচ্ছাহি গচ্ছসু | গচ্ছই গচ্ছহু |
| প্ৰথম | গচ্ছউ | গচ্ছন্তু। |

## দ্বাদশ অধ্যায়

# পালি-সাহিত্য

পালি সাহিত্যনো কি এই বিষয়ে বিস্তৃত আৰু গভীৰ আলোচনাৰ অৱকাশ থাকিলেও আমি থোৰতে প্ৰাচীন বৌদ্ধ শাস্ত্ৰৰ পৰিচয় প্ৰদত্ত ৰচনা ৰাশিকেই বুজো। বুদ্ধদেৱৰ সমস্ত বচন সমূহক বুদ্ধ বচন বুলি কোৱা হৈছে। বুদ্ধ বচন সমূহ তিনিটা পিটকত বিভক্ত যেনে—বিনয় পিটক সুত্ত পিটক আৰু অভিধম্ম পিটক। এই পিটক ত্ৰয়ক তিপিটক বা ত্ৰিপিটক নামেৰে অভিহিত কৰা হৈছে। ত্ৰিপিটক সমূহৰ পৰিচয় এঠাইত এনেদৰে দিয়া আছে— বিনয় পিটকে বিসেসন অধীধিলসিক্‌থা বুত্তা সুত্তপিটকে অধিচিত্ত সক্‌থা অভিধম্মপিটকে অধিপঞ্ঞ এসিক্‌থা। অৰ্থাৎ বিনয়পিটকত প্ৰধানভাৱে শীলবিষয়ক শিক্ষা সুত্তপিটকত প্ৰধানভাৱে চিত্তবিষয়ক শিক্ষা আৰু অভিধম্ম পিটকত প্ৰধানভাৱে প্ৰজ্ঞাবিষয়ক শিক্ষাৰ বিষয়ে প্ৰতিপাদন কৰা আছে। সিংহলী ঐতিহ্যৰ পৰা আমি জানিব পাৰো যে তৃতীয় সংগীতৰ[1] পিছত সম্ৰাট অশোকৰ নিৰ্দেশ অনুযায়ী মহিন্দ (মহেন্দ্ৰ) ই বিনয় সুত্ত আৰু অভিধম্ম এই তিনি পিটক লৈ সিংহললৈ বৌদ্ধ ধৰ্ম প্ৰচাৰ কৰিবলৈ যায়। কালক্ৰমত সিংহলত বৌদ্ধধৰ্ম প্ৰতিষ্ঠিত হয় আৰু খ্ৰী পূ প্ৰথম শকিকামানত সিংহলৰ ৰজা বট্টগামনীয়ে ত্ৰিপিটকৰ প্ৰথম লিপিবদ্ধ কৰায়।

সুত্ত পিটকৰ অন্তৰ্গত ধম্মপদ বৌদ্ধ ধৰ্মৰ এখন অতি পুৰণি আৰু শ্ৰেষ্ঠ ধৰ্ম গ্ৰন্থ। ই পালিভাষাত ৰচিত। বৌদ্ধ সমাজত ধম্মপদৰ স্থান গীতাৰ দৰে। ইয়াৰ শ্ৰেষ্ঠত্ব হৈছে ভাব আৰু ভাষাৰ অপূৰ্ব সমন্বয়। গৌতম

---

। বুদ্ধ বচনসমূহ সংকলনৰ উদ্দেশ্যে বুদ্ধদেৱৰ মহাপৰিনিৰ্বাণৰ ঠিক পিছতেই ৰাজগৃত (বৰ্তমান ৰাজগীৰ) বৈভাৰ পৰ্বত গুহাত বুদ্ধশিষ্য সকলৰ প্ৰথম সম্মিলন বহে। এয়ে প্ৰথম সংগীতি। ইয়াৰ প্ৰায় এশ বছৰ পিছত বৈশালীত প্ৰায় দহ হাজাৰ ভিক্ষুৰ উপস্থিতিত দ্বিতীয় বৌদ্ধ-সংগীতিৰ অধিবেশন বহে। ইয়াৰ প্ৰায় এশ বছৰ পিছত অশোকৰ সময়ত পাটলিপুত্ৰত তৃতীয় বৌদ্ধ-সংগীতি অনুষ্ঠিত হয়। এই তিনি সংগীতিত ত্ৰিপিটক তিনিখনৰ বিষয়ে আলোচনা কৰা হয়।

বুদ্ধৰ শিক্ষাৰ শ্ৰেষ্ঠ বাণীসমূহ ইয়াত অন্তৰ্নিহিত হৈছে। ইয়াৰ প্ৰচলন ৰীতি সুন্দৰ উপমাসমূহ ভাৰতীয়ৰ চিৰ পৰিচিত।

ধৰ্ম্মপদৰ গ্ৰন্থকাৰ কোন এই সম্পৰ্কে কোনো বিজ্ঞান সন্মত তথ্য আমাৰ হাতত পৰা নাই। গতিকে তাৰ আলোচনাৰ পৰা আতৰি থাকিলোঁ। ভগবান বুদ্ধৰ বাণী সমূহ আৰু তেওঁৰ গাথাবোৰ ধৰ্ম্মপদত সন্নিবিষ্ট কৰা আছে। এই গাথা সমূহৰ অনেক অংশ বৌদ্ধ ধৰ্ম্মপুথি সমূহত অ ত ত ত সিচৰিত হৈ থকা দেখা যায়।[৮] কিন্তু সেই বুলি ধৰ্ম্মপদক এখন সংগৃহীত পুথি বুলি কলে ভুল কৰা হব। এই গাথাসমূহৰ পৰম্পৰা আৰু বিষয় বস্তু এনেভাৱে সজোৱা আছে যে ইয়াক এখন মৌলিক গ্ৰন্থ বুলি নোৱাৰি। অৱশ্যে নানা শ্লোক সংগ্ৰহ কৰি পুথিখনৰ কলেবৰ বৃদ্ধি কৰাৰ প্ৰয়াস থকা যেন অনুমান হয়। মন কৰিব লগীয়া কথা যে ধৰ্ম্মপদ পুথিখনৰ কিছু অ শহে এতিয়ালৈকে প্ৰকাশ পাইছে। মধ্য এচিয়াৰ ধ্ব সস্তুপৰপৰা আৱিষ্কৃত এইখন গ্ৰন্থৰ কেবাটাও চীনা অনুবাদো পোৱা গৈছে। পালি প্ৰাকৃত সংস্কৃত চীনা আদি কেইবাটিও ভাষাত ধৰ্ম্মপদ ৰচনা হোৱালৈ চাই ইয়াৰ প্ৰচাৰ যে বিস্তৃত হৈছিল সেই বিষয়ে সঠিক হব পাৰি।

**ধৰ্ম্মপদৰ ৰচনা কাল** ধৰ্ম্মপদ বুদ্ধদেৱৰ মহাপৰিনিৰ্ব্বাণৰ পিছতেই ৰচিত বুলি জনা যায়। খ্ৰীষ্ট জন্মৰ ৪ বছৰ পূৰ্বতে ধৰ্ম্মপদৰ কিছুমান কথা অশোকৰ শিলালিপিত পোৱা যায়। খৃষ্টীয় প্ৰথম শতিকা মানতো ধৰ্ম্মপদৰ উল্লেখ পোৱা যায়। গতিকে অশোকৰ ৰাজত্ব কালৰপৰা আৰম্ভ কৰি খ্ৰীষ্টীয় ৬ষ্ঠ শতিকা মানৰ ভিতৰত ধৰ্ম্মপদৰ ৰচনা সম্পূৰ্ণ হোৱা বুলি অনুমান কৰিব পাৰি।

ধৰ্ম্মপদৰ বিশ্বজনীন উপদেশবোৰৰ লগত কোনো ধৰ্মৰ বিৰোধৰ ভাব নাই। সেই কাৰণে ধৰ্ম্মপদৰ বাণী সমূহে হিন্দু বৌদ্ধ খ্ৰীষ্টান মুছলমান নিৰ্বিশেষে সকলোক আকৰ্ষণ কৰে। এই গ্ৰন্থত চত্বাৰি আৰ্য সত্য ( 4 noble truth ) সন্নিবিষ্ট হৈছে। অপ্ৰমাদ চিন্তাশীল ( Vigilance ) অমৃত পদ প্ৰমাদ মৃত্যু পদ। যিবোৰ মানুহ প্ৰমাদী সেইবোৰ মৃত্যুৰ কাষলৈ যায় অপ্ৰমাদী মানুহৰ মৃত্যু নাই। জ্ঞানী বা পণ্ডিত জনে জানে কাৰণে অপ্ৰমাদ

---

। মহাযান বা উদীচ্য বৌদ্ধসম্প্ৰদায়ৰ মহাবৈপুল্যসূত্ৰ নামৰ একশ্ৰেণীৰ গ্ৰন্থ আছে। এই গ্ৰন্থসমূহক পন্ত আৰু গাথা বুলি উল্লেখ কৰা আছে।

হৈ আনন্দ পায় আৰু তেওঁলোকে আৰ্য্ত সকলৰ ওপৰতে স্থান পায়। যিবোৰ মানুহ সদাজাগ্রত আৰু সদাচিন্তাশীল বিবেচক তেওঁলোকে নির্বাণত্ব লাভ কৰে। এইদৰে ধৰ্ম্মপদ গ্রন্থত বৌদ্ধ ধৰ্মৰ নীতিৰ সাৰ নিহিত আছে।

ধৰ্ম্ম আৰু পদ—এই দুটা শব্দৰ সংযোগত ধৰ্ম্মপদ শব্দটো হৈছে। ধৰ্ম্ম শব্দৰ অৰ্থ কেতিয়াবা প্রকৃতি কেতিয়াবা গুণ পদাৰ্থ মতবাদ প্রাকৃতিক নিয়ম আৰু কেতিয়াবা ধৰ্মমত বুলি কোৱা হয় আৰু পদৰ অৰ্থ সপোন পদ পথ স্থান ইত্যাদি হয়। এনেদৰে ধৰ্ম্মপদৰ অৰ্থ—ধৰ্মৰ পথ ধৰ্মৰ সোপান সত্যৰ মাৰ্গ আদি হয়।

**সুত্তনিপাত** সুৰ্ত্তপিটক পাঁচোটা নিকায়ত বিভক্ত যেনে—দীঘ নিকায় মজঝিম নিকায় স যুক্ত নিকায় অঙ্গুত্তৰ নিকায় আৰু খুদ্দক নিকায়। নিকায়' শব্দটোৰ অৰ্থ নানা ধৰণে ব্যৱহাৰ কৰা হয়। সংগ্রহ স কলন শ্রেণী ৰাশি সমষ্টি প্রভৃতি অৰ্থত ব্যৱহাৰ কৰা হয়। প্রথম চাৰিটি নিকায সুৰ্ত্ত বা বুদ্ধৰ উপদেশসমূহৰ সংকলন। পঞ্চম নিকায় হল সুত্তনিপাত। ধৰ্ম্মপদৰ পিছতে সুত্ত নিপাতৰ সমাদৰ আটাইতকৈ বেছি। সুত্তনিপাতৰ গাথা সমূহ পাচটা বগ গত বিভক্ত। উৰগ চুল মহা আৰু অট্‌ঠকবগ গ—এই চাৰিটা বগ গত মুঠতে ৫৪টা কবিতা আছে। পঞ্চম বগ গ পাৰায়ণ বগ গ এটি স্বয়ংসম্পূর্ণ কৱিতা। ভাৰতীত সাহিত্যৰ স বাদ বা আখ্যান ৰীতিৰ পৰম্পৰা সুত্ত নিপাতত ৰক্ষা কৰা হৈছে। কিছুমান প্রশ্নৰ উত্তৰৰ দ্বাৰা বৌদ্ধ ধৰ্মৰ কিছুমান নীতি তত্ত্বৰ ব্যাখ্যা ইয়াত উপস্থাপন কৰা হৈছে। নালক সুত্তত বুদ্ধদেৱৰ জন্ম গ্রহণৰ পিছৰ ঘটনাৰ বিৱৰণ পোৱা যায়। পৱবজ্জা সুত্তত বুদ্ধদেৱৰ গৃহত্যাগ আৰু পৰিব্ৰাজক হিচাপে ৰাজগৃহৰ ৰজাৰ লগত সাক্ষাৎকাৰৰ বৰ্ণনা কৰা আছে। প্রধান সুত্তত বুদ্ধদেৱ আৰু মাৰৰ সংঘৰ্ষ আৰু মাৰৰ পৰাজয়ৰ কথা নিহিত আছে। এই তিনিটা সুত্তই আখ্যান কাব্যৰ উৎকৃষ্ট নিদৰ্শন।

সুত্তনিপাতৰ বিভিন্ন ৰচনা সমূহলৈ লক্ষ্য কৰিলে ইয়াক একক (Unified) ৰচনা বুলি কব নোৱাৰি। প্রাচীন ভাৰতৰ সামাজিক অৰ্থ নৈতিক ধৰ্মীয় অৱস্থাৰ কথা স্য স্কৃতিক দিশৰ আলোকপাত দাঙি ধৰাত সুত্তনিপাতৰ মূল্য কম নহয়।

**জাতক** বৌদ্ধ সাহিত্যত জাতক—কাহিনীৰ সাহিত্যিক আৰু ঐতিহাসিক মূল্য অনস্বীকাৰ্য। কৰ্মবাদতৰ ওপৰত ভিত্তি কৰি ৰচিত সমস্ত

জাতক কাহিনী সমূহৰ মাজেৰে নিৰ্বাণ প্ৰাপ্তিয়েই যে একমাত্ৰ ধৰ্মৰ আদৰ্শ নহয় বোধি সত্বহে অৰ্থাৎ বিভিন্ন জন্ম গ্ৰহণৰ মাজেৰে বিভিন্ন শীলধৰ্মৰ আচৰণ কৰি সম্যগ সম্বন্ধ হোৱাৰ যোগ্যতা অৰ্জন তাকে প্ৰতিপন্ন কৰিবলৈ প্ৰয়াস কৰা হৈছে।

জাতক কাহিনী সমূহৰ লোক প্ৰচলিত নীতি কথাৰ দৰে কিছুমান শ্লোকৰ আকাৰত মুখে মুখে চলি আহিছিল। বৌদ্ধ শাস্ত্ৰত জাতক সমূহ প্ৰথম অৱস্থাত গাথাৰ আকাৰতে সংকলন কৰা হৈছিল আৰু ইবোৰে বৌদ্ধ ধৰ্ম জনপ্ৰিয় কৰি তোলাত প্ৰধান ভূমিকা গ্ৰহণ কৰিছিল।

বুদ্ধঘোষৰ মতে জাতকৰ সংখ্যা ৫৫ যদিও Fausboll ৰ সম্পাদিত জাতক গ্ৰন্থত সৰ্বমুঠ ৫৪৭টা জাতকহে সন্নিবিষ্ট কৰা আছে। সম্ভৱত বুদ্ধদেৱৰ কিছু শিষ্যই জাতকৰ আৰ্হিত কিছুমান পৌৰাণিক কাহিনীৰ অৱতাৰণা কৰি বিভিন্ন উপায়ে উপদেশ দিছিল আৰু এইদৰে ধৰ্মৰ ব্যাখ্যাও কৰিছিল। কালক্ৰমে এইভাৱে নতুন নতুন কাহিনীৰ উদ্ভৱহে জাতকৰ স খ্যা বৃদ্ধি হ ল। চীনা পৰিব্ৰাজক ফাহিয়ানৰ বিৱৰণীত জাতকৰ সংখ্যা পাঁচশ বুলি উল্লেখ কৰা আছে।

**অভিধম্মপিটক** পালি বৌদ্ধ শাস্ত্ৰ ত্ৰিপিটকৰ ভিতৰত তৃতীয় পিটক হ ল অভিধম্মপিটক। অভিধম্মপিটক ত অধিপঞ্ঞ এসিকৃখা অৰ্থাৎ প্ৰধান ভাৱে প্ৰজ্ঞাবিষয়ক শিক্ষাৰ বিষয়ে আলোচনা কৰা আছে। অভিধম্মপিটকত নিপুণ হলে প্ৰজ্ঞাবান হব পাৰি। প্ৰজ্ঞালাভৰ উপায় চাৰি প্ৰকাৰ। অৰ্থ ধৰ্ম নিৰুক্তি আৰু প্ৰতিভা এই চাৰি প্ৰকাৰ জ্ঞান লাভৰ শিক্ষা অভিধম্ম পিটকৰ আলোচ্য বিষয়।

সুত্তপিটকত ধৰ্ম্ম তত্বৰ যি শিক্ষাৰ কথা কোৱা হৈছে অভিধম্মপিটকত তাৰেই বিশদ ব্যাখ্যা কৰা আছে। বিষয়বস্তুৰ ফালৰ পৰা দুয়োখনৰ মাজত পাৰ্থক্য নাই কিন্তু উপস্থাপন ৰীতিৰ ফালৰ পৰা দুয়োখনৰ মাজত পাৰ্থক্য পৰিলক্ষিত হয়। অভিধম্মপিটকৰ ব্যাখ্যা সমূহ নীৰস আৰু পাণ্ডিত্যপূৰ্ণ।

বুদ্ধঘোষে তেওঁৰ অট্‌ঠকথা ত অভিধম্ম আবৃত্তিৰ কথা উল্লেখ কৰিছে। পালি ঐতিহ্যৰ নানা কাহিনী মতে বুদ্ধদেৱেই প্ৰথমে অভিধম্ম প্ৰকাশ কৰে। অশোকৰ সময়ত তৃতীয় সঙ্গীতিৰ অধিবেশনত অভিধম্মৰ চূড়ান্ত ৰূপ দিয়া হয় বুলি সকলোৱে এক মত প্ৰকাশ কৰিছে।

**মিলিন্দ পঞ্‌ঞ হো** মৌলিক পালিগ্ৰন্থ সমূহৰ ভিতৰত মিলিন্দ

পঞ্হো প্ৰাচীনতম বুলি বিখ্যাত। Winternitz ৰ মতে এই গ্ৰন্থখন উত্তৰ পশ্চিম ভাৰতৰ কোনো এখন ঠাইত ৰচনা কৰা হৈছিল। তেওঁৰ ভাৰতীয় সাহিত্যৰ বুৰঞ্জী ত উল্লেখ কৰা মতে খ্ৰীষ্টীয় প্ৰথম শতিকাত এইখন গ্ৰন্থ ৰচনা কৰা হৈছিল। গ্ৰীক সম্ৰাট মেনান্‌ড্ৰোস ( মিলিন্দ ) ৰ লগত বৌদ্ধ সন্ন্যাসী নাগসেনৰ সাক্ষাত প্ৰসঙ্গত হোৱা উত্তৰ প্ৰত্যুত্তৰেই গ্ৰন্থখনৰ বিষয়বস্তু। পালি সাহিত্যৰ গৌৰৱময় যুগৰ শ্ৰেষ্ঠ ৰচনা মিলিন্দ পঞ্হো ত বৌদ্ধধৰ্ম আৰু দৰ্শনৰ নানা জটিল তত্বৰ প্ৰাঞ্জল আৰু উপাদেশ ব্যাখ্যাই গ্ৰন্থখনৰ আবেদন বৃদ্ধি কৰিব পাৰিছে।

নিৰ্বাণৰ গুণাগুণ নিৰ্বাণৰ ধৰ্ম নিৰ্বাণৰ আবাস নিৰ্বাণৰ প্ৰকৃতি ইত্যাদি বিষয়ৰ সহজ সৰল ব্যাখ্যাৰে মিলিন্দ পঞ্হো গ্ৰন্থখন সাতটা খণ্ডত বিভক্ত। Winternitz ৰ মতে ইয়াৰে ৪ৰ্থৰ পৰা ৭ম খণ্ডলৈকে প্ৰক্ষিপ্ত। চীনা অনুবাদত ৪ৰ্থৰ পৰা ৭ম খণ্ড—এই চাৰিটা খণ্ড পোৱা নাযায়।

সকলোধৰণৰ জটিলতাৰ পৰা মুক্ত মিলিন্দ পঞ্হোৰ মূল আকৰ্ষণ হৈছে ইয়াৰ ভাষাৰ মাৰ্জিত ৰূপ আৰু সাৱলীলতা। সাধাৰণতে দেখা পোৱা পুনৰাবৃত্তি বা বাক্যৰ পুনৰুক্তি পালি গদ্যৰ দোষ মিলিন্দ পঞ্হোত মুঠেই নাই বুলিব পাৰি। প্ৰতিপাদ্য বিষয়বস্তুক ভাষাৰ সাৱলীলতাই সকলোৰে সহজবোধ্য কৰি তুলিছে আৰু সামাঞ্জস্যতা ৰক্ষা কৰি গ্ৰন্থখনৰ আভিজাত্য বৃদ্ধি কৰিছে।

**অট্‌ঠকথা** অট্‌ঠকথা মানে হল অৰ্থকথা বা টীকা ভাষ্যমূলক গ্ৰন্থ। অট্‌ঠকথাৰ প্ৰধান টীকাকাৰ কেইজন হল বুদ্ধদত্ত বুদ্ধঘোষ আৰু ধৰ্মপাল।

**বুদ্ধদত্ত** পালি গ্ৰন্থৰ টীকাকাৰ হিচাপে বুদ্ধদত্তৰ নাম কম মূল্যবান নহয়। বিনয়পিটক আৰু অভিধম্মৰ ওপৰত বুদ্ধদত্তই যি টীকা ভাষ্যৰ সংকলন কৰিছে সিয়ে তেওঁৰ পাণ্ডিত্যৰ অভিজাত্য বৃদ্ধি কৰিছে। বুদ্ধদত্তৰ মূল্যবান ভাষ্যগ্ৰন্থ সমূহৰ ভিতৰত **উত্তৰবিনিচ্ছয় বিনয়বিনিচ্ছয় অভিধম্মাৱতাৰ** আৰু **'ৰূপাৰূপবিভাগ** প্ৰধান। উত্তৰ বিনিচ্ছয়ত ভিক্ষু ভিক্ষুণীসকলৰ বিনয় সম্বন্ধীয় নানা বিষয় আলোচনা কৰা হৈছে। বিনয়বিনিচ্ছয়তো উক্ত বিষয়েই আলোচনা কৰি বিনয়পিটক সম্বন্ধে নানা ব্যাখ্যা দাঙি ধৰা হৈছে। অভিধম্মাৱতাৰত অভিধম্মৰ গভীৰ তত্ত্ব সমূহ চব্বিশটা পৰিচ্ছেদত ব্যাখ্যা কৰা হৈছে। এই কেইখন গ্ৰন্থৰ উপৰিও বুদ্ধবংশৰ ভাষ্যমূলক আন এখন গ্ৰন্থ 'মধুৰত্থবিলাসিনী'ও তেওঁ ৰচনা কৰে।

বুদ্ধদত্ত কাবেৰী অঞ্চলৰ চোল ৰাজ্যৰ অধিবাসী আছিল। শেষত তেওঁ সিংহল প্ৰসিদ্ধ মহাবিহাৰৰ এজন বিখ্যাত পণ্ডিত হয় গৈ।

**বুদ্ধঘোষ** বুদ্ধঘোষ টীকাকাৰ হিচাপে সৰ্বশ্ৰেষ্ঠ। তেওঁৰ জীৱনী সম্বন্ধে B C law ৰ Life of Budhaghosa নামৰ গ্ৰন্থত বহুতো কিম্বদন্তি মূলক কাহিনী আছে। মগধৰ এক বিখ্যাত ব্ৰাহ্মণ পৰিয়ালত খ্ৰীষ্টীয় পঞ্চম শতিকাত তেওঁৰ জন্ম হৈছিল বুলি বহুতো পণ্ডিতে অনুমান কৰে।[১] নানা শাস্ত্ৰত ব্যুৎপত্তি লাভ কৰি শেষত তেওঁ বৌদ্ধধৰ্মত দীক্ষিত হয় আৰু এই ধৰ্ম প্ৰচাৰ কাৰ্যত আত্মনিয়োগ কৰে। তেওঁ সিংহলৰ অনুৰাধাপুৰলৈ গৈ তাৰ মহাবিহাৰৰ অট্ঠকথা অধ্যয়ন কৰে আৰু সমগ্ৰ অট্ঠকথা তেওঁ পালিত অনুবাদ কৰে। এই অনুবাদ সমূহৰ মাজেৰে বুদ্ধঘোষৰ পাণ্ডিত্যৰ গভীৰতা সহজে উপলব্ধি কৰিব পাৰি।

অট্ঠকথা সমূহৰ উপৰি বুদ্ধঘোষে অভিধম্মৰ ওপৰত আলোচনামূলক অতি মূল্যবান বিসুদ্ধিমগ্গ নামৰ এখন গ্ৰন্থ ৰচনা কৰে। তেইশটা পৰিচ্ছেদত বিভক্ত এই গ্ৰন্থখনেই বুদ্ধঘোষৰ বিদ্যা আৰু পাণ্ডিত্যৰ অসাধাৰণ পৰিচয় দাঙি ধৰে আৰু ইয়াৰ ওপৰত ভিত্তি কৰিয়েই সিংহলৰ পণ্ডিত সকলে বুদ্ধঘোষক অট্ঠকথা অনুবাদৰ অনুমতি প্ৰদান কৰে। তেওঁৰ আন এখন গ্ৰন্থ "সমন্তপাসাদিকা ত বিনযপিটকৰ বিস্তৃত টীকা ব্যাখ্যাৰে আলোচনা কৰাৰ উপৰিও বৌদ্ধ সংস্কৃতিৰ প্ৰাচীন ঐতিহ্যৰ নানা তথ্যও ইয়াত সন্নিবিষ্ট কৰে "কংখাবিতৰণী নামৰ আন এখন গ্ৰন্থত বুদ্ধঘোষে বিনয়ৰ অন্তৰ্গত পাটিমোক্খৰ ওপৰত টিপ্পনী ৰচনা কৰে। অকল ইমানেই নহয় সুত্তপিটক দীৰ্ঘ মজঝিম স যুত্ত আৰু অ গুত্তৰ এইবোৰ গ্ৰন্থবো ব্যাখ্যা মূলক টীকা ৰচনা কৰি বৌদ্ধ ধৰ্ম প্ৰচাৰৰ পথ অতি সুগম কৰি তোলে। এই টীকা সংকলন সমূহত বিষয়বস্তুৰ মূল্যবান ব্যাখ্যা থকাৰ উপৰিও সমাজ সংস্কৃতি আৰু ইতিহাস অধ্যয়নৰ ক্ষেত্ৰতো ইবোৰ অতি মূল্যবান। খুদ্দকপাঠ ধম্মপদ আৰু সুত্তনিপাত খুদ্দকনিকায়ৰ এই তিনিখন টীকাও তেওঁ সংকলন কৰে।

**কাব্যগ্ৰন্থ** পালি ধৰ্মশাস্ত্ৰ সমূহত কিভাৱে সাধনাৰ পথত অগ্ৰসৰ হব পাৰি তাৰ নিৰ্দ্দেশ দিয়া আছে। গতিকে এইবোৰক উদ্দেশ্যমূলক সাহিত্য বুলি কব পাৰি। কিন্তু তথাপিতো ইবোৰত কৱি প্ৰতিভাবো উৎকৃষ্ট নিদৰ্শন নোহোৱা নহয়। পালি কাব্য সমূহত কালিদাসৰ প্ৰভাব মনকৰিবলগীয়া বিশেষত্ব।

---

১। ড বিশ্বনাথ বন্দ্যোপাধ্যায়ৰ 'পালি আৰু প্ৰাকৃত সাহিত্যৰ ইতিহাস দ্ৰষ্টব্য।

খ্রীষ্টীয় দ্বাদশ শতাব্দীত ৰচিত বুদ্ধৰক্খিতৰ **জিনালংকাৰ** এখন কাব্যিক বৈশিষ্ট্যপূর্ণ এখন গ্রন্থ। ইয়াত ২৫ টি শ্লোকত বুদ্ধ কাহিনী বর্ণনা কৰা আছে।

**জিনচৰিত** পালি কাব্য সাহিত্যৰ আন এখন উল্লেখযোগ্য গ্রন্থ। এই কাব্যত বিভিন্ন ছন্দৰ সমাবেশ ঘটিছে আৰু ৪৪ টা শ্লোকেৰে বুদ্ধৰ জীৱনী কাব্যৰ আকাৰত বর্ণনা কৰা হৈছে। এইখন ত্রয়োদশ শতাব্দীৰ শেষৰ ফালে বনৰতন মেধংকৰ দ্বাৰা ৰচিত ভক্তিমূলক কাব্য।

বৌদ্ধ ধর্মৰ মূলনীতি সম্বলিত **সদ্ধম্মোপায়ন** এখন উল্লেখযোগ্য পালি কাব্য। ৬২৯টা গাথাত ৰচিত এই কাব্যখনৰ বিষয়বস্তুৰ উপস্থাপন পদ্ধতিয়ে কাব্যখনৰ স্বকীয় বৈশিষ্ট্য নির্ণয় কৰিছে।

**পজ্জমধু** ই এখন সৰু কাব্যত বুদ্ধদেৱৰ গুণকীর্তন কৰা হৈছে। মানবজীৱনৰ সাৰশূন্যতাৰ বিষয়ে আলোচনা দাঙি ধৰি ৰচনা কৰা **তেলকটাহগাথা** বৌদ্ধধর্মৰ আন এখন সৰু কাব্য। ইয়াত ৯ টি গাথা সংকলন কৰা আছে। দ্বাদশ শতাব্দীত ৰচনা কৰা এই কাব্যখনৰ ছন্দমাধুর্য আৰু ভাষাৰ লালিত্যই পাঠকৰ অন্তৰ স্পর্শ কৰিব পাৰিছে।

**ঐতিহাসিক গ্রন্থ** পালি ভাষাত প্রকৃত ইতিহাস ৰচনা হোৱাৰ প্রমাণ পোৱা নাযায় কেৱল মাত্র ঐতিহাসিক কাব্য বা তেনে ধৰণৰ গ্রন্থৰ ৰচনাৰ মাজেদি ইতিহাসসম্ভূত বিষয়বস্তুৰ অৱতাৰণা কৰা পালি গ্রন্থ কেইখনমান আছে। সেই সমূহৰ ভিতৰত দীপবংস মহাবংস সাসনব স থপবংস দাঠাব'স হথবনগল্লবিহাৰবংস গন্ধবংস প্রভৃতি উল্লেখযোগ্য।

**দীপবংস** খ্রীষ্টীয় চতুর্থ পঞ্চম শতিকামানত ৰচিত দীপবংস পালি ঐতিহাসিক কাব্য হিচাপে উল্লেখযেগ্যে। বুদ্ধঘোষৰ সময়ত দীপবংস সিংহলত অতি জনপ্রিয় আছিল। বৌদ্ধসম্প্রদায় মহাৰাজ অশোক আৰু ব গৰ ৰাজপুত্রৰ বিষয়ে নানা কাহিনী এই গ্রন্থত বর্ণনা কৰা আছে। দীপবংসৰ ৰচকৰ নাম জনানাযায়।

**মহাবংস**—মহাবংসক এখন উৎকৃষ্ট ঐতিহাসিক মহাকাব্য বুলি কোনো কোনোৱে উল্লেখ কৰিছে।[১০] কাব্যখনত গৌতম বুদ্ধৰ জীৱন কাহিনী আৰু তেওঁৰ সিংহল যাত্রাৰ বিৱৰণৰ উপৰিও নিতিওটি বৌদ্ধ সঙ্গীতিৰ কার্য ক্রমনিকাৰ বিৱৰণ বিশ্লেষণ কৰা আছে। বৌদ্ধধর্মৰ ক্রমবিকাশ আৰু ইয়াৰ

১০। ড বিশ্বনাথ বন্দ্যোপাধ্যায়ৰ পালি আৰু প্রাকৃত সাহিত্যৰ ইতিহাস দ্রষ্টব্য।

প্ৰসাৰৰ ইতিহাসৰ অধ্যয়নৰ ক্ষেত্ৰত মহাবংসৰ স্থান অতি মূল্যবান। গাম্ভীর্য পূর্ণ ভাষা আৰু কাব্যিক বর্ণনাৰ ফালৰ পৰা বিচাৰ কৰিলেও মহাবংসই পালি সাহিত্যৰ বুৰঞ্জীত এখন ওখ আসন দাবী কৰাৰ যোগ্যতা অর্জন কৰিব পাৰে। ইয়াৰ কবি হল মহানাম।

**থূপ ব স** ইতিহাসৰ লগতে ভৌগোলিক উপদানৰ কাৰণেও প্ৰসিদ্ধ এই গ্ৰন্থখন ত্ৰয়োদশ শতাব্দীৰ প্ৰথম ভাগতে ৰচনা কৰা হৈছিল। ভাৰত বৰ্ষত বৌদ্ধ ধৰ্ম প্ৰচাৰৰ কাৰণে কৰা প্ৰচেষ্টাৰ বিৱৰণ এই গ্ৰন্থত লিপিবদ্ধ কৰা আছে। গৌতমবুদ্ধৰ পূৰ্বজন্মৰ বৃত্তান্ত তেওঁৰ জন্মৰপৰা মহাপাৰিনিৰ্বাণ অস্থিধাতুৰ ওপৰত অজাতশত্ৰুৰ দ্বাৰা ৰাজগৃহত স্তূপ নিৰ্মাণ ইত্যাদি ঘটনা কাব্যখনৰ তিনিটা ভাগত উল্লেখ কৰা আছে।

**সাসনব স** আৰ্বাচীন পালি সাহিত্যৰ ভিতৰত ব্ৰহ্মদেশৰ সাসনব স এখন উল্লেখযোগ্য কাব্য। ইয়াত বুদ্ধদেৱৰ শাসনৰ বিষয়ে ঐতিহাসিক বৃত্তান্ত দাঙি ধৰা হৈছে। ব্ৰহ্মদেশৰ বিখ্যাত মান্দালয়ৰ সঙ্ঘৰাজ বিহাৰৰ পণ্ডিত পঞ্ঞসামিয়ে এই গ্ৰন্থ ৰচনা কৰে। অশোকে বৌদ্ধধৰ্ম প্ৰচাৰৰ বাবে কৰা প্ৰচেষ্টা ব্ৰহ্মদেশত বৌদ্ধধৰ্মৰ অভ্যুদয় ইত্যাদিয়েই কাব্যখনৰ আলোচ্য বিষয়।

**সংকলন গ্ৰন্থ** বৌদ্ধধৰ্মৰ উপেদেশ আৰু শিক্ষা সমূহৰ অনুশীলনৰ বাবে সংকলন গ্ৰন্থ সমূহৰ মূল্য অনস্বীকাৰ্য। পালি সাহিত্যত প্ৰজ্ঞা বা অভিধৰ্ম্ম বিষয়ক শিক্ষাৰ কাৰণে কেবাখনো মূল্যবান গ্ৰন্থ ৰচনা কৰা আছে। বুদ্ধঘোষ আৰু বুদ্ধদত্তৰ পৰিচয় প্ৰসঙ্গত আমি এনেধৰণৰ কেইখনমান গ্ৰন্থৰ কথা উল্লেখ কৰি আহিছো। সেইবোৰৰ উপৰিও সচ্চসংক্ষেপ ধৰ্মপালৰ দ্বাৰা সংকলিত আন এখন লেখত লবলগীয়া পালি সাহিত্য। সত্যৰ অন্বেষণৰ দ্বাৰা নিৰ্বাণ প্ৰাপ্তি—এয়ে গ্ৰন্থ খনৰ বক্তব্য বিষয়।

**অভিধম্মথ স গ্ৰহ** বৌদ্ধ মনস্তত্ত্ব আৰু দৰ্শন বিষয়ক এখন উৎকৃষ্ট পালি গ্ৰন্থ। সিংহল আৰু ব্ৰহ্মদেশত এই গ্ৰন্থখনৰ সমাদৰ বৰ বেছি। অনুৰুদ্ধ ৰচিত এই গ্ৰন্থক কেন্দ্ৰকৰিয়ে পালি ভাষাত বহু টীকা ভাষ্যৰ সংকলন হৈছে। অভিধম্মথ সংগ্ৰহ ৰচনা কৰি অনুৰুদ্ধই প্ৰতিষ্ঠাবান লেখকহিচাপে স্বীকৃতিও লাভ কৰিব পাৰিছে।

---

## ত্ৰয়োদশ অধ্যায়

# প্ৰাকৃত সাহিত্য

প্ৰত্নলেখ সমূহক সাহিত্য হিচাপে বিচাৰ নকৰিলে সংস্কৃত নাটকত থকা ধ্ৰুবা গীত সমূহকেই প্ৰাকৃত সাহিত্যৰ সৰ্ব প্ৰাচীন নিদৰ্শন বুলি উল্লেখ কৰিব পাৰি। সম্ভৱত গীত ৰচনা কৰাৰ উপযুক্ত মাধুৰ্য প্ৰাকৃত ভাষাত আছে কাৰণেই সংস্কৃত নাট্যকাৰসকলে তেওঁলোকৰ নাটৰ গীত সমূহ প্ৰাকৃত ভাষাত ৰচনা কৰাৰ মোহ সামৰিব পৰা নাছিল। প্ৰাকৃত ভাষাৰ মাধুৰ্যতা সম্পৰ্কে বিভিন্ন পণ্ডিতে ভূয়সী প্ৰশংসা কৰাতোৱেই এই কথাৰ সাৰ্থকতা প্ৰমাণ কৰে। কবি ৰাজশেখৰেও প্ৰাকৃত ভাষাৰ কমনীয়তা সম্পৰ্কে লক্ষ্য কৰি কৈছে

পুৰুষা সক্কঅবন্ধা পাউঅবন্ধো বি হোই সুউমাৰো।
পুৰুসমহিলাণং জেত্তিয়মিহন্তৰং তেত্তিয়মিমাণং ॥

কিন্তু তুলনামূলকভাৱে ভাৰতবৰ্ষত প্ৰাকৃত সাহিত্য সম্বন্ধে আলোচনা বিশেষ উৎসাহজনক নহয়। ইহাৰ কাৰণ সম্বন্ধে পম খেদি গলে অনুমান কৰিব পাৰি যে প্ৰাকৃত সাহিত্য বিশেষভাৱে এক ধৰ্মীয় সম্প্ৰদায়ৰ ভিতৰতে সীমাবদ্ধ। দ্বিতীয়তে ভাৰতীয় সকলে সংস্কৃত সাহিত্যৰ ওপৰত যি পৰিমাণে গুৰুত্ব দিয়ে আন ভাষাৰ সাহিত্যক তেনে দৃষ্টিৰে নাচায়। অৱশ্যে সংস্কৃত সাহিত্য সৰ্বাঙ্গ সুন্দৰ হোৱাটোও ইয়াৰ কাৰণ। মনোৰম মনোৰম কাব্যৰ মাজেৰে ভাৰতীয় চিন্তা চৰ্চাৰ সকলো সমল সংস্কৃত সাহিত্যত স্তুপিকৃত হৈ আছে। সেয়ে স্বাভাৱিকতে ভাৰতীয় সকলে সংস্কৃত সাহিত্যত পোৱা আস্বাদন সমূলি পাহৰিব নোৱাৰে। গৱেষক বা অন্য কোনো বিশেষ অধ্যয়নকাৰী সকলেহে পালি প্ৰাকৃত সাহিত্যৰ ভিতৰলৈ যোৱাৰ চেষ্টা কৰে আৰু যিয়ে এবাৰ প্ৰাকৃত সাহিত্যৰ ভিতৰত প্ৰৱেশ কৰিব পাৰিছে সেয়ে প্ৰাকৃত সাহিত্যৰ ৰমণীয়তাত তন্ময় হৈ পৰিছে।

জৈন ধৰ্মৰ সিদ্ধান্ত সমূহেই প্ৰাকৃত সাহিত্যৰ এক বিশাল অংশ সামৰি লৈছে। জৈন সম্প্ৰদায়ৰ দ্বাৰা পৰিপুষ্ট প্ৰাকৃত সাহিত্য জৈনা সম্প্ৰদায় বহিৰ্ভূত

কম সাহিত্যিকেই প্ৰাকৃত ভাষাত গ্ৰন্থ ৰচনা কৰা দেখা যায়।[১১] মুঠতে জৈন পণ্ডিতসকলৰ বাহিৰে অন্যান্য ভাৰতীয় পণ্ডিত সকলে প্ৰাকৃত সাহিত্যৰ আলোচনাত উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰা বুলি কব নোৱাৰি।

পণ্ডিত সকলে প্ৰাকৃত সাহিত্যক মোটামুটিভাবে দুটা ভাগত ভাগ কৰিছে—

(ক) জৈন আগম বা সিদ্ধান্ত গ্ৰন্থ আৰু (খ) আগম বহিভু্ত গ্ৰন্থ।

আকৌ আগম বহিভু্ত সাহিত্য সমূহক বিষয়বস্তু আৰু ৰচনাৰ বৈশিষ্ট্য অনুযায়ী প্ৰধান সাতভাগত ভাগ কৰা হৈছে। যেনে —(২) জৈনধৰ্মীয় দাৰ্শ নিক গ্ৰন্থ (২) মহাকাব্য আৰু আখ্যান কাব্য (৩) গীতিকাব্য বা নীতিকৱিতা (৪) নাটক (৫) ব্যাকৰণ (৬) বিবিধ—কোষ ছন্দ শাস্ত্ৰ প্ৰভৃতি আৰু (৭) অপভ্ৰংশ সাহিত্য।

(ক) আমি আগতে উল্লেখ কৰি আহিছো যে প্ৰাকৃত সাহিত্যৰ অধি কাংশই জৈন ধৰ্মীয় শাস্ত্ৰই সামৰি লৈছে। প্ৰথম অবস্থাত জৈন সকল ঐক্য বদ্ধ হৈ আছিল আৰু এজন সংঘনায়কৰ অধীনত ধৰ্মীয় অনুশাসনবোৰ পৰি চালিত হৈছিল। মহাবীৰৰ পিছত ক্ৰমে ইন্দ্ৰভুতি গৌতম সুধৰ্মা জম্বু আৰু ভদ্ৰবাহু সংঘনায়ক আছিল। ভদ্ৰবাহুৱে কেইখনমান শাস্ত্ৰটীকা আৰু শাস্ত্ৰগ্ৰন্থ কল্পসূত্ৰ ৰচনা কৰে। তেওঁ দক্ষিণ ভাৰতলৈ গুচি যোৱাৰ পিছত মগধৰ স্থুলভদ্ৰে নামৰ এজন জৈন শ্ৰমণে পাটলিপুত্ৰত জৈন শ্ৰমণ সকলৰ এখন সভা আহ্বান কৰে।[১২] এই সভাতেই প্ৰাকৃত ভাষাত কেৰাখনো শাস্ত্ৰ সংকলিত হয়। এই শাস্ত্ৰ সমূহৰ ভিতৰত দৃষ্টিবাদ নামে এখন গ্ৰন্থও সংকলিত হৈছিল বুলি পণ্ডিত সকলে অনুমান কৰে। কিন্তু বৰ্তমান এই গ্ৰন্থ পোৱা নাযায়।

ধৰ্মমত দাৰ্শনিক চিন্তা আচাৰ ব্যৱহাৰ ইত্যাদি বহু বিষয়ে মতানৈক্য সৃষ্টি হোৱাত জৈন সম্প্ৰদায়ৰ মাজত বিৰোধ হয়। সম্ভৱত খ্ৰীষ্টীয় প্ৰথম শতিকামানত জৈন সম্প্ৰদায় দিগম্বৰ আৰু শ্বেতাম্বৰ —এই দুই প্ৰধান ভাগত বিভক্ত হৈ পৰে আৰু এই দুই সম্প্ৰদায়ৰ কলহৰ ফলত জৈন শাস্ত্ৰ চৰ্চা আৰু

---

।ড বিশ্বনাথ বন্দ্যোপাধ্যায়ৰ পালি আৰু প্ৰাকৃত সাহিত্যৰ ইতিহাস পৃষ্ঠা— ।

১২। W t mt HIL II

বিকাশৰ পথত বাধাৰ সৃষ্টি হয। খ্ৰীষ্টীয় পঞ্চম ষষ্ঠ শতিকাত জৈন শাস্ত্ৰ স কলন আৰু লিপিবদ্ধ কৰাৰ উদ্দেশ্যে শ্বেতাম্বৰ সম্প্ৰদাযৰ এখন সভা অনুষ্ঠিত হয। এই সভা৺ স গৃহী শাস্ত্ৰই বৰ্তমানে জৈন আগম বা সিদ্ধান্ত গ্ৰন্থ নামে জনা যায। এই আগম বা সিদ্ধান্তক অঙ্গ উপাঙ্গ প্ৰভৃতি বিভাগত বিভক্ত কৰা হৈছে। এইবোৰৰ উপৰিও জৈন পণ্ডিত সকলে বৃহৎ বৃহৎ টীকাভাষ্য গ্ৰন্থও প্ৰণয়ন কৰি গৈছে।

জৈন আগম বা সিদ্ধান্তৰ ভাষাক সাধাৰণতে জৈন প্ৰাকৃত বুলি কোৱা হয। জৈন প্ৰাকৃত আৰু অৰ্ধমাগধীৰ বিশেষ লক্ষণসমূহৰ মাজত পাৰ্থক্য নাই। গতিকে অৰ্ধমাগধীয়েহ জৈনশাস্ত্ৰৰ ভাষা। মহাবীৰে এই ভাষাতেই ধৰ্ম শিক্ষা দিছিল বুলি W nt rnit এ ভাবে। মন কৰিব লগীয়া কথা যে জৈন আগম বা সিদ্ধান্তৰ শাস্ত্ৰসমূহৰ ।গু অ শৰ ভাষাৰ লগত গাথা অ শৰ ভাষাৰ যথেষ্ট পাৰ্থক্য পৰিলক্ষিত হয। পগু অংশত কৈ গগু অ শৰ ভাষাত প্ৰাচীনত্বব চিন প্ৰকট আৰু স্পষ্ট। স্থূলভদ্ৰৰ উগ্যোগ৺ অনুষ্ঠিত পাটলিপুত্ৰৰ সভাত যিবোৰ জৈনশাস্ত্ৰ স কলন কৰা বুলি কোৱ ৈ ছে সেইবোৰৰ লিপিবদ্ধ সম্ভৱ তেতিযা হোৱা নাছিল মৌখিক ভাৱে এইবোৰ বহুদিন প্ৰচলিত। আছিল। পিছত বল্লভীৰ সভাতহে এইবোৰ স কলিত আৰু লিপিবদ্ধ কৰা হয়। বল্লভীৰ সভাত সম্পাদিত শাস্ত্ৰসমূহেই হল জৈন আগম বা সিদ্ধান্তৰ ভিত্তি।

জৈন আগম বা সিদ্ধান্ত শ্ৰেণীৰ শাস্ত্ৰসমূহক তলত উল্লেখ কৰা ধৰণে ভাগ কৰা হৈছে।

(ক) **দ্বাদশ অঙ্গ** ১। আয়াৰ গসুত্ত ২। সুয়গড গ ৩। ঠাণংগ ৪। সমবায় গ ৫। ভগবতী বিয়াহপন্নত্তি ৬। নায়াধম্মকহাও ৭। উবাসগদসাও । অত গডদসাও ৯। অনুত্তৰোববাযিঅদসাও ১ । পণহাবাগৰণাই ১। বিবাগসুয় আৰু ১২। দিটঠিবায়।

(খ) **দ্বাদশ উব গ (উপাঙ্গ)** ১। উববায়িঅ ২। ৰাযপসেণইজ্জ । জীবাভিগম ৪। পন্নবণা ৫। সুৰপন্নত্তি । জ বুদ্দীবপন্নত্তি ৭। চ দপন্নত্তি ৮। নিৰয়াবলী ৯। কপ পাবদ সিআও ১ । পুপ ফিআও ১১। পুপ ফচুলিআও আৰু ১২। বণ হিদসাও।

(গ) **দশ পইণণ ( প্ৰকীৰ্ণ )** ১। চউসৰণ ২। আউৰপচ চকৃথাণ ৩। ভত্তপৰিন্না ৪। স থাৰ ৫। তংডুলবেয়ালিয ৬। চ দাবিজ ঝয ৭। দেবিংদথঅ ৮। গণিবিজ্জা ৯। মহাপচ চকথাণ আৰু ১ । বীৰথঅ।

(ঘ) **সট ছেঅসুত্ত (ছেদসূত্ৰ)** ১। নিসীহ ২। মহানিসীহ ৩। ববহাৰ । আযাৰদসাও ৫। কপপ আৰু ৬। প চকপপ।

(ঙ) **চাৰিমূলসুত্ত (মূলসূত্ৰ)** ১। উত্তৰজ ঝয়া ২। আবস্সয । দসবেয়ালিয় আৰু ৪। পিংডনিজ জুত্তি।

(চ) **দুই বিশেষ গ্ৰন্থ** ১। নন্দী বা নন্দিসুত্ত ২। অনুওগদাৰ।

উল্লেখযোগ্য যে বৰ্ত্তমান লুপ্তপ্ৰায় কিছুমান গ্ৰন্থৰ নামত নতুনকৈ ৰচনা কৰি লইবোৰকো কেতিযাবা কেতিয়াবা জৈনশাস্ত্ৰৰ ভিতৰত স্থান দিয়া দেখা যায। এনেকুৱা গ্ৰন্থ কেইখনমান হৈ ছে— ইসিভাসিয়াই অ গচুলিয়া বগ গচুলিয়া বিযাহচুলিযা অ গবিজ্জা ইত্যাদি।

আচলতে আগম বা সিদ্ধান্ত গ্ৰন্থ সমূহৰ সঠিক স খ্যা নিৰ্ণয় কৰা টান। জৈন ঐতিহ্যমতে ইয়াৰ স খ্যা ৪৫ হলেও দৰাচলতে ৪৫ ৰ ৰপা ৫ ৰ ভিতৰতে গ্ৰন্থ সমূহৰ স খ্যা ধৰি লব পাৰি।

## (ক) অঙ্গ

মহাবীৰে শিষ্যসকলৰ মাজত যি বাৰ উপদেশৰ দ্বাৰা ধৰ্ম শিক্ষা দিছিল সেই উপদেশ সমূহৰ সংকলন হল— **চতুৰ্দশ পুব্ব** পুব্ব—পূৰ্ব্ব অৰ্থাৎ প্ৰাচীন। বৰ্ত্তমান এই পুব্ব গ্ৰন্থ সমূহ লুপ্ত প্ৰায় স্থুলভদ্ৰৰৰ নেতৃত্বত পাটলিপুত্ৰত অনুষ্ঠিত জৈন শ্ৰমণসকলৰ সভাত এই চতুৰ্দশ পুব্ব ক অবলম্বন কৰিযেই অঙ্গ গ্ৰন্থ সমূহৰ সৃষ্টি কৰা হয।

## (খ) উপাঙ্গ

প্ৰত্যেকখন অঙ্গৰে একোখনকৈ উপাঙ্গ আছে অৰ্থাৎ বাৰখন অঙ্গৰ বাৰখন উপাঙ্গও আছে। কিন্তু অঙ্গ আৰু উপাঙ্গৰ মাজত বিষয়গত বা অন্য কোনো সম্বন্ধ পোৱা নাযায়। এই উপাঙ্গ সমূহ জৈন ধৰ্মৰ নীৰস আলোচনাৰে আডষ্ট হৈ পৰাত ইবোৰৰ সাহিত্যিক মূল্য হ্ৰাস পাইছে।

## (গ) পইণ্ণ (প্ৰকীৰ্ণ)

জৈন ধৰ্মৰ বিবিধ বিষয় সামৰি লৈ আলোচনা কৰা পইণ্ণ গ্ৰন্থসমূহৰ অধিকাংশই ছন্দত ৰচিত। এইবোৰৰ সংখ্যাৰ সঠিক নিৰ্ণয় এতিয়া পৰ্যন্ত হোৱা নাই। সাধাৰণতে বৈদিক পৰিশিষ্ট গ্ৰন্থ সমূহৰ সৈতে পইণ্ণ সমূহক তুলনা কৰা হয়। মানুহৰ দৈনন্দিন জীৱন ধাৰাক কিভাবে শুদ্ধ কৰিব পাৰি সেই বিষয়ে পালনীয় কৰ্তব্য আদিৰ বিষয়ে এই গ্ৰন্থ সমূহ আলোচনা কৰা আছে।

## (ঘ) ছেঅসুত্ত (ছেদসূত্ৰ)

ছেঅসুত্ত ছখন। ইবোৰৰ মাজত মূলগত ঐক্যৰ অভাৱ পৰিলক্ষিত হৈছে। বৌদ্ধসকলৰ বিনয়ৰ দৰে ছেঅসুত্ত সমূহত জৈন সন্ন্যাসীসকলৰ কাৰণে কিছুমান নিয়ম নীতিৰ কথা উল্লেখ কৰা আছে আৰু সেই বাৰ কিছুমান উপাখ্যানৰ দ্বাৰা বিশ্লেষণ কৰা হৈছে। মুঠতে ছেঅসুত্তক জৈন সংঘৰ বিনয় বুলি অভিহিত কৰিব পাৰি।

## (ঙ) মূলসুত্ত (মূলসূত্ৰ)

Winternitzৰ মতে যি গ্ৰন্থত টীকা ভাষ্য সন্নিবিষ্ট কৰা হয় সেই গ্ৰন্থখন মূল বোলা হয়। প্ৰাচীন বা মূল্যবান টীকা থকাৰ কাৰণে গ্ৰন্থ সমূহক এনে ধৰণৰ বিশেষ নামেৰে নামকৰণ কৰা হৈছে বুলি অনুমান কৰিব পাৰি। আন কিছুমান পণ্ডিতৰ মতে সন্ন্যাস জীৱনৰ প্ৰাৰম্ভই বা মূলতেই গ্ৰন্থসমূহৰ পঠনীয় বিষয় হোৱা কাৰণেও এনে ধৰণৰ নামকৰণ হ'ব পাৰে।

---

ড বিশ্বনাথ বন্দোপাধ্যায় পালি আৰু প্ৰাকৃত সাহিত্যৰ ইতিহাস দ্ৰষ্টব্য
পৃষ্ঠা— ।

চাৰিখন গ্ৰন্থৰ সমষ্টি মূল সুত্ত ৰ সাহিত্যিক মূল্য অতি চমৎকাৰ পালিৰ সুত্তনিপাতৰ দৰে মূলসুত্ততো কিছুমান বেলাড শ্ৰেণীৰ কবিতাই পাঠকৰ অন্তৰত এক অননুভূত আনন্দৰ সিহৰণ আনি দিয়ে।

## (চ) দুই বিশেষ গ্ৰন্থ

জৈন শাস্ত্ৰৰ বিভিন্ন বিষয়ৰ প্ৰতিবেদনমূলক দুখন বিশেষ গ্ৰন্থ হল নন্দী বা নন্দীসুত্ত আৰু অৰুওগদাৰ। গ্ৰন্থ দুখন প্ৰধানকৈ গদ্যত ৰচিত হলেও মাজে মাজে গাথাও আছে। নানাবিধ জ্ঞান বিজ্ঞান আৰু ঐতিহাসিক তথ্য সম্বলিত গ্ৰন্থদুখনত কাব্যৰস সম্বন্ধেও আলোচনা কৰা হৈছে।

দিগম্বৰ সম্প্ৰদায়ৰ ধৰ্ম শাস্ত্ৰৰ এটি স গ্ৰহ বৰ্তমান প্ৰচলিত আছে। ইয়াত অৰ্বাচীন কালৰ কেইখনমান মূল্যবান জৈন গ্ৰন্থ সন্নিবিষ্ট কৰা হৈছে। এই সংগ্ৰ প্ৰথমানুযোগ কৰণানুযোগ দ্ৰব্যানুযোগ আৰু চৰণানুযোগ এই চাৰি ভাগত বিভক্ত হোৱা বাবে ইয়াক চতুৰ্বেদ বুলিও আখ্যা দিয়া হয়।

## আগম বহিৰ্ভূত সাহিত্য

Winternitz আদি পণ্ডিতসকলে আগম বহিৰ্ভূত সাহিত্য আগম সাহিত্যতকৈও প্ৰাচীন বুলি মন্তব্য দাঙি ধৰিছে। এই মন্তব্যৰ সত্যতা দুই কৰিব নোৱাৰি। বহু প্ৰাচীন কালৰ পৰাই মহাৰাষ্ট্ৰী প্ৰাকৃতত কাব্য ৰচনা হোৱাৰ নিদৰ্শন আছে। সাধাৰণতে প্ৰাকৃত মহাকাব্য বা গীতিকাব্যৰ ভাষা মহাৰাষ্ট্ৰীয়েই আছিল। গাথা সপ্তশতীত মহাৰাষ্ট্ৰী প্ৰাকৃতৰ প্ৰাচীনতম নিদৰ্শন পোৱা গৈছে। গাথা সপ্তশতীৰ সংগ্ৰহক নৰপতি হালক প্ৰাচীনতম সংগ্ৰহক বুলি অভিনন্দিত কৰাৰ প্ৰমাণ আছে। হালাভ্যুদয়িতো গাথা সমূদায়ো ৰস বিশেষ পুৰ হৈব। আগমৰ পিছৰ যুগত যি জৈন সাহিত্য সৃষ্টি হৈছিল সি স স্কৃত আৰু প্ৰাকৃতৰ সংমিশ্ৰণত গঢ় লৈ উঠা ভাষা। এই প্ৰাকৃত ভাষাক সাধাৰণতে জৈন প্ৰাকৃত বুলি কোৱা হয়। প্ৰাকৃত সাহিত্যৰ ক্ৰমবিকাশ বিচাৰ কৰি চালে বুজা যায় যে প্ৰথম অৱস্থাত সাহিত্য ৰচনাত প্ৰাকৃত ভাষাই ব্যৱহৃত হৈছিল পিছতহে সংস্কৃত ভাষা ব্যৱহাৰৰ প্ৰৱণতা দেখা যায়।

বিষয়ানুসাৰে আৰু ভাবানুসাৰে আগম বহিভূ'ত প্ৰাকৃত সাহিত্যক মূঠ ছভাগত ( অপভ্ৰংশৰ বাহিৰে ) বিভক্ত কৰা হৈছে। এই বিভাগসমূহ আমি আগতে উল্লেখ কৰি আহিছোঁ।

## (ক) জৈন ধৰ্মীয় দাৰ্শনিক গ্ৰন্থ

জৈন ধৰ্মীয় শাস্ত্ৰসমূহৰ ৰচনাৰ প্ৰায সমসাময়িক ভাৱে ইবোৰৰ ব্যাখ্যা কৰি যি টীকা ৰচনা কৰা হয তাৰো স খ্যা বেছ লেখতলবলগীয়া। শ্বেতাম্বৰ শাস্ত্ৰৰ ব্যাখ্যা কৰি যি টীকা ৰচনা কৰা হৈছিল জৈন সাহিত্যৰ এই ৰচনা সমূহক নিৰ্জ্জুক্তি বুলি কোৱা হয। বেদৰ অৰ্থবোধৰ কাৰণে স স্কৃতত নিৰুক্তৰ সৃষ্টি যি দৰে দৰে আগম সাহিত্যৰ অৰ্থবোধৰ কাৰণেও নিৰ্জ্জুক্তি ৰ সৃষ্টি। নিৰ্জ্জুক্তিৰ ব্যাখ্যা পদ্ধতি জাতক মহাভাৰত ৰামায়ণ পঞ্চতন্ত্ৰ প্ৰভৃতিৰ দৰে নানা গল্প উপাখ্যানৰ জৰিয়তে দাঙি ধৰা হৈছে। গল্প উপাখ্যানৰ জৰিয়তে বক্তব্য দাঙি ধৰা ভাৰতীয় পৰম্পৰা নিৰ্জ্জুক্তিসমূহত প্ৰতিফলিত হৈছে।

ভদ্ৰবাহু ৰচিত দহথন নিৰ্জ্জুক্তি উল্লেখযোগ্য অৱদান। এই নিৰ্জ্জুক্তি সমূহ ছন্দত ৰচনা কৰা।

**চুণ ণী** নিজ সম্প্ৰদায়ৰ শাস্ত্ৰসমূহৰ ব্যাখ্যা কৰিবলৈ গৈ দিগম্বৰ সম্প্ৰদায়ৰ পণ্ডিতসকলেও শ্বেতাম্বৰ সম্প্ৰদায়ৰ নিৰ্জ্জুক্তি ৰ দৰে চুণ ণী নামৰ একশ্ৰেণীৰ সাহিত্যৰ সৃষ্টি কৰে। কিন্তু নিৰ্জ্জুক্তি ছন্দত ৰচনা আনহাতে চুণ ণী গদ্যত ৰচনা। এটা চুণ ণীসমূহৰ ভিতৰ বিশেষভাৱে উল্লেখযোগ্য হ ল—কসায় পাহুড চুণ ণী কম্মপয়ডী চুণ ণী সিত্তৰী চুণ ণী প্ৰভৃতি।

**পবয়ণসাৰ ( প্ৰবচনসাৰ )** টীকা ভাষ্যৰ উপৰিও জৈন পণ্ডিতসকলে বিবিধ তত্ত্ব দাৰ্শনিক মতাবাদ আৰু শিক্ষা সম্বন্ধে বহু গ্ৰন্থ ৰচনা কৰে। এই বিলাকৰ ভিতৰত কুন্দকুন্দ ৰচিত পবয়ণসাৰ উল্লেখযোগ্য। কুন্দকুন্দ সম্ভৱত খ্ৰীষ্টীয় প্ৰথম শতিকাৰ লোক আছিল।

কুন্দকুন্দৰ শিষ্য উমাস্বাতি প্ৰায় পাচশ গ্ৰন্থ ৰচনা কৰি বুলি প্ৰসিদ্ধ। স স্কৃত ভাষাতো এওঁৰ যথেষ্ট ব্যুৎপত্তি আছিল।

এওঁৰ গ্ৰন্থসমূহৰ ভিতৰত তত্বাৰ্থাধিগমসূত্ৰ পণ্ডিত সমাজৰ দ্বাৰা ভূয়সী প্ৰশংসিত আৰু স্বীকৃত।

**পট্টাৱলী থেৰাৱলী** বংশ পৰিচয়মূলক পট্টাৱলী থেৰাৱলী ধৰ্মীয়

সাহিত্যৰো অন্তভু ক্ত কৰিব পাৰ। কিয়নো জৈন আচাৰ্য গণধৰ অ ক শিষ্যসকলৰ পৰিচা ইয়াত দাঙি ধৰা হৈছে আৰু সেই সকলৰ লগতে বহু ঐতিহাসিক তথ্যও সন্নিবিষ্ট হৈ আছে। এই শ্ৰেণীৰ গ্ৰন্থৰ ভিতৰত নন্দীসুত্ত পট্টাবলী কল্পসুত্ত থেৰাৱলী উল্লেখযোগ্য।

## খ) মহাকাব্য আৰু আখ্যান কাব্য

প্ৰাকৃতত এনে কিছুমান মহাকাব্য আৰু আখ্যানমূলক কাব্য আছে যিবোৰ ভাব ভাষা ছন্দ অল কাৰ ঘটনা বৈচিত্ৰ্য আৰু বিষয়বস্তু উপস্থাপনৰ নিপুণ কৌশলৰ ফালৰপৰা বিচাৰ কৰিলে সংস্কৃত কাব্যৰ তু নাত কোনো গুণে হেয় বুলি কব নোৱাৰি। আন এ এটা কথাও কাৱা হ যে কোনো এসময়ত সমস্ত কাব্য মহাকাব্যই প্ৰাকৃতত লিখা আছিল আৰু পা পৰাই পিছত সংস্কৃতত অনুবাদ কৰা হয় [১৪] ইয়াৰ পৰা অনুমান কৰিব পাৰি যে প্ৰাচীন কালৰ পৰাই প্ৰাকৃত ভাষাত মহাকাব্য আৰু আখ্যান কাব্য ৰচনা কৰা হৈছিল। কিন্তু প্ৰাকৃত মহাকাব্যৰ অধিকাংশই বৰ্তমান লুপ্তপ্ৰায় মাত্ৰ কেইখনমানহে এতিয়ালৈকে উদ্ধাৰ কৰা হৈছে। তলত তাৰে কইখনমানৰ পৰিচয় দাঙি ধৰা হল।

**পউমচৰিয়** (পদ্মচৰিত)ঃ প্ৰাকৃত মহাকাব্যৰ ভিতৰত আটাইতকৈ প্ৰাচীন ৰচনা বিমলসূৰিৰ পউমচৰিয় ১১৮টা মাৰ্গত আৰু আৰ্যাছন্দত ৰচিত প্ৰায় ৯০০০ শ্লোকত পদ্মৰ অৰ্থাৎ ৰামৰ জীৱন চৰিত বৰ্ণনা কৰা হৈছে। ইয়াৰ ভাষা জৈন মহাৰাষ্ট্ৰী। কাব্যখনৰ মুখবন্ধত উল্লেখ কৰা আছে যে মহাবীৰৰ নিদেশত তেওঁৰ প্ৰিয় শিষ্য বিম্বিসাৰক এই চৰিত শুনোৱা হৈছিল।

বিমলসূৰীয়ে কাব্য কাহিনী বৰ্ণনা কৰোঁতে বাল্মীকিক অনুসৰণ কৰা দেখা নাযায়। লঙ্কাৰ ৰজা ৰাৱণ আৰু তেওঁৰ অনুচৰ বৰ্গক জৈনধৰ্মৰ পৰম ভক্ত হিচাপে দেখুওৱা হৈছে। বাল্মীকি ৰামায়ণত থকা সীতাৰ জন্ম কাহিনীও পউমচৰিয়ত ব্যতিক্ৰম ঘটিছে। ইয়াত সীতাৰ যজ্ঞভূমিৰ পৰা জন্ম গ্ৰহণ কৰা দেখুওৱা নাই জনকৰ নিজ কন্যা হিচাপেহে দেখুৱা হৈছে।

জৈন ধৰ্ম প্ৰচাৰেই কাব্যখনৰ মূল উদ্দেশ্য। ম্লেচ্ছসকলৰ বিৰুদ্ধে যুদ্ধত

---

[১৪] ড বিশ্বনাথ বন্দ্যোপাধ্যায়— পালি আৰু প্ৰাকৃত সাহিত্যৰ ইতিহাস পৃ —

সহায় কৰিবলৈ বিদেহৰাজ জনকে তেওঁৰ কন্যা সীতাক পদ্মৰ ওচৰত সম্প্ৰদান কৰে। এই সময়তেই বিদ্যাধৰ যুবৰাজ চন্দ্ৰগতিৰ লগত সীতাৰ বিবাহ সম্পন্ন কৰাৰ দাবী উত্থাপন কৰে। বিদ্যাধৰসকলে ৰামৰ (পদ্মৰ) শক্তি পৰীক্ষাৰ কাৰণে ৰামায়ণৰ হৰধনুৰ দৰে এখন ধনু উপস্থাপিত কৰে। একমাত্ৰ ৰামেই এই শক্তি পৰীক্ষাত কৃতকাৰ্যতা লাভ কৰে। শেষত পদ্মই জ্ঞান লাভ কৰি নিৰ্বাণ প্ৰাপ্ত হয়।

মূল কাহিনীৰ উৎস ৰামায়ণ হলেও কবি য় জৈনসকলৰ আদৰ্শত জগৎ সৃষ্টিৰ কাহিনী লিপিবদ্ধ কৰিবলৈ মূলৰপৰা বহুতো আঁতৰি আহিছে।

**সেতুবন্ধ বা ৰাৱণ বহো** প্ৰাকৃত সাহিত্যৰ অভিজাত্য ৰচনাত সেতুবন্ধ বা ৰাৱণবহো কাব্যৰ অবদান অনন্যসাধাৰণ। ইয়াৰ কবি প্ৰবৰসেন বুলি জন যায়। এই প্ৰবৰসেন কোন এই লৈ এতিয়াও বিতণ্ডাৰ শেষ হোৱা নাই। কিছুমানৰ মতে এওঁ ষষ্ঠ শতাব্দীত কাশ্মীৰৰ ৰজা আছিল। বিতস্তা নদীৰ ওপৰত সেতু নিৰ্মাণৰ কাহিনীক সজীৱ কৰি ৰাখিবলৈ এওঁ কামনা কৰিছিল আৰু এই কামনাৰ পৰিতুষ্টিৰ কাৰণেই তেওঁ সেতুবন্ধ বা ৰাৱণবহো কাব্য ৰচনা কৰে। আন কিছুমানৰ মতে বাকটৰ দ্বিতীয় প্ৰবৰ সেনেই সেতুবন্ধ কাব্যৰ ৰচয়িতা। যদিও প্ৰবৰসেনৰ দ্বিতীয় কোনো ৰচনা পোৱা নাযায় সেয়ে এইটোও হব পাৰে যে কোনো ৰাজসভাৰ কবিয়ে কাব্যখন ৰচনা কৰি তেওঁৰ পৃষ্ঠপোষক ৰজাৰ নামত প্ৰচাৰ কৰিছিল।

কবি যিয়েই নহওক কাব্যখনে প্ৰাচীন সাহিত্যিক সমালোচকসকলৰ মাজত আলোড়ন সৃষ্টি কৰাৰ পৰা এইটো নিসন্দেহে কব পাৰি যে ইয়ে বিস্তৰ প্ৰসিদ্ধি লাভ কৰিব পাৰিছিল। আচাৰ্য দণ্ডীয়ে তেওঁৰ কাব্যাদৰ্শত সেতুবন্ধৰ নাম উল্লেখ কৰাৰপৰাই এই কথাৰ সত্যতা প্ৰমাণ কৰিব পাৰি

মহাৰাষ্ট্ৰাশ্ৰয় ভাষা প্ৰকৃষ্ট প্ৰাকৃত বিদুঃ।
সাগৰ সূক্তি ৰত্না ৎ সেতুবন্ধাদি যন্ময়ম্॥

অৰ্থাৎ মহাৰাষ্ট্ৰ দেশত ব্যৱহৃত ভাষাই শ্ৰেষ্ঠ প্ৰাকৃতৰূপে পৰিগণিত। সুভাষিত স্বৰূপ ৰত্নসমূহৰ ভিতৰত সাগৰ সদৃশ সেতুবন্ধাদি মহাকাব্যসমূহ এই প্ৰাকৃততেই ৰচিত। এই উক্তিৰপৰা প্ৰমাণ কৰিব পাৰি যে সেতুবন্ধ এখন উৎকৃষ্ট কাব্য। সেই কাৰণেই বহি ভাৰততো যেনে—লঙ্কা চম্পা কম্বোজ জৱদ্বীপ প্ৰভৃতিতো এই কাব্যই যথেষ্ট সমাদৰ লাভ কৰিছিল। সীতাৰ অন্বেষণৰ পৰা আৰম্ভ কৰি ৰাৱণৰ বধলৈকে ৰামায়ণৰ কাহিনীৰ ওপৰত ভিত্তি

কৰিয়েই ১৫টা সৰ্গত কাব্য কাহিনীয়ে বিকাশ লাভ কৰি পৰিসমাপ্তি ঘটিছে। বিষয়বস্তুৰ বিশ্লেষণ পদ্ধতি হৃদয়গ্ৰাহী হৈছে আৰু ইয়ে কবিৰ কবি প্ৰতিভা আৰু নৈপুণ্যৰ কথাকে সূচায়। কাব্যখনত বীৰৰসৰ লগত শৃঙ্গাৰ ৰসৰো সুসমন্বয় ঘটিছে।

**গউডবহো** (গৌড়বধ) প্ৰাকৃত মহাকাব্যৰ ভিতৰত অন্যতম প্ৰধান গউডবহো বা গৌডবধ কণৌজৰাজ যশোবৰ্মণৰ ৰাজসভাৰ কবি বাক্‌পতিৰাজৰ দ্বাৰা চৰিত। এই কাব্যত সৰ্গ বিভাজন নাই ১২ ৯টা আৰ্যাছন্দত কবিৰ বক্তব্য দাঙি দৰা হৈছে। যশোবৰ্মণৰ প্ৰশস্তি কবিৰ আত্ম চৰিত আৰু কাব্যৰচনাৰ ইতিহাস ইত্যাদি কথাও কাব্যখনত পোৱা যায়।

যশোব্ৰৰ্মণৰ হাতত গৌডৰজাৰ মৃত্যু—এয়ে হ ল কাব্যখনৰ অ লোচ্য বস্তু। এই আলোচ্য বস্তু ঐতিহাসিক কিন্তু কাব্যখনত ইতি াসৰ উপাদা বিচাৰি পোৱা নাযায়। গৌডৰ ৰজা কোন গৌডৰাজ্যৰ ৰাজধানী ক ত গৌডৰাজৰ যশোবৰ্মণৰ লগত শত্ৰুতা হোৱাৰ কাৰণ কি ইত্যাদি ঐতিহাসিক ঘটনাৰ সবিশেষ তথ্য কাব্যখনত নাই।

অষ্টম শতিকামানত ৰচি এই কাব্যখন স স্কৃত কাব্যৰ দৰে দেবদেবীক স্তুতিবন্দনা কৰিযেই আৰম্ভ কৰা হৈছে। কাব্যখনৰ ভাষা আড়ম্বৰপূৰ্ণ আৰু অল কাৰ সম্বলিত যদিও শব্দাডম্বৰৰ দ্বাৰা কাব্যখন ভাৰাক্ৰান্ত নহয়।

## কুমাৰপাল চৰিত

স স্কৃত ভট্টিকাব্যৰ বৈশিষ্টৰে সমৃদ্ধ কুমাৰপাল চৰিত হেমচন্দ্ৰ সূৰিৰ ৰচিত এখন প্ৰাকৃত উদাহৰণ কাব্য। আঠোটা খণ্ডত বিভক্ত এই কাব্যখন ব্যাকৰণৰ সূত্ৰৰ প্ৰয়োগ আৰু দৃষ্টান্ত হিচাপে ৰচনা কৰা হৈছে। সেয়ে কাব্যখন উচ্চ সাহিত্য গুণসম্পন্ন বুলি কব নোৱাৰি। অৱশ্যে ছন্দত ব্যাকৰণৰ দৃষ্টান্ত ৰচনা কৰি কবিয়ে তেওঁৰ পাণ্ডিত্যৰ লগতে সুনিপুণ ৰচনা কৌশলৰ পৰিচয় দিব পাৰিছে।

## (গ) গীতিকাব্য আৰু নীতি কবিতা

স স্কৃত নাটকৰ ধ্ৰুবা গীত সমূহেই সম্ভৱত প্ৰাকৃতৰ প্ৰাচীনতম্ নিদৰ্শন। পিছৰ কালৰ প্ৰাকৃত গীতিকাব্যসমূহ আদিৰসৰ দ্বাৰা ভাৰাক্ৰান্ত কিন্তু ধ্ৰুবা

গীতসমূহ ইয়াৰ পৰা মুক্ত। তথাপিতো ইবোৰত কাব্যৰসৰ অভাৱ পৰিলক্ষিত নহয়।

**সত্তসই বা গাথা সপ্তশতী** প্ৰাকৃত গীতিকাব্যৰ সৰ্বশ্ৰেষ্ঠ নিদৰ্শন হ'ল হাল বা সাতবাহন সংকলিত সত্তসই বা গাথা সপ্তশতী। এইখন মহাৰাষ্ট্ৰী প্ৰাকৃতত ৰচিত সাতশ গাথাৰ সমষ্টি। কিছুমানে অৱশ্যে সাতশৰ বেছি আনকি হাজাৰ পৰ্যন্ত গাথা পোৱা বুলিও কব খোজে। এই গাথা সমূহ এজন কবিৰে ৰচনা বুলি কব নোৱাৰি বিভিন্ন কবিৰ ৰচিত গাথা সমূহৰ সংকলন মাত্ৰ। সাধাৰণতে কোষকাব্যত বিষয় অনুসাৰে ৰচনাবোৰ সজোৱা থাকে। কিন্তু গাথা সপ্তশতীত ইযাৰ ব্যতিক্ৰম ঘটিছে। বোধহয় বিভিন্ন কবিৰ দ্বাৰা ৰচিত গাথাসমূহৰ বিষয় বস্তু নিৰ্ণয় কৰাটো কঠিন হোৱা বাবে সংকলকে বিষয়বস্তু অনুসাৰে ৰচনাবোৰ সজোৱাৰপৰা বিৰত থাকিল। গাথা সপ্তশতীত স্থান পোৱাৰ বাহিৰেও বহু গাথা সেই সময়ত প্ৰচলিত আছিল। তাৰপৰা কবি হালে মাত্ৰ সাতশ গাথা লৈ গ থাসপ্তশতী সংকলন কৰে। প্ৰচলিত গাথা সমূহত ভাৰতৰ লোক ভাষাই স্থান পাইছিল যদিও বৰ্তমান স কলিত পুথি খনত লোকভাষা ৰক্ষা হোৱা নাই। গাথসপ্তশতীৰ ভাষাটো প্ৰাচীন ভাৰতৰ লোক ভাষাৰ আধাৰত গঠিত এক সাহিত্যিক ভাষা আৰু এই ভাষাৰ ৰূপদান কৰোতে প্ৰাকৃত ব্যাকৰণৰ নীতি সমূহ সুস বদ্ধভাবে মানি চলা হৈছে।

মানৱ অনুভূতিৰ সূক্ষ্ম ছবি গাথা সপ্তশতীৰ গাথাসমূহত সুন্দৰভাৱে বন্ধা আছে। ধৰ্মীয় অনুশাসনৰপৰা সম্পূৰ্ণ মুক্ত হোৱা কাৰণে আৰু সৰ্বসাধাৰণৰ ভাৱ অনুভূতিৰ সু অভিব্যক্তি ঘটা কাৰণে গাথা সপ্তশতীৰ ৰচনা সমূহক লোক সাহিত্যৰ সুন্দৰ নিদৰ্শন বুলিও কব পাৰি। ৰচনাভংগীৰ লগত বিষয় বস্তুৰ সু সমন্বয়ৰ কাৰণে ইয়াৰ জনপ্ৰিয়তাই সুবিস্তৃত প্ৰসাৰ লাভ কৰিবলৈ সক্ষম হৈছে। আৰ্যা ছন্দত ৰচিত ইয়াৰ গাথা সমূহ ঘাইকৈ আদিৰস সম্ভূত।

**ব জ্জালগ গ** মহাৰাষ্ট্ৰী প্ৰাকৃতত ৰচনা কৰা আন এখন ক'বিতাৰ সংকলন হ'ল বজ্জালগ গ। এই কবিতা পুথিখন হাতে লিখা অৱস্থাতে ভ ভাণ্ডাৰকাৰে ১৮৮৩—৮৪ চনত লগ পায়। পুথিখনৰ ৩য় শ্লোকত বজ্জা লগ গৰ সংকলকৰ নাম জয়বল্লভ বুলি উল্লেখ কৰা আছে। চতুৰ্থ শ্লোকত পাও বজ্জালগ গ আচলতে এটি ৰীতি যিটোও একে বিষয়ৰ একে শ্ৰেণীৰ যাক বজ্জা কোৱা হয় তেনে বহু কবিতা স গ্ৰহ কৰা হৈছে।

তৃতীয় শ্লোকত থকা বজ্জালগ গং ক্ষয় বল্লহ নাম এই জয়বল্লভ

নামটোত মতানৈক্য আছে যে জয়বল্লভ পুথিখনৰ নামহে। বিবিধ কবিয়ে ৰচনা কৰা শ্ৰেষ্ঠ শ্লাকবোৰ স গ্ৰহ কৰি বজ্জালগ। পদ্ধতিৰে জয়বল্লভে পুথিখন ৰচনা কৰিছে। প্ৰাকৃত সাহিত্যৰ বুৰঞ্জীত বজ্জালগগ অতি মূল্যবান সম্পদ কিন্তু ইয়াৰ কবিসকলৰ বিষয়ে একো জনা নাযায।

ইয়াৰ কবিতাবোৰ বেছি ভাগেই জ্ঞানী পণ্ডিতৰ জ্ঞানগৰ্ভ নীতি কথাৰ দৰে। অসমীয়া ভাষাত ডাকৰ বচন ৰ দৰে প্ৰাকৃত ভাষাত ইযাৰ এটা বিশিষ্ট স্থান আছে। এই কবিতাবোৰ সঙ্কলিত যে তাত কোনো সন্দেহ নাই কিন্তু সেইবোৰ কেবাটাও ভাগত ভাগ কৰা আছে। ভাগবোৰৰ শুনাৰ পদ্ধতি গাথাৰ পদ্ধতি কাব্য পদ্ধতি সজ্জন দুৰ্জ্জন মিত্ৰ আদি পদ্ধতি বা গাথা বা ব্ৰজ্যাৰে বিশিষ্ট বিশিষ্ট কথাৰ উল্লেখ কৰা আছে। আনকি প্ৰ কৃত ভাষা যে সুন্দৰ আৰু সৰল তাৰো উল্লেখ আছে। যেনে

সচ্ছন্দিয়া সৰুৱা সালঙ্কৰা য সৰস উল্লবা
বৰ কামিনী ব গা। াহি জ জন্তী ৰস দেই॥

অৰ্থাৎ সুন্দৰী ৰমণীৰ নিচিনা বিশুদ্ধ ছন্দযুক্ত শব্দ আৰু মনোহাৰীতাৰ থকা প্ৰাকৃত কবিতা গভীৰ ভাৱে অধ্যয়ন কৰিলে সোৱাদ পোৱা যায।

বজ্জালগ ৰ আচল ময নিৰ্দ্ধাৰণ কৰা টান। ১৩ খ্ৰীষ্টাব্দত ৰচিত ভাগৱতৰ কাব্যানুশাসন ত বজ্জাল গৰ বাৰ আৰু তেৰ শ্লোৱত উদ্ধৃতি পোৱা যায়। ভাণ্ডাৰকাৰে ১ খ্ৰীষ্টাব্দত ৰচিত কাব্য প্ৰকাশত বজ্জালগগ কবিতাৰ উদ্ধা দেখিছে। তথেতৰ মতে বজ্জালগগৰ সময ৭৫ ১ শ কাৰ ভিতৰ হব াৰে।

## (ঘ) নাটক

সংস্কৃত নাটকত জন্ম লগ্নৰ পৰাই প্ৰাকৃত ভাষাৰ প্ৰয়োগ মনকবিবলগীয়া কথা। স স্কৃত নাটকতেই পোন প্ৰথমে প্ৰাকৃতক শিষ্ট ভাষা িচাপে স্বীকৃতি দিয়া হয়। প্ৰাকৃত ভাষাত নিজস্ব হিচাপে নাটক ৰচনা কৰাৰ সন্ধান খ্ৰীষ্টীয় দশম শতাব্দীৰ আগত পোৱা নাযায। পোন প্ৰথমে ৰাজশেখৰকেই প্ৰাকৃতত সম্পুৰ্ণভাৱে নাটক ৰচনা কৰে বুলি কব পাৰি।

ৰাজশেখৰৰ সময় খ্ৰীষ্টীয় নবম শতিকাৰ শেষ ছোৱা আৰু দশম শতিকাৰ আদি ছোৱাৰ (৮৮ ৯২ ) ভিতৰত ধৰিব পাৰি। হৰ্ষবৰ্দ্ধনৰ ৰাজত্বৰ পিছৰপৰা উত্তৰ ভাৰতৰ হিন্দু ৰজা আৰু বিদেশী মুছলমান ৰজা সকলেও কনৌজ অধিকাৰ

কৰি পৰাক্ৰমী ৰাম্ৰচক্ৰৱৰ্তী উপাধি লবলৈ সততে চেষ্টা কৰিছিল খ্ৰীষ্টীয় শপ্তম আৰু এ শ শতিকাৰ ভিতৰত িনিটা ডা ৰাজৱংশ এই ঘৰত বিশেষভাৱে অংশ গ্ৰহণ কৰিছিল। সেই বংশ কেইটা হল—পালবংশ গুৰ্জ্জৰ প্ৰতিহাৰ বংশ আৰু দাক্ষিণাত্যৰ ৰাষ্ট্ৰকূট বংশ। অৱশেষত গুৰ্জ্জৰ ি ত ৰ বংশই কনৌজ অধিকাৰ কৰি এক বিশাল সাম্ৰাজ্য স্থাপন কৰে। প্ৰি ৰ বিলাক গুৰ্জ্জৰ জাতিৰ এটা শাখা। উত্তৰ ভাৰতৰ বহুতো ঠাইত এওলোকে ৰাজ্য পাতিছিল। নাগভট্ট বৎসৰাজ ভোজৰাজ মহেন্দ্ৰপাল ইত্যাদি এ বংশৰ উল্লেখযোগ্য ৰজা আছিল। প্ৰতিহাৰ ৰাজ্যৰ ৰাজধানী আছি কনৌজ। এই ভোজ বা মিহিৰ ভোজৰজাৰ পুত্ৰ মহেন্দ্ৰপাল ৰজা। পণ্ডিত সকলে অনুমান কৰে যে মহেন্দ্ৰপাল প্ৰায় ৮৯ খ্ৰীষ্টাব্দত কনৌজত ৰজা হয়। বি ৰাজশেখৰ এই মহেন্দ্ৰপালৰ শিক্ষাগুৰু আছিল বুলি তেওঁ েওঁৰ নাটকত উ ল্ল ৷ কৰিছে—

ভাৱ কি জ্জউ এব কো ভন্নই ৰয়ণি বল্লহসিহস্তো।
বহুউল চূডামণিণে মহিন্দ বালসস বো থ গুৰু॥

এই মহেন্দ্ৰপালকেই ৰাজশেখৰে তেওঁৰ কৰ্পূৰ মঞ্জৰী আৰু বালনাৰায়ণত নিৰ্ভৰৰাজ নামে অভিহিত কৰিছে। তেও মহেন্দ্ৰপাল ৰজাৰ ৰাজকৱি আছিল। গা ে হয়াৰ পৰা সহজে অনুমান কৰিব পাৰি যে খ্ৰীষ্টীয় নৱম শতিকাৰ শেষ ছোৱা আৰু দশম শতিকাৰ আদিছোৱা—এই সময় ছোৱাৰ ভিতৰতে কৱি ৰাজশেখৰৰ অভ্যুদয় হৈছিল। গতিকে প্ৰাকৃত ভাষাত সম্পূৰ্ণ নাট্যসাহিত্যৰ সৃষ্টিও এই সময় ছোৱাই বুলি কব পাৰি।

কৱি ৰাজশেখৰ কৱি ৰাজশেখৰ তেওঁৰ বিদুষী পত্নী অৱন্তী সুন্দৰীৰে সৈতে সাহিত্য চৰ্চ্চা কৰিছিল তেওঁ মহেন্দ্ৰপাল ৰজাৰ কৱি আৰু ৰাজগুৰু আছিল। বালকৱি অৰ্থাৎ Prince of Poets কৱিৰাজ ইত্যাদি উপাধিৰে বিভূষিত ৰাজশেখৰে তেওঁৰ ৰচিত বাল ৰামায়ণ আৰু বালভাৰত পুথিত নিজকে সমসাময়িক ৰজাৰ প্ৰধানমন্ত্ৰীৰ পুত্ৰ বুলি চিনাকি দিছে কিন্তু সেই ৰজা আৰু প্ৰধানমন্ত্ৰীৰ নামোল্লেখ কৰা নাই। কৱিৰ বংশৰ নাম জায়াবৰবংশ বুলি নিজকে পৰিচয় দিছে আৰু এই বংশৰ বিখ্যাত কৱি আকাশজলদ তেওঁৰ প্ৰপিতামহ বুলি উল্লেখ কৰিছে। দাক্ষিণাত্যৰ নৰ্মদা আৰু কৃষ্ণা নদীৰ মধ্যস্থলত জায়াবৰ বংশৰ বসতি বুলি কোৱা হয়।

ৰাজশেখৰ এজন শিৱভক্ত আছিল। তেও কপূৰ মঞ্জৰী আৰু বিদ্ধশাল

ভঞ্জিকাৰ প্ৰস্তাৱনাত শিৱৰ গুণ গান কৰি গ্ৰন্থ ৰচনা আৰম্ভ কৰাৰ পৰাই এই কথাৰ প্ৰমাণ কৰিব পাৰি।

তেওঁ বিজ্ঞান দৰ্শন স্মৃতি পুৰাণ তৰ্ক মীমা সা অৰ্থ শাস্ত্ৰ কাম শাস্ত্ৰ ব্যাকৰণ ভাষাতত্ত্ব ছন্দ প্ৰকৰণ কাব্য ইত্যাদি ৬৪ কলাৰ বিষয়ে যথেষ্ট জ্ঞানোপাৰ্জ্জন কৰিছিল। কালিদাস ভৱভূ ি ৰ দৰে তেওঁ এজন মহাজ্ঞানী কৱি আৰু নাট্যকাৰ আছিল। তেওঁৰ পুথিসমূহৰ ধাৰাবাহিক তালিকা তলত দিয়া ধৰণৰ —

(১) ছয় প্ৰবন্ধাৱলী
(২) বাল ৰামায়ণ
( ) বাল ভাৰত
(৪) কপূ ৰ মঞ্জৰী
) বিদ্ধশাল ভঞ্জিকা
(৬) ভূবন কোষ আৰু
৭) কাব্য মীমা সা।

**কপূ ৰ মঞ্জৰী** কৱি ৰাজশেখৰ ৰচিত কপূ ৰমঞ্জৰী নাটকক সট্টক বুলি কোৱা হয়। আনকি লেখকে নিজেই তেওঁৰ নাটৰ প্ৰস্তাৱনাত কৈছে যে এই নাটকখন সট্টঅ ণচ্চিদব্বম্ অৰ্থাৎ ই এখন Dance Drama। নৃত্য গীতেই সট্টকৰ অন্যতম প্ৰধান বৈশিষ্ট্য। গ্ৰন্থকাৰে তেওঁৰ নাটকৰ প্ৰস্তাৱনাত সট্টকৰ এটা সূত্ৰও দিছে—যে নাটিকাৰ প্ৰায়বোৰ লক্ষণেই অনুকৰণ কৰি সট্টক ৰচিত হয় কেৱল মাত্ৰ পাৰ্থক্য এইখিনিতেই যে সট্টকত প্ৰৱেশক বিষ্কম্ভক আৰু গৰ্ভাঙ্ক দেখা নাযায়।

চাৰিটা অঙ্কত বিভক্ত কপূ ৰ মঞ্জৰীৰ বিষয়বস্তু উত্থাপনত কোনো বৈচিত্ৰ্যতা নাই গতানুগতিকভাৱে দাঙি ধৰা হৈছে। অতি ৰূপৱতী অজ্ঞাতকুলশীলা এজনী কুমাৰীৰ প্ৰতি অন্তৰত অনুৰাগৰ সৃষ্টি হৈ ৰজা চণ্ডপালৰ মনৰ ব্যাকুলতা প্ৰধান মহিষীৰ ঈৰ্ষা প্ৰণয়ী যুগলৰ গোপন সাক্ষাত আৰু অৱশেষত নানা বাধা বিঘিনী অতিক্ৰম কৰি কুমাৰীৰ সৈতে ৰজাৰ বিবাহ ইত্যাদি ঘটনাক নাটকীয় ৰূপদান কৰোঁতে নাট্যকাৰে বৈদৰ্ভী পাঞ্চালী আৰু গৌড়ী ৰীতিৰ অত্যন্ত নৈপুণ্যতাৰে ব্যৱহাৰ কৰিব পাৰিছে। স স্কৃত নাট্যসাহিত্যৰ পৰম্পৰা কপূ ৰ মঞ্জৰী ত অব্যাহত থাকিলেও কৱি ৰাজশেখৰে প্ৰমাণ কৰি দেখুৱালে যে সংস্কৃতৰ বাহিৰেও অকল প্ৰাকৃত ভাষাতেই নাটক ৰচনা

সম্ভৱ হব পাৰে। কবিয়ে তেওঁৰ নাটকৰ প্ৰস্তাৱনাত উল্লেখ কৰি কৈছে যে সট্টকৰ ভাষা হৈছে মধুৰ প্ৰাকৃত ভাষা আৰু সেইদেখি তেওঁ কঠিন সংস্কৃতৰ সলনি মধুৰ আৰু কোমল প্ৰাকৃত ভাষাত এই সট্টক শ্ৰেণীৰ উপৰূপকথন ৰচনা কৰিছে।

**নাটিকা আৰু সট্টক** ।ট্টকৰ বিষয়ে আলোচনা কৰিবলৈ হলে নাটিকাৰ বিষয়ে জানিব লাগে নাইবা নাটিকা আৰু সট্টকৰ সূত্ৰ বিজনী গঠন প্ৰণালী কলেবৰৰ পাৰ্থক্য ইত্যাদি বিষয়ে আলোচনাৰ প্ৰযোজন অপৰিহাৰ্য। বিয়নো নাটিকা আৰু সট্টকৰ মাজত এটা ওত প্ৰোত সম্বন্ধ দেখা যায়।

ৰাজ অন্তেষপুৰৰ হৰ্ষাত্মক প্ৰেমৰ কাহিনী নাটিকাৰ বিষয়বস্তু হব পাৰে। এই কাহিনী কবি কল্পিত আৰু ইযাৰ জৰিযতে কোনো ৰাজোচিত বা ৰাজকীয় নায়কে তেওঁৰ নতুন প্ৰেমৰ ফলস্বৰূপে কোনো এক ৰাজকুমাৰীক বিয়া কৰোৱা দেখুৱা হয়। কিন্তু ৰাজকীয় নায়কে তেওঁৰ প্ৰধান মহিষীৰ ভয়ত সাৱধানে আৰু গুপ্তভাৱে তেওৰ নতুন প্ৰেমৰ জযোল্লাসত আগবাঢ়িব লগীয়া হয়। অৱশেষত ৰাণীয়ে তেওঁৰ অনিচ্ছা আৰু ঈৰ্ষা স্বত্বেও ৰজাৰ নতুন প্ৰেমিকা লাভ কৰাত সম্মতি প্ৰদান কৰে। এই দৰে নাটিকাত চাৰিটা হৰ্ষাত্মক অঙ্ক থাকে। এই আটাইবোৰ লক্ষণ আমি সট্টকতো পৰিলক্ষিত হোৱা দেখা পাওঁ। **কৌশল বৃত্তি** সট্টকতো নাটিকাৰ দৰেই ৰাজ অন্তেষ পুৰৰ হৰ্ষাত্মক কাহিনী ৰূপাযিত কৰা হৈছে। ইয়াৰো নায়ক ৰজা বা ৰাজো চিত ব্যক্তি হব লাগে আৰু তেওঁ তেওঁৰ প্ৰধান মহিষীৰ ভয়ত গুপ্তভাৱে নতুন প্ৰেমৰ পথত অগ্ৰসৰ হয়। শেষত ৰাণীয়ে তেওঁৰ ঈৰ্ষা অনিচ্ছা সত্বেও ৰজাক নতুন ৰাজকুমাৰীৰ লগত বিবাহ হোৱাত সন্মতি প্ৰদান কৰে। তদুপৰি সট্টকত নাটিকাৰ দৰে সৌন্দৰ্যপূৰ্ণ প্ৰাকৃতিক দৃশ্যৰ কাব্যিক বৰ্ণনাও থাকে। মাত্ৰ প্ৰৱেশক বিষ্কম্ভক আৰু গৰ্ভাঙ্ক ইত্যাদি নাটকীয় সন্ধিবোৰ নাথাকে। সট্টকত নৃত্য গীত আৰু ইন্দ্ৰজালিক কাৰ্যৰ প্ৰাধান্য বেছি দেখা হয়। ভৌতিক বিদ্যাৰ প্ৰভাৱত কোনো যোগীয়ে ৰজাৰ মনোনীত নতুন ৰাজকুমাৰীক ৰঙ্গমঞ্চত উপস্থিত কৰায় আৰু ৰজাৰ ঈৰ্ষাপৰায়ণা মহীষীয়ে অৱশেষত ৰজাৰ আৰু এই নতুন ৰাজকুমাৰীৰ মাজত বিবাহ সম্পন্ন কৰি কাহিনীৰ পৰিসমাপ্তি কৰে। এইদৰে চাৰিটা জৱনিকাৰ (অঙ্কৰ) মাজেৰে সট্টকৰ ঘটনা প্ৰৱাহ সমাপ্ত হয়। এই সকলোবোৰ লক্ষণ কৰ্পূৰ মঞ্জৰীত আছে বাবেই এইখনক সট্টক বুলিব পাৰি।

## (ঙ) ব্যাকৰণ

দৰাচলতে প্ৰাকৃত ভাষাত ৰচনা কৰা কোনো ব্যাকৰণ পোৱা নাযায়। প্ৰাকৃত ভাষাৰ বিষয়ে ব্যাকৰণ সংস্কৃত ভাষাতহে পোৱা যায়।

ভৰতৰ নাট্যশাস্ত্ৰতেই পোন প্ৰথম প্ৰাকৃত ভাষাৰ ব্যাকৰণৰ আভাস পোৱা যায়। কিন্তু প্ৰাকৃত ব্যাকৰণ প্ৰণেতা হিচাপে বৰৰুচিকেই প্ৰাচীনতম্ বুলি কোৱা হয়। তেওঁৰ **প্ৰাকৃত প্ৰকাশ** প্ৰাচীনতম্ ব্যাকৰণ। বহুতে বৰৰুচি আৰু কাত্যায়নক একেজন বুলি ভাবে। বৰৰুচিয়ে তেওঁৰ প্ৰাকৃত প্ৰকাশত বিভিন্ন আঞ্চলিক প্ৰাকৃতবোৰৰ নাম উল্লেখ কৰিছে। আঞ্চলিক প্ৰাকৃতবোৰে নিজস্ব ৰূপ পৰিগ্ৰহণ কৰে খ্ৰীষ্টী শতাব্দী মানত। ইয়াৰ পৰা অনুমান কৰিব পাৰি যে বৰৰুচি খ্ৰীষ্টীয় দ্বিতীয় তৃতীয় শতাব্দীৰ ভিতৰ হব পাৰে। আনহাতে কাত্যায়নৰ সময় খ্ৰী পূ তৃতীয় শতাব্দী বুলি কোৱা হয়। গতিকে কাত্যায়নী বৰৰুচিতকৈ প্ৰায় পাচ শতিকামান আগৰ সেয়ে কাত্যায়নী আৰু বৰৰুচি একজন ব্যক্তি হোৱাটো সম্ভৱ নহয়

প্ৰাকৃত প্ৰকাশ বাৰটা পৰিচ্ছেদ আৰু ৪৭টা সূত্ৰৰ সমষ্টি। প্ৰথম নটা পৰিচ্ছেদে মহাৰাষ্ট্ৰী প্ৰাকৃতৰ বিষয়ে কৰ আলোচনা সামৰি লৈছে। ইয়াৰ পিছ দশম একাদশ আৰু দ্বাদশ পৰিচ্ছেদত ক্ৰমে পৈশাচী মাগধী আৰু শৌৰসেনী প্ৰাকৃতৰ বিষয়ে আলোচনা কৰা হৈছে।

**প্ৰাকৃত লক্ষণ** প্ৰাকৃত ভাষাৰ আন এখন ব্যাকৰণ হৈছে প্ৰাকৃত লক্ষণ। ইয়াৰ ৰচক হৈছে চণ্ড। মহাৰাষ্ট্ৰী অৰ্ধমাগধী জৈন মহাৰাষ্ট্ৰী আৰু জৈন শৌৰসেনীৰ বিষয়ে ৯৯টা সূত্ৰত আলোচনা প্ৰাকৃত লক্ষণত কৰা থাকিলেও কিছুমানে এইখন অসম্পূৰ্ণ বুলি মত প্ৰকাশ কৰিছে।

**সিদ্ধহেমচন্দ্ৰ বা সিদ্ধহেমচন্দ্ৰ শব্দানুশাসন** প্ৰাকৃত ভাষাৰ ব্যাকৰণৰ ভিতৰত হেমচন্দ্ৰৰ (৮৮—১১৭২ খ্ৰীষ্টাব্দ) সিদ্ধহেমচন্দ্ৰ বা সিদ্ধ হেমচন্দ্ৰ শব্দানুশাসন সৰ্বপ্ৰধান। গুজৰাটী পণ্ডিত হেমচন্দ্ৰ সংস্কৃত আৰু প্ৰাকৃত উভয় ভাষাতেই অসাধাৰণ ব্যুৎপত্তি লাভ কৰিব পাৰিছিল। আঠোটা অধ্যায়ত ৰচনা কৰা সিদ্ধহেমচন্দ্ৰৰ প্ৰথম সাতটা অধ্যায়ত সংস্কৃতৰ ব্যাকৰণৰ আৰু অষ্টম অধ্যায়ত প্ৰাকৃত ব্যাকৰণৰ আলোচনা আছে। এই অধ্যায় মহাৰাষ্ট্ৰী শৌৰসেনী মাগধী অৰ্ধমাগধী পৈশাচী চুলিকা পৈশাচী আৰু অপভ্ৰংশৰ লক্ষণ সম্বন্ধৰ পাণ্ডিত্যপূৰ্ণ আলোচনাৰে সমৃদ্ধ। হেমচন্দ্ৰৰ দৰে কোনো বৈয়াকৰণিকে প্ৰাকৃত ভাষাৰ সূক্ষ্ম আৰু বিজ্ঞানসম্মত আলোচনা নাই কৰা বুলি

কৰ পাৰি। তদুপৰি এই অধ্যায়ৰ শেষৰ ফালে বিবিধ সূত্ৰৰ উদাহৰণ হিচাপে দাঙিধৰা অপভ্ৰংশৰ কবিতাবোৰ কবিৰ মৌলিক ৰচনা আৰু ইবোৰৰ বিষয়বস্তুও বৈচিত্ৰ্যপূৰ্ণ।

হেমচন্দ্ৰৰ অনুসৰণত ৰচিত ত্ৰিবিক্ৰমদেৱৰ **প্ৰাকৃত ব্যাকৰণ** আন এখন উল্লেখযোগ্য প্ৰাকৃত ভাষাৰ ব্যাকৰণ। হেমচন্দ্ৰৰ আহিত ৰচনা কৰা ক্ৰমদীশ্বৰৰ স্বৃত **সংক্ষিপ্তসাৰ** ব্যাকৰণৰ অষ্টম তথা শেষ অধ্যায়ত প্ৰাকৃত ভাষাৰ ্যাকৰণৰ আলোচনা আছে।

অন্যান্য প্ৰাকৃত ভাষাৰ ব্যাকৰণৰ ভিতৰত উল্লেখযোগ্য হৈছে।

| | | |
|---|---|---|
| সিংহৰাজ | — | প্ৰাকৃতৰূপাৱতাৰ |
| লক্ষীধৰৰ | — | ষড়ভাষাচন্দ্ৰিকা |
| অপ্পয়দীক্ষিতৰ | — | প্ৰাকৃতমণিদীপ |
| মাৰ্কণ্ডেয় কবীন্দ্ৰৰ | — | প্ৰাকৃত সৰ্বস্ব (পদ্যত ৰচনা |
| ৰামশৰ্মাতৰ্কবাগীচৰ | — | প্ৰাকৃত কল্পতৰু ( ) |
| লঙ্কেশ্বৰৰ | — | প্ৰাকৃত কামধেনু |
| কৃষ্ণ পণ্ডিতৰ | – | প্ৰাকৃত চন্দ্ৰিকা |
| সমন্তভদ্ৰৰ | — | প্ৰাকৃত ব্যাকৰণ |
| নৰচন্দ্ৰৰ | — | প্ৰাকৃত প্ৰবোধ |
| নৰসিংহৰ | — | প্ৰাকৃত প্ৰদীপিকা |
| পুৰুষোত্তমৰ | — | প্ৰাকৃতানুশাসন আৰু |
| ভোজন | — | প্ৰাকৃত ব্যাকৰণ। |

## (চ) বিবিধ কোষ ছন্দ শাস্ত্ৰ প্ৰভৃতি

সংস্কৃতৰ তুলনাত পালি আৰু প্ৰাকৃতত শব্দকোষ বা অভিধান পুথি অনেক কম। প্ৰাকৃতত ধনপাল ৰচিত **পাইয়লচ্ছীনামমালা** আৰু হেমচন্দ্ৰৰ **দেশীনামমালা**—এই দুখন মাত্ৰ কোষ পুথি পোৱা গৈছে। আৰু হয়তো কেইখনমান প্ৰাকৃত অভিধান আছিল। সেইবোৰ কালৰ বুকুত নাইকিয়া হৈ গৈছে। কাৰণ দেশীনামমালাৰ টীকাত কেইজনমান প্ৰাকৃত অভিধান প্ৰণেতাৰ নাম উল্লেখ আছে।

**পাইয়লচ্ছীনামমালা** খ্ৰীষ্টীয় দশম একাদশ শতিকামানত ৰচিত ধনপালৰ পাইয়লচ্ছীনামমালাক সংস্কৃত অমৰকোষৰ লগত তুলনা কৰিব পাৰি।

আৰ্যা ছন্দত ৰচিত এই গ্ৰন্থত ২৭৯টা গাথা আছে। প্ৰাকৃত শব্দ অধ্যয়নৰ কাৰণে পাইঅলচ্ছীনামমালাৰ অপৰিহাৰ্য। এক উচ্চ ব্ৰাহ্মণ পৰিয়ালত জন্ম গ্ৰহণ কৰি ধনপাল উজ্জয়িনী পৰা ধাৰা নগৰীলৈ গৈ এই শব্দকোষখন প্ৰণয়ন কৰে। ধনপালৰ সাংসাৰিক জীৱন বৰ সুখৰ নাছিল বুলি জনা যায়। পুথিখনৰ শেষৰ ফালে লেখকৰ নাম উল্লেখ কৰা আছে।

**দেশীনামমালা** প্ৰাকৃত কোষ গ্ৰন্থ হিচাবে হেমচন্দ্ৰৰ দেশী নামমালা বিশেষভাৱে উল্লেখযোগ্য। প্ৰাকৃত ভাষাৰ দেশীশব্দ সমূহৰ বিষয়ে ব্যুৎপত্তিগত তথ্য আৰু সিবোৰৰ সংগ্ৰহ অতি সুনিপুণভাৱে সম্পাদন কৰা হৈছে।

আৰ্যাছন্দত ৰচিত এই শব্দকোষখন ৭ টা প্ৰাকৃত গাথাৰে সমৃদ্ধ। পুথিখনত সৰ্বমুঠ ৩৯৭৮টা দেশীশব্দক লৈ প্ৰাকৃতত গাথাসমূহ ৰচনা কৰা হৈছে। এই গাথা সমূহৰ সাহিত্যিক মূল্য উচ্চ ধৰণৰ। আঠোটা বৰ্গত গ্ৰন্থখন বিভক্ত কৰা হৈছে।

শব্দকোষৰ দৰে ছন্দ গ্ৰন্থও প্ৰাকৃতত নাম মাত্ৰহে আছে। কিন্তু প্ৰাকৃতত ছন্দৰ প্ৰয়োগ প্ৰচুৰ। কিছুমানৰ মতে নব্য ভাৰতীয় আৰ্য ভাষাত ছন্দৰ উৎপত্তি আৰু ক্ৰমবিবৰ্তনৰ মূলতে প্ৰাকৃত ছন্দহে সংস্কৃত নহয়। সি যিয়েই সিয়েই নহওঁক লাগিলে প্ৰাকৃত ছন্দৰ মাধুৰ্য অনস্বীকাৰ্য।

প্ৰাকৃত ছন্দৰ প্ৰাচীন লেখক হিচাপে হেমচন্দ্ৰই **স্বয়ম্ভুৰ** উল্লেখ কৰিছে। স্বয়ম্ভু ৰচিত পুথিখন আঠোটা অধ্যায়ত বিভক্ত। প্ৰথম তিনিটা অধ্যায়ত অক্ষৰবৃত্ত প্ৰভৃতি ৬ টা প্ৰকৃত ছন্দৰ পৰিচয় দিয়া আছে আৰু পিছৰ অধ্যায় সমূহত অপভ্ৰংশ ছন্দৰ আলোচনা দাঙি ধৰা হৈছে। পুথিখনৰ মতে অক্ষৰ বৃত্ত ছন্দত প্ৰাকৃত গীতি কাব্য ৰচনা কৰা হয়।

প্ৰাকৃত ছন্দ বিষয়ে আলোচনা কৰা আন এখন উল্লেখযোগ্য পুথি হ'ল বিৰহাংকৰ **বৃত্তজাতি সমুচ্চয়**। এইখন স্বয়ম্ভুৰ অনুকৰণত লেখা।

প্ৰাকৃত ছন্দৰ বিস্তৃত আলোচনা কৰে হেমচন্দ্ৰৰ **ছান্দোনুশাসন** পুথিত। **কবিদৰ্পণ** নামৰ আন এখন প্ৰাকৃত ছন্দৰ বিষয়ে আলোচনামূলক পুথিত ৫২টা প্ৰাকৃত ছন্দৰ ৬৯টা উদাহৰণ দাঙি ধৰা হৈছে।



# চতুৰ্দ্দশ অধ্যায়

# অপভ্ৰংশ সাহিত্য

ড সুকুমাৰ সেনৰ মতে অপভ্ৰংশ সাহিত্যৰ সূচনা হয়—কালিদাসৰ বিক্ৰোমৰ্ব্বশীয়ম্ নাটকত। অৱশ্যে উক্ত নাটকত থকা অপভ্ৰংশৰ গাথা সমূহ প্ৰক্ষিপ্ত নে মূল নাটকতে ৰচনা কৰা সেই বিষয়ে ড সেন স্পষ্ট নহয়। বিক্ৰমোৰ্ব্বশীয়ম্ নাটকৰ গাথাসমূহেই অপভ্ৰংশৰ প্ৰাচীনম্ ৰচনা বুলি ধৰি ললে আমি খ্ৰীষ্টীয় ৪ৰ্থ ৫ম শতিকামানত অপভ্ৰংশ সাহিত্যৰ সৃষ্টি হোৱা বুলি ধৰি লব পাৰোঁ। কিন্তু সেইয়া হলেও খ্ৰীষ্টীয় নবম দশম শতিকামানৰ পৰাহে প্ৰাকৃতত ৰচিত জৈন ধৰ্মমূলক আখ্যান কাব্য দাৰ্শনিক কাব্য আদিৰ জৰিয়তে অপভ্ৰংশৰ প্ৰয়োগ বৃদ্ধি হয। জেকোবিৰ মতে আভীৰ আৰু গুৰ্জ্জৰ কবিসকলৰ কবিতাত পোনতে অপভ্ৰংশ ভাষাৰ ব্যৱহাৰ হৈছিল।

পালি আৰু প্ৰাকৃত ভাষাৰ তুলনাত অপভ্ৰংশত ৰচিত সাহিত্যৰ সংখ্যা কম হলেও বৈচিত্ৰ্য কম নহয়। জৈন আচাৰ্য্য সকলে যিদৰে অপভ্ৰংশ ভাষাত প্ৰবন্ধকাব্য আধ্যাত্মিক কাব্য নীতি কবিতা আদি ৰচনা কৰিছে ঠিক সেইদৰে বৌদ্ধ সিদ্ধাচাৰ্যসকলেও তেওঁলোকৰ বিচিত্ৰ দাৰ্শনিক আৰু ৰহস্যবাদী কবিতা আদি অপভ্ৰংশতেই ৰচনা কৰিছে। আনকি অষ্টম শতিকাৰপৰা চতুৰ্দ্দশ শতিকালৈ এই সময় ছোৱাত সমগ্ৰ উত্তৰ ভাৰতত সংস্কৃতৰ প্ৰতিদ্বন্দ্বী সাধুভাষাৰূপে লৌকিক সাহিত্যত অপভ্ৰংশ সমাদৃত হৈছিল। ত্ৰয়োদশ শতিকাত পশ্চিম পঞ্জাবৰ মুছলমান অধিবাসী আব্দুল ৰহমানে অপভ্ৰংশত এখন বৃহৎ দূতি কাব্য ৰচনা কৰিছিল। উত্তৰ ভাৰতৰ প্ৰসিদ্ধ কবি বিদ্যাপতিয়েও অৰ্বাচীন অপভ্ৰংশত সাহিত্য চৰ্চা কৰিছিল। সেই সময়ত অপভ্ৰংশ যে কবিকুলৰ সমাদৃত ভাষা আছিল এইবোৰেই তাৰ প্ৰমাণ।

ৰচনাৰ গঠন প্ৰণালী আৰু বিষয়বস্তু অনুযায়ী অপভ্ৰংশ সাহিত্যসমূহক মোটামুটিভাবে ছয়টা ভাগত বিভক্ত কৰা হৈছে। যেনে—

১। আখ্যান কাব্য—(ক) পুৰাণ কাব্য
(খ) চৰিত কাব্য

২। দাৰ্শনিক বা আধ্যাত্মিক কাব্য।

৩। নীতি কবিতা
৪। বৌদ্ধ দোহা
৫। গীতি কাব্য
৬। বিবিধ

## ১। আখ্যান কাব্য

ধৰ্মক ভিত্তি কৰি ভাৰতীয় সাহিত্যাই ঠন ধৰি উঠা পৰম্পৰা অপভ্ৰংশৰ স্তৰতো অব্যাহত আছিল আনকি এই পৰম্পৰা মধ্যযুগীয় ধৰ্ম আন্দোলন লৈকে এক নিয়ত প্ৰবাহত চলি আছিল। অপভ্ৰংশত বিশেষভাৱে জৈন সকলে আৰু সহজযানী বৌদ্ধ সিদ্ধাচাৰ্যসকলে তেওঁলোকৰ ভাবাদৰ্শ প্ৰচাৰ কৰা দেখা যায়। ৰামায়ণ মহাভাৰত হৰিবংশ আৰু বিভিন্ন পুৰাণত থকা কাহিনীৰ আধাৰত নিজ ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে অপভ্ৰংশত একশ্ৰেণীৰ আখ্যান কাব্য ৰচনা কৰা হৈছিল। তাৰে কেইখনমান তলত দাঙি ধৰা হ'ল।

**পউমচৰিউ** ৰামায়ণৰ কাহিনীক অবলম্বন কৰি ৰচনা কৰা পউমচৰিউ অপভ্ৰংশৰ এখন লেখত লবলগীয়া কাহিনীকাব্য। কোশল নিবাসী স্বয়ম্ভূদেৱে অষ্টম শতিকাত এইখন ৰচনা কৰিছিল। একে বিষয় বস্তু অবলম্বন কৰি বিমলসূৰিয়ে ৰচনা কৰা প্ৰাকৃতৰ পউমচৰিয়ৰ কথা আমি আগতে উল্লেখ কৰি আহিছোঁ। অপভ্ৰংশৰ পউমচৰিউত সংস্কৃত কাব্যশৈলীৰ প্ৰভাৱ অনুপেক্ষণীয়। এই কাব্য পাচোটা কাণ্ডত বিভক্ত আৰু নব্বৈটা অধ্যায়ত বিষয় বস্তু উপস্থাপন কৰাতো স্বয়ম্ভূদেৱে মূল ৰামায়ণৰ পৰা আঁতৰি আহি হয় মৌলিক বৰ্ণনা দিছে নহয় অন্য কোনো গ্ৰন্থৰ দ্বাৰা প্ৰভাৱ পুষ্ট হোৱা দেখা গৈছে। বিশেষকৈ সীতাক ইয়াত ৰাৱণৰ আৰু মন্দোদৰীৰ কন্যা হিচাপে দেখুৱা হৈছে। নিজৰ অনিষ্ট হোৱাৰ আশংকাত জন্মৰ পিছতে ৰাৱণে সীতাক মিথিলালৈ গৈ থৈ আহে আৰু তেতিয়া জনকে সীতাক লাভ কৰে। পিছত নাৰদৰ প্ৰলোচনাত পৰি ৰাৱণে সীতাক হৰণ কৰে। এইদৰে মূল ৰামায়ণ কাহিনীটোক সলনি কৰি কবিয়ে জৈন মতবাদ প্ৰচাৰৰ প্ৰচেষ্টা কৰা দেখা যায়। প্ৰচাৰধৰ্মী কাব্য হলেও কাব্যিক গুণ বৈশিষ্ট্যৰে সমৃদ্ধ পউমচৰিউ এখন মনোৰম কাব্য হৈ উঠিছে।

**হৰিবংশপুৰাণ** স্বয়ম্ভূদেৱৰ আন এখন কাব্য হৰিবংশ পুৰাণ

মহাভাৰতক অৱলম্বন কৰি ৰচনা কৰা হৈছে আৰু জৈন ধৰ্মতত্ত্ব প্ৰচাৰৰ উদ্দেশ্যে কাহিনী ৰূপদান কৰা হৈছে।

তিসট্‌ঠিমহাপুৰিসগণ'ল কাৰ পুষ্পদত্ত ( পুপ ফয়ন্ত ) ৰচিত এই গ্ৰন্থ আদি আৰু উপপুৰাণ—এই দুই ভাগত বিভক্ত। গ্ৰন্থখনত তেষষ্টি জন জৈন মহাপুৰুষৰ জীৱন কাহিনীৰ কাব্যিক বৰ্ণনা দিয়া আছে। পুষ্পদন্তৰ আন দুখন অপভ্ৰংশত ৰচিত কাব্য হল— জসহৰচৰিউ আৰু নায়কুমাৰ চৰিউ। জসহৰচৰিউ ত ৰজা যশোধৰৰ জীৱনী চাৰিটা অধ্যায়ত বৰ্ণনা কৰা হৈছে।

অপভ্ৰংশত চৰিত কাব্যৰ ভিতৰত আটাইতকৈ বিখ্যাত মহাকাব্য হল ধনবাল ( ধনপাল )ৰ ভবিস্‌সয়ত্তকহা। এইখন এখন উচ্চমান বিশিষ্ট ৰোমাণ্টিক কাব্য বুলিও কোৱা হয়। ধনবাল আছিল দিগম্বৰ সম্প্ৰদায়ৰ সাধক। সুদীৰ্ঘ পাচ বছৰ ধৰি দিগম্বৰ সম্প্ৰদায়ৰ মতামতৰ মাহাত্ম্য বিশ্লেষণ কৰি তেওঁ ভবিস্‌সত্তকহা ৰচনা কৰি উলিয়ায়। কাব্যৰ নায়ক ভবিস্‌সয়ও কিদৰে বৈমাতৃৰ পুত্ৰৰ দ্বাৰা প্ৰতাৰিত হৈ এক নিৰ্জন দ্বীপত নিসঙ্গ জীৱন যাপন কৰিবলগীয়া হয় আৰু নানা দুঃসাহসিক কাৰ্যৰ পিছত দেৱতাৰ অনুগ্ৰহত এগৰাকী ৰাজকুমাৰীক বিবাহ কৰাবলৈ সমৰ্থ হয় বিবাহৰ বাৰ বছৰ পিছত সেই বৈমাতৃৰ ভাতৃয়ে ভবিস্‌সযত্তৰ পত্নীক পুণৰ ছলনা কৰি অপহৰণ কৰে আৰু শেষত এগৰাকী যক্ষৰ সাহাৰ্যত নিজৰ জন্মস্থানলৈ ঘূৰি আহি পত্নীৰ লগত পুণৰমিলিত হয় ইত্যাদি ঘটনা অতি মৰ্মস্পৰ্শীভাৱে বিশ্লেষণ কৰা হয়। অতিপ্ৰাকৃত ঘটনাৰ সমাবেশ থকা স্বত্বেও কাব্যিক সৌন্দৰ্য কাব্যখনত প্ৰবাহিত হৈ আছে।

## ২। দাৰ্শনিক বা আধ্যাত্মিক কাব্য

অপভ্ৰংশত দোহা বুলি এক শ্ৰেণীৰ ৰচনা আছে। প্ৰাকৃত গাথাৰ প্ৰভাৱতেই অপভ্ৰংশ দোহা ৰচিত হলেও দোহাবিলাক আদিৰসাত্মক নহয় আধ্যাত্মিক ভাৱসম্পন্নহে। আনহাতে প্ৰাকৃত গাথা সমূহত আদিৰসৰ প্ৰাবল্য দেখা যায়। সৰহপাদ কাহ্নপাদ তিল্লোপাদ প্ৰভৃতি প্ৰসিদ্ধ বৌদ্ধ সিদ্ধাচাৰ্য সকলৰ দোহাসমূহ এই প্ৰসঙ্গত উল্লেখযোগ্য এই বিলাকৰ উপৰিও দোহা আকাৰত পোৱা আধ্যাত্মিক ভাৱসম্পন্ন অপভ্ৰংশৰ পুথি কেইখনমান হ'ল— পৰমাত্ম প্ৰকাশ যোগসাৰ শ্ৰাৱকাচাৰদোহক দোহাপাহুদ প্ৰভৃতি।

## ৩। নীতি কৱিতা

সংস্কৃত নীতি কৱিতাৰ প্ৰভাৱত অপভ্ৰংশতো নীতি শিক্ষামূলক কিছুমান লঘু তাঙৰ পুথি পোৱা যায়। এইবোৰৰ ভিতৰত একাদশ শতিকাৰ শেষ আৰু দ্বাদশ শতিকাৰ আদি ভাগত জিনদত্ত সূৰিৰ উপদেশৰসায়নৰস 'কালস্বৰূপ কুলক চচ্চৰী আদিয়েই প্ৰধান।

ভত্তৃহৰিৰ বৈৰাগ্যশতক ৰ আৰ্হিত মহেসৰ সূৰিয়ে সঞ্জম মঞ্জৰী আৰু সুপ্ৰভাচাৰ্যৰ বৈৰাগ্যসাৰ আন দুখন উল্লেখযোগ্য নীতি শিক্ষামূলক পুথি। সঞ্জম মঞ্জৰীত ৩৫টা আৰু বৈৰাগ্যসাৰত ৭৭টা দোহা আছে।

## ৪। বৌদ্ধ দোহা

বৌদ্ধ দোহা সমূহকো আধ্যাত্মিক কাব্যৰ শ্ৰেণীতে ধৰিব পাৰি। দোহাৰ ৰচক সকলক সিদ্ধাচাৰ্য বুলি কোৱা হয় আৰু ইবোৰত আধ্যাত্মিক দৰ্শনৰ তত্ত্ব দাঙি ধৰা হৈছে।

## ৫। গীতিকাব্য

কালিদাসৰ বিক্ৰমোৰ্বশীয়ম্ নাটকত অপভ্ৰংশৰ প্ৰাচীনতম্ নিদৰ্শন পোৱা যায়। সৰগৰ অপেশ্বৰী উৰ্বশীৰ বিৰহত মৰ্ত্যৰ ৰজা পুৰুৰবাৰ অন্তৰ কিদৰে কাতৰ হৈ পৰিছিল তাৰেই মৰ্মস্পৰ্শী চিত্ৰাঙ্কণ ইয়াত কৰা হৈছে।

## ৬। বিবিধ

অপভ্ৰংশৰ গীতি কাব্যৰ কেইখনমান উল্লেখযোগ্য পুথি হ'ল—

**প্ৰাকৃত-পৈঙ্গল** মাত্ৰাবৃত্ত আৰু বৰ্ণবৃত্ত ছন্দৰ উদাহৰণ দাঙি ধৰিবলৈ ৰচনা কৰা শ্লোক সমূহক লৈ প্ৰাকৃত পৈঙ্গলৰ সৃষ্টি হৈছে। ইয়াৰ ৰচক হ'ল পিঙ্গলাচাৰ্য। নামত প্ৰাকৃত হলেও ইয়াৰ ভাষা অৱহট্‌ঠ বা অৰ্বাচীন অপভ্ৰংশ। অপভ্ৰংশক দুটা ভাগত ভাগ কৰি প্ৰাচীন আৰু অৰ্বাচীন বুলি কোৱা হৈছে। অৰ্বাচীন ৰূপৰেই আন এটা নাম হ'ল অৱহট্‌ঠ। নব্য ভাৰতীয় আৰ্য ভাষাৰ

ক্ৰমবিকাশ আৰু বিবৰ্ত্তনত অবহট্‌ঠৰ ভূমিকা যথেষ্ট। সেয়ে প্ৰাকৃত পৈঙ্গলৰ এক ঐতিহাসিক মূল্যও আছে। প্ৰাকৃত পৈঙ্গলৰ শ্লোক সমূহ গ্ৰন্থকাৰৰ নিজা সৃষ্টি নে ইবোৰ সংগ্ৰহ কৰা সেই বিষয়ে সঠিক মতামত দাঙি ধৰিব নোৱাৰি। চতুৰ্দ্দশ শতাব্দী বা তাৰ কিছু পিছত প্ৰাকৃত পৈঙ্গলৰ ৰচনা কাল বুলি অনুমান কৰা হয়। কাৰণ প্ৰাকৃত পৈঙ্গলৰ ভাষাক নব্য ভাৰতীয় আৰ্য ভাষাৰ পূৰ্বৰূপ বুলি কব পাৰি।

**কীৰ্ত্তি-লতা আৰু কীৰ্ত্তি পতাকা** অবহট্‌ঠৰ দুখন শ্ৰেষ্ঠ গ্ৰন্থ হ'ল সুপ্ৰসিদ্ধ কবি বিদ্যাপতিৰ কীৰ্তিলতা আৰু কীৰ্তি পতাকা। কবিৰ পৃষ্ঠপোষক মিথিলাৰ ৰজা কীৰ্তিসিংহৰ পিতৃবৈৰীৰ নিৰ্যাতনৰ কাহিনী চাৰিটা পল্লৱত বৰ্ণনা কৰা হৈছে। সমসাময়িক সমাজখনৰ ঐতিহাসিক পৰিচয় কাব্যত জিলিকি আছে। গতিকে ইয়াৰ ঐতিহাসিক মূল্যও কম নহয়।

আনখন কাব্য কীৰ্তি পতাকাত ৰজা শিৱসিংহৰ প্ৰণয় কাহিনী আৰু তেওঁৰ কীৰ্তি কলাপ সমূহৰ কাব্যিক বৰ্ণনা দিয়া আছে।



# দ্বিতীয় খণ্ড

## পঞ্চদশ অধ্যায়

## পাঠ্যাংশ

### ধৰ্ম্মপদ ( সুভাসিত )

"সুভাষিত হল ধৰ্মপদৰ বিভিন্ন বৰ্গ (বগ্‌গ) ৰ পৰা সংকলিত কৰা কিছুমান শ্লোকৰ সমষ্টি। ইয়াত চত্বাৰি আৰ্যসত্য ( 4 noble truth ) সন্নিবিষ্ট হৈছে। অপ্রমাদ চিন্তাশীল (Vigilance) অমৃত পদ। প্রমাদ মৃত্যু পদ। যিবোৰ মানুহ প্রমাদী সেইবোৰ মৃত্যুৰ ওচৰ চাপি যায়। অপ্রমাদী মানুহৰ মৃত্যু নাই। পণ্ডিতসকলে জানে কাৰণে অপ্রমাদ হৈ আনন্দ লাভ কৰে আৰু তেওঁলোকে আৰ্য সকলৰ ওচৰত স্থান পায়। জ্ঞানী মানুহে নিৰ্বাণক স্পৰ্শ কৰে। যিবোৰ মানুহ সদায় জাগ্রত সদায় চিন্তাশীল বিবেচক তেওঁলোকে নিৰ্বাণত্ব লাভ কৰে।

(১) অপ্পমত্তো পমত্তেসু সুত্তেসু বহু জাগৰো
অবলস্‌সং ব সীঘ স্‌সো হিত্বা যাতি সমেধসো।

( অপ্পমাদ বগ্‌গ )

**অনুবাদ**

বেগী ঘোঁৰাই যিদৰে দুৰ্ব্বল ঘোঁৰাক পিছ পেলাই থৈ অগ্রগতি লাভ কৰে সেইদৰে অপ্রমত্ত আৰু অবিস্মৃত (সজাগ) লোকসকলে প্রমত্ত আৰু সুপ্ত লোকসকলক অতিক্রম কৰি আগবাঢ়ি যায়।

**শব্দাৱলীৰ টোকা**

অপ পমত্তো<OIA অপ্রমত্ত =অপ্র>অপ্প মত্ত >মত্তো ) প্র>প প
সমীভৱন >ও যি মাত্রা মুক্ত তেঁৱেই অপ্পমত্তো।

পমত্তেসু—(পমত্তো>OIA প্ৰমত্ত) পমত্ত+৭মী বহুবচন সু। প্ৰ>প শব্দৰ আদি বৰ্ণত থকা ৰ -ফলা লোপ হৈছে।

সুত্তেসু<OIA সুপ্তেষু প্ত>ত্ত সমীভৱন ষ>স সুপ্তলোক।

অবলস্সং<OIA অবলাশ্বম্ শ্ব>স্স সমীভৱন ম্>ং (পালিত পদৰ শেষত থকা হসন্ত ম্ ৰ ঠাইত অনুস্বাৰ হয়)। দুৰ্বল ঘোঁৰা।

সীঘস্সো<OIA শীঘ্ৰাশ্ব (শীঘ্ৰ+অশ্ব) ঘ্ৰ>ঘ ঘ>ঘ—(পদৰ মাজত ৰ ফলা থাকিলে লোপ হয় আৰু যি বৰ্ণত ৰ ফলা থাকে সি দ্বিত হয়) শ্ব>স্স সমীভৱন >ও বেগী ঘোৰা।

হিত্বা< √জহাস্তি=হা+ত্বাচ to leave behind লোট্

সুমেধসো<OIA সুমেধস অন্ত্য >ও প্ৰথমবাৰ একবচন পুংলিঙ্গ জ্ঞানী।

(২ দুন্নিগ গহস্স লহুনো যথকামনিপাতিনো
চিত্তস্স দমথো সাধু চিত্ত দন্ত সুখাৱহং।
(চিত্তবগগ)

**অনুবাদ**

দুৰ্নিগ্ৰহ চঞ্চল আৰু ইচ্ছামতে বিচৰণ কৰা চিত্তক দমন কৰাই ভাল। স যত চিত্তই সুখ দিয়ে।

**শব্দাৱলীৰ টোকা**

দুন্নিগ গহস্স>OIA দুৰ্নিগ্ৰহস্য র্ন>ন্ন (পালিত শব্দৰ মাজত থকা বৰ্ণৰ ৰেফ লোপ হয় আৰু যি বৰ্ণত ৰেফ থাকে সেই বৰ্ণ দ্বিত হয়) গ্ৰ>গগ (পদৰ মাজৰ ৰ=ফলা লোপ আৰু যি বৰ্ণত ৰ ফলা থাকে সেই বৰ্ণ দ্বিত হয়) স্য>স্স (সমীভৱন) দুন্নিগ গহ+ষষ্ঠীৰ একবচন স্স। দমন কৰিব নোৱৰা।

লহুনো<OIA লঘুন ঘ>হ মহাপ্ৰাণ বৰ্ণ হ হৈছে >ও (লহু+ষষ্ঠীৰ একবচন নো) চঞ্চল।

দমথো<OIA দমথ >ও দমন।

যথকামনিপাতিনো<OIA যত্ৰকামনিপাতিন ত্ৰ>থ (ব্যতিক্ৰম) >ও ইচ্ছামতে বিচৰণ কাৰী।

চিত্তস্স<OIA চিত্তস্য স্য>স্স (সমীভৱন)
দন্তং<OIA দান্তম্ আ>অ যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ হ্ৰস্ব হৈছে অন্ত্য ম্ অনুস্বাৰ হৈছে দমন কৰা হৈছে।

(৩) ন পৰেসং বিলোমানি ন পৰেসং কতাকতং,
অত্তনো ব অবেক্খেয্য কতানি অকতানিচ।

(পুপ্ফ বগ্গ)

**অনুবাদ**

পৰৰ দোষবোৰত পৰে কি কৰিলে কি নকৰিলে তালৈ লক্ষ্য ন কৰি নিজৰ কৰ্ম বা অকৰ্মবোৰৰ হে বিচাৰ কৰা উচিত।

**শব্দাৱলীৰ টোকা**

পৰেসং<OIA পৰেষাম্—ষ>স অন্ত্য ম কাৰ অনুস্বাৰ হৈছে অনুস্বাৰৰ আগত থকা দীৰ্ঘস্বৰ হ্ৰস্ব হৈছে পৰৰ আনৰ।
বিলোমানি—দোষবোৰ (বহুবচন)
কতাকতং<OIA কৃতাকৃতম্ (কৃত+অকৃত) ঋ>অ ম্>ং কৰ্ম অকৰ্ম ভাল বেয়া।
অত্তনো ব<OIA আত্মন এব আ>অ যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ হ্ৰস্ব হৈছে ত্ম>ত্ত সমীভৱন ন>নো অত্তনো+এব—এইদৰে সন্ধি হৈ পৰবৰ্তী স্বৰ এ ৰ লোপ হৈছে। নিজৰ নিচিনা।
অবেকখেয্য<OIA অবেক্ষেয্য ক্ষ>ক্খ য্য>য্য সমীভৱন লক্ষ্যকৰা বা বিচাৰ কৰা উচিত।
কতানি<OIA কৃতানি—পুণ্য অকতানি<OIA অকৃতানি—পাপ।

(৪) যথাপি পুপ্ফৰাসিম্হা কয়িৰা মালাগুণে বহু
এবং জাতেন মচ্চেন কত্তব্বং কুসলং বহুং।

(পুপ্ফ বগ্গ)

অনুবাদ

যিদৰে ফুলবপৰা বহু প্ৰকাৰৰ মালা গঁঠা হয় সেইদৰে মৰণশীল মানুহেও জন্ম ধাৰণ কৰি বহুত সৎ কাম কৰা উচিত।

শব্দাৱলীৰ টোকা

পুপ ফৰাসিম্হা < OIA পুষ্পৰাশিস্মাৎ—ষ্প > প ফ সংযুক্ত বৰ্ণৰ এটা উষ্ম বৰ্ণ হলে পিছৰ ব্যঞ্জনৰ বৰ্ণৰ মহাপ্ৰাণ বৰ্ণ হয়। শ > স স্মাৎ ৰ অন্ত্যব্যঞ্জন লোপ আৰু মীৰ একবচন স্মা > ম্হা হৈছে ফুলবোৰৰপৰা।

কয়িৰা < OIA কুৰ্য্যৎ র্য্য > ৰিয় অন্ত্য হসন্ত ব্যঞ্জনৰ লোপ = কৰিয়া > কয়িৰা (বৰ্ণ বিপৰ্যয়)।

মালাগুণে—বহু প্ৰকাৰ মালা পুং ২য়া বহুবচন।

মচ্চেন—< OIA মৰ্ত্তোন র্ত্ত > ত্য > চ্চ (তালব্যীভবন)

কত্তব্বং < OIA কৰ্ত্তব্যম্ র্ত্ত > ত্ত ব্য > ব্ব (সমীভবন) ম > ং কৰা উচিত।

(৫) পুত্তা ম খি ধনং ম খি ইতি বালো বিহঞ্ঞতি
অৰ্ত্তা হি অত্তনো নথি কুতো পুত্তো কুতো ধনং।

(মূখ থ বগ গ)

অনুবাদ

মোৰ পুত্ৰ আছে মোৰ ধন আছে—এই বুলি চিন্তা কৰিয়েই মূৰ্খই যন্ত্ৰণা ভোগ কৰে। নিজেই যেতিয়া নিজৰ নহয় পুত্ৰ বা ধন কেনেকৈ নিজৰ হব?

শব্দাৱলীৰ টোকা

ম খি—ম + অখি সন্ধি হোৱাত আদিস্বৰ লোপ হৈছে। ম + অখি < OIA ম + অস্তি স্ত > থ স্পৰ্শবৰ্ণৰ লগত উষ্মবৰ্ণৰ সংযুক্ত হলে—উষ্ম বৰ্ণ যদি আগত থাকে তেতিয়া সমীভবন হয় আৰু স্পৰ্শ বৰ্ণটো মহাপ্ৰাণ বৰ্ণলৈ ৰূপান্তৰিত হয়। মোৰ আছে।

পুত্তা<OIA পুত্র ত্র>ত্ত (সমীভবন) বহুবচন পুত্রসকল। বালো—মূৰ্খ।

বিহঞ্ঞন্তি <OIA বিহন্যন্তে ন্য>ঞ্ঞ পৰস্মৈপদ হৈ বিহঞ্ঞন্তি হৈছে। যন্ত্রণা ভোগ কৰে।

অত্তা <OIA আত্মা (আত্মন্) পালিত হসন্ত (ব্যঞ্জনান্ত) শব্দৰ প্ৰযোগ নাই। সংযুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ পালিত হ্রস্ব অসমান উচ্চাৰণৰ দুটা ব্যঞ্জন সংযুক্ত হলে কোমল উচ্চাৰণৰ ব্যঞ্জন বৰ্ণ শক্তিশালী উচ্চাৰণৰ বৰ্ণৰ সৈতে সমীভূত হয়।

কুত্তো<OIA কৃত > ও

পুত্তো<IOA পুত্র > ও ত্র>ত্ত সমীভবন অসমান উচ্চাৰণৰ দুটা ব্যঞ্জন সংযুক্ত হলে কোমল উচ্চাৰণৰ ব্যঞ্জনটো শক্তিশালী উচ্চাৰণৰ ব্যঞ্জনৰ সৈতে সমীভূত হয়।

(৬) সেলো যথা একঘনো বাতনো ন সমীৰতি
এবং নিন্দাপসংসাসু ন সমিঞ্জন্তি পণ্ডিতা।

(পণ্ডিত বৰ্গ)

**অনুবাদ**

শিলাময় পৰ্বত যিদৰে বতাহত নলৰে সেইদৰে পণ্ডিত লোকেও নিন্দা বা প্ৰশংসাত বিচলিত নহয়।

**শব্দাৱলীৰ টোকা**

সেলো<OIA শৈল ঐ>এ শ>স > ও পৰ্বত

একঘনো<OIA একঘন >ও সুসংবদ্ধ।

বাতেন<OIA বাতেন বাত+৩য়াৰ একবচন—এন বতাহৰ দ্বাৰা।

সমীৰতি>OIA সমীৰতে সম+ঈৰ+লট্ তি কৰ্মবাচ্যৰ ঠাইত কৰ্তৃবাচ্য বিচলিত হয়।

সমিঞ্জন্তি<OIA সমীৰ্যন্তে লট্ প্ৰথম পুৰুষ একবচন বিচলিত হোৱা।

নিন্দাপসংসাসু—নিন্দা প্ৰশংসাত।

(৭) যো সহস্‌সেন সংগামে মানুসে জিনে
একং চ জেয়্যমত্তানং সবে স গামজু ত্তমো।
(সহস্র বর্গ)

**অনুবাদ**

কোনো লোকে যদি যুদ্ধত সহস্রজনক সহস্রবাৰ জয় কৰে আৰু আন এজনে মাত্র নিজক জয় কৰে তেন্তে তেৱেঁই উত্তম যুদ্ধ বিজেতা।

**শব্দাৱলীৰ টোকা**

সহস্‌সং < OIA সহস্র স্র > স্‌স সমীভৱন পদৰ মাজত ৰ ফলা থাকিলে লোপ হয় আৰু যি বৰ্ণত ৰ ফলা থাকে সেই বৰ্ণ দ্বিত হয়। সহস্রজনক।

সহস্‌সেন < OIA সহস্রেন = স্র > সস্‌—সমীভৱন সহস্রবাৰ।

স গামে < OIA সংগ্রামে গ্র > গ অনুস্বাৰৰ পৰবৰ্ত্তী যুক্তব্যঞ্জন প্রায়েই নাথাকে যুদ্ধত।

জিনে < OIA জিনেৎ > জয়েৎ অন্ত্য ৎ ৰ লোপ জি ধাতু বিধিলিঙ যাৎ। পালিত √জি = জিনাতি জয়তি জেতি। জয় কৰা উচিত।

মানুসে < OIA মানুষান্ ষ < স অন্ত্য হসন্ত ব্যঞ্জন লোপ হয়া বহুবচন—এ।

সংগামজুত্তমো < স গ্রামজিৎ + উত্তম পদৰ শেষত থকা ব্যঞ্জন বা হসন্ত লোপ হয়।

গ্র > গ—অনুস্বাৰৰ পৰবৰ্ত্তী যুক্ত ব্যঞ্জন প্রায়েই নাথাকে।

> ও সংগামজি + উত্তমো সন্ধিৰ ফলত পূৰ্ববৰ্ত্তী ই স্বৰ লোপ হৈছে।

(৮) সব্বে তসন্তি দণ্ডস্‌স সব্বে ভায়ন্তি মচ্চুনো
ন হনেয়্য ন ঘাতয়ে অত্তানং উপমং কত্বা।
(দণ্ড বর্গ)

**অনুবাদ**

দণ্ড আৰু মৃত্যুক সকলোৱে ভয় কৰে গতিকে নিজৰ দৰে ভাবি কাকো হত্যা কৰা বা হত্যা কৰোৱা উচিত নহয়।

### শব্দাৱলীৰ টোকা

সব্বে<OIA সৰ্ব্বে—ৰ্ব্ব>ব্ব পালিত ৰেফ ৰ প্ৰয়োগ নাই।

তসন্তি<OIA ত্ৰস্যন্তি ত্ৰ>ত—ৰ ফলা শব্দৰ আদি বৰ্ণত থাকিলে লোপ হয়।

স্য>স্স—সমীভৱনৰ ফলত য ৰ লোপ। ভয় কৰে।

দণ্ডস্স<OIA দণ্ডস্য—স্য—স্স>সমীভৱনৰ ফলত য় ৰ লোপ। দণ্ড বা শাস্তি।

ভায়ন্তি<OIA ভায়ন্তে আত্মনেপদৰ ঠাইত পৰস্মৈপদ ভয় কৰা।

মচ্চুনো<OIA মৃত্যো ঋ>অ ত্য>চ্চ তালব্যীভৱন ষষ্ঠী একবচনত মচ্চুনো। মৃত্যুক।

কত্বা<OIA কৃত্বা ঋ>অ কৰি।

হনেয্য √হন্ ধাৎ (বিধিলিঙ) √হন্+এয্য হত্যা কৰা।

ঘাতয়ে—<OIA ঘাতয়েৎ অন্ত্য ব্যঞ্জনৰ লোপ। হত্যা কৰোৱা উচিত।

(১) সব্বে তসন্তি দণ্ডস্স সব্বেস জীৱিতং পিয়
অত্তানং উপমং কত্বা হনেয্য ন ঘাতয়ে।

(দণ্ড বৰ্গ)

অনুবাদ

শাস্তি বা দণ্ডক সকলোৱে ভয় কৰে জীৱন সকলোৰে প্ৰিয় গতিকে নিজৰ দৰে ভাবি কাকো হত্যা কৰা বা হত্যা কৰোৱা উচিত নহয়।

### শব্দাৱলীৰ টোকা

সব্বেসং<OIA সৰ্ব্বেষাম্ ৰ্ব্ব>ব্ব—পালিত ৰেফ ৰ প্ৰয়োগ নাই ষ>স। অন্ত্য হসন্ত ম অনুস্বাৰ হৈছে। ষষ্ঠীৰ বহুবচন সকলোৰে।

জীৱিতং<জীৱিতম্ অন্ত্য ম্>ং জীৱন।

পিয়ং<OIA প্ৰিয়ম্ প্ৰ>প—পদৰ আদি বৰ্ণত থকা ৰ ফলা লোপ হয় পদৰ শেষত থকা হসন্ত ম্ ৰ ঠাইত অনুস্বাৰ হয়।

পস্স চিত্তকতং বিম্বং অৰুকায়ং সমুস্সিতং
আতুৰং বহুসংকপ্পং যস্স নত্থি ধুবং ঠিতি।

(জৰা বৰ্গ)

**অনুবাদ**

—ক্ষত বিক্ষত বোগযুক্ত বিহ্বল নানা সংকল্পপূৰ্ণ আৰু অস্থায়ী এই সুসজ্জিত পোন হৈ থকা দেহমূৰ্তিটোলৈ চোৱা—দৰাচলতে যাৰ কোনো অস্তিত্ব নাই।

**শব্দাৱলীৰ টোকা**

পস্‌স <OIA পশ্য শ্য > স্স > স্‌স সমীভৱন চোৱা।

চিত্তকতং < OIA চিত্রকৃতম্—ত্র > ত্ত—পদৰ মাজত ৰ ফলা থাকিলে লোপ হয়। আৰু যি বৰ্ণত ৰ ফলা থাকে সেই বৰ্ণ দ্বিত হয়। কৃ > ক (ঋ > অ) অন্ত্য ম্ > ং সজ্জিত।

বিম্বং—বুৰবুৰণি ইয়াত মানৱ দেহ হৈছে।

অৰুকায় —অৰুষ + কায় (পালি সমাস) অন্ত্য হসন্ত ষ ৰ লোপ ক্ষত বিক্ষত দেহা (কায়া)।

সমুস্‌সিত <OIA সমুচ্ছিতম্ (সম্ + উৎ + শৃতম্) শৃ > স্‌স অন্ত্য হসন্ত ম > ং পোন হৈ থকা।

বহুসংকপ্প <OIA বহু সংকল্পম্—ল্প > প্প—সমীভৱন—নানা সংকল্প পূৰ্ণ

ধুবং > OIA ধ্রুবম্—ধ্রু < ধু শব্দৰ আদি ৰফলাৰ লোপ অন্ত্য ম্ > ং।

ঠিতি < OIA স্থিতি স্থ > থ > ঠ মূৰ্দ্ধণ্যীভৱন আৰু স যুক্ত ব্যঞ্জনৰ এটা উষ্ম বৰ্ণ হলে সিহঁত পিছত হাপ্ৰাণলৈ ৰূপান্তৰিত হয় তদুপৰি পালিত শব্দৰ আদিত যুক্ত ব্যঞ্জনৰ প্ৰয়োগ নাই।

(১১) অপ পস্‌সুতা য়ং পুৰিসো বলিবদ্দো ৱ জীৱতি
মংসানি তস্‌স বড্ঢন্তি পঞ্ঞা তস্‌স ন বড্ঢতি।

(জৰা বৰ্গ)

**অনুবাদ**

অল্পবিত্তাৰ এই মানুহজন মাথোন বলদৰ দৰে জীয়াই আছে। তেওঁৰ মঙহে বাঢ়ে প্ৰজ্ঞা নাবাঢ়ে।

## শব্দাৱলীৰ টোকা

বলিবদ্দো<OIA বলীবৰ্দ —পালিত ৰেফৰ প্ৰয়োগ নাই >ও বলদ।

অপ পস সুতা য়ং<OIA অল্পশ্ৰুত +অয়ম্

ল্প>প্প সমীভৱনৰ নিয়ম অনুযায়ী ল প ৰ লগত সমীভূত হৈছে।

শ্ৰু>স সু শব্দৰ মাজত ৰ ফলা থাকিলে লোপ হয় আৰু যি বৰ্ণত ৰ ফলা থাকে সি দ্বিত হয়। অপ্পস সুতো+অয়ং

( >ও )=অপ্পস সুতা য়ং (ও+অ=আ—সন্ধি)। অল্পশিক্ষিত।

পুৰিসো<OIA পুৰুষ ৰু>ৰি (উ>ই) পালিত শব্দৰ মাজৰ অক্ষৰত থকা উ ই হয়। ষ>স >ও।

অয়ং পুৰিসো—এই মানুহজন।

মংসানি<OIA মাংসানি অনুস্বাৰৰ পূৰ্ব দীৰ্ঘ স্বৰ হ্ৰস্ব হৈছে। মঙহবোৰ বহুবচন।

বড্ঢন্তি<OIA বৰ্দ্ধন্তে ৰ্দ্ধ>ড্ঢ (মূৰ্দ্ধণ্যীভৱন) আত্মনেপদৰ ঠাইত পৰস্মৈপদ হৈছে বাঢ়ে।

পঞ্ঞা<OIA প্ৰজ্ঞা প্ৰ>প—শব্দৰ আদি বৰ্ণৰ ৰ ফলা লোপ হয় জ্ঞ>ঞ্ঞ জ্ঞান।

(১২) অচৰিত্বা ব্ৰহ্মচৰিয়ং অলদ্ধা যোব্বনে ধনং
জিণ্ণকোঞ্চা ব ঝায়ন্তি খীণ মচ্ছে ব পল্ললে।

(জৰা বৰ্গ)

## অনুবাদ

যি লোকে ব্ৰহ্মচৰ্য্য আচৰণ নকৰে আৰু যৌৱনকালত ধন উপাৰ্জন নকৰে তেওঁলোকে মাছ মোহোৰা পুখুৰীত বুঢ়াবগলীৰ দৰে নিৰুপায় হৈ চিন্তা কৰি থাকে।

## শব্দাৱলীৰ টোকা

অচৰিত্বা<OIA অচৰিত্বা—পালন নকৰে।

অলদ্ধা<OIA অলব্ধা—লাভ নকৰি।

যোব্বনে<OIA যৌৱনে যৌ>যো (ঔ>ও) শ্বাসাঘাতৰ কাৰণে 'ৱ — ব্ব'
হৈছে।

জিণ্ণকোঞ্চা ৰ<OIA জীৰ্ণ+ক্ৰৌঞ্চ +ইৰ ৰ্ণ>ণ্ণ ৰেফ লোপ হোৱা কাৰণে
ৰেফ থকা বৰ্ণ ণ দ্বিত হৈছে ক্ৰ>ক

ঔ>ও >আ স্বৰ সংকোচনৰ ফলত ইৰ>ৰ ঈ>ই যুক্ত ব্যঞ্জনৰ
পূৰ্ববৰ্তী দীৰ্ঘস্বৰ পালিত সদায় হ্ৰস্ব হয়। বুঢ়া বগলীৰ নিচিনা।

ঝায়ন্তি<OIA ধ্যায়ন্তি ধ্য>জ ঝ>ঝ কাৰণ শব্দৰ আদিত সংযুক্ত ব্যঞ্জন
নহয়। চিন্তা কৰা বা ধ্যান কৰা।

থীণ মচ্ছে ৰ <OIA ক্ষীণ মৎস্য +ইৰ ক্ষ>থ ত স্য>চ্ছ
ইৰ>ৰ মৎস্য>মচ্ছ পালিত সাধাৰণতে তিনিটা ব্যঞ্জনৰ যোগ নহয়।

পল্ললে<OIA পল্বলে ল্ব>ল্ল সমীভৱনৰ ফলত উচ্চাৰণৰ কোমলতা অনুসৰি
ব>ল হৈছে পুখুৰীত।

(১৩) অত্তাহি অত্তনো নাথো কোহি নাথো পৰো সিয়া
অত্তনা ৰ সুদন্তেন নাথং লভতি দুল্লভং।

( আত্মবৰ্গ )

**অনুবাদ**

(আত্মাই) নিজেই নিজৰ নাথ (আশ্ৰয়) অন্য কোন নাথ হব পাৰে? নিজক সুস যত কৰিব পাৰিলে দুল্ল ভ নাথ লাভ হয় অৰ্থাৎ নিৰ্বাণ লাভ হয়।

**শব্দাৱলীৰ টোকা**

কো<OIA ক >ও কোন।

পৰো<OIA পৰ >ও পৰা বা অন্য

সিয়া<OIA স্যাৎ>স্যা পদৰ শেষত হসন্ত বা ব্যঞ্জন লোপ হয় স্যা>সিয়া—
স্বৰভক্তি আছে বা হয়।

সুদন্তেন<OIA সুদান্তেন আ>অ সংযুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ হ্ৰস্ব
হয়। সুসংযত।

অত্তান ব<OIA আত্মন +এব>অত্তনো+এব ( সন্ধি ) নিজকেই।
লভতি<OIA লভতে আত্মনেপদী পৰস্মৈপদ হৈছে লাভ কৰা।
দুল্লভং<OIA দুৰ্লভম ৰ্ল>ল্ল পালিত ৰেফৰ প্ৰয়োগ নাই আৰু তিনিটা
ব্যঞ্জনৰ সংযোগ নহয় অন্ত্য হসন্ত ম> । পাবলৈ টান।

(১৪) উত্তিট্ঠে নপপমজ্জেয্য ধম্ম সুচৰিতং চৰে
ধম্মচাৰী সুখং সেতি অস্মিং লোকে পৰম হি চ।

( লোক বৰ্গ )

**অনুবাদ**

উঠা প্ৰমত্ত হৈ নাথাকিবা সজধৰ্ম আচৰণ কৰা উচিত। ধৰ্ম পালন কৰা লোকে ইহলোক পৰলোক উভয়তে সুখত বাস কৰে।

**শব্দাৱলীৰ টোকা**

উত্তিট ঠে<OIA উত্তিষ্ঠেৎ—ষ্ঠ>ট্ঠ সমীভৱন শব্দৰ শেষৰ হসন্ত ব্যঞ্জন
বৰ্ণ লোপ হয় উঠা উচিত।
নপ পমজ্জেয্য<OIA নপ্ৰমাদ্যেৎ প্ৰ>প্প—শব্দৰ মাজৰ ব্যঞ্জন বৰ্ণৰ লগত
ৰ ফলা থাকিলে ৰ ফলা লোপ হয় আৰু সেই ব্যঞ্জন দ্বিত হয় আ>অ—
যুক্ত ব্যঞ্জনৰ আগত থকা দীৰ্ঘস্বৰ সদায় হ্ৰস্ব হয় দ্য>জ্জ—তালিব্যীভৱন
পদৰ শেষৰ ব্যঞ্জন ৎ—ৰ লোপ +এয্য—প্ৰথম পু বিধিলিঙ
পৰস্মৈপদ একবচন প্ৰমত্ত হোৱা উচিত নহয়।
চৰে<OIA চৰেৎ—শব্দৰ শেষৰ ব্যঞ্জন ৎ লোপ হৈছে? আচৰণ কৰা
উচিত।
সেতি>OIA শেতে—শ>স পৰস্মৈপদ হৈছে বাস কৰা।
পৰম্হি<OIA পৰস্মিন্ পালিত স্ম>ম্হি অন্ত্যব্যঞ্জন ন্ ৰ লোপ।

(১ ) ন কহাপণ বস্সেন তিত্তি কামেসু বিজ্জতি
অপ্পসাদা দুকখা কামা ইতি বিঞ্ঞায় পণ্ডিতো।

( বুদ্ধ বৰ্গ )

**অনুবাদ**

স্বৰ্ণমুদ্ৰা বৰষিলেও কামনাৰ তৃপ্তি নহয় কামনাবোৰ সামান্য আৰু দুখ জনক ইয়াকে জানি মানুহ পণ্ডিত হয়।

**শব্দাৱলীৰ টোকা**

কহাপণ<OIA কাৰ্ষাপণ>কস্সাপণ>কহাপণ র্ষ>স্স ৰেফ লোপ হোৱাত ষ ( ষ>স ) দ্বিত হৈ স্স হৈছে আৰু পূৰ্বস্থিত দীৰ্ঘ স্বৰ (আ>অ) হ্রস্ব হৈ কস্সা (কস্সা>কহা) হৈছে স্বৰ্ণ মুদ্ৰা।

ৱস্সেন<OIA ৱৰ্ষেণ র্ষ>স্স ৰেফ লোপ হৈ (র্ষ>স) দ্বিত হৈছে বৰ্ষণ কৰা।

তিত্তি>OIA তৃপ্তি ঋ>ই প্ত>ত্ত—অসমান উচ্চাৰণৰ দুটা ব্যঞ্জনৰ সংযুক্ত হলে কোমল উচ্চাৰণৰ ব্যঞ্জনটো কঠিন উচ্চাৰণৰ বৰ্ণৰ সৈতে সমীভূত হয় সন্তুষ্ট।

কামেসু<OIA কামেষু ষ>স ৭মীৰ বহুবচন কামনাত।

বিঞ্ঞতি<OIA বিজ্ঞাতে জ্ঞ>ঞ্ঞ তে পৰস্মৈপদীত তি হৈছে হয়।

অপ্পস্সাদা>অল্পাস্বাদ ল্প>প্প—সমীভৱন স্ব>স্স—সমীভৱন কম সোৱাদ।

বিঞ্ঞায়<OIA বিজ্ঞায় জ্ঞ>ঞ্ঞ জানি।

(১৬) জয়ং ৱেৰং পসৱতি দুক্খ সেতি পৰাজিতো
উপসন্তো সুখ সেতি হিত্বা জয় পৰাজয় ।
( সুখ বৰ্গ )

**অনুবাদ**

জয় লাভে শত্রুতাৰ সৃষ্টি কৰে পৰাজিত জনে দুখেৰে কাল যাপন কৰে। যিজন জয়—পৰাজয় অতীত তেওঁ শান্ত হৃদয়ে সুখেৰে বাস কৰে।

**শব্দাৱলীৰ টোকা**

জয়ং—ক্লীৱলিঙ্গ হিচাপে—ব্যৱহাৰ হৈছে সংস্কৃত পুংলিঙ্গ।

ৱেৰং<OIA বৈৰম্ ঐ>এ ম্>ং শত্রুতা।

পসৰতি<OIA প্ৰসৰতি প্ৰ>প—পদৰ আদিস্থিত ৰ ফলাৰ লোপ সৃষ্টি কৰে বা জন্ম দিয়ে।

উপসন্তো<OIA উপশান্ত শ>স আ>অ—সংযুক্ত ব্যঞ্জনৰ পূৰ্বস্থিত দীৰ্ঘ হ্ৰস্ব হয়। >ও শান্ত।

সেতি<শেতে (পৰস্মৈপদ) শ>স আত্মনেপদীৰ তে তি হৈছে।

হিত্বা<OIA হিত্বা—ত্যাগ কৰি।

(১৭) আৰোগ গ পৰমা লাভা সন্তুট্ঠী পৰমং ধনং
বিস্সাস পৰমা ঞাতি নিব্বান পৰমং সুখং।

(সুখ বৰ্গ)

**অনুবাদ**

আৰোগ্যই পৰম লাভ সন্তোষেই পৰম ধন বিশ্বাসেই পৰম বন্ধু নিৰ্ব্বাণেই পৰম সুখ।

**শব্দাৱলীৰ টোকা**

আৰোগ গ<OIA আৰোগ্য গ্য>গ গ সমীভৱন সুস্থাৱস্থা।

সন্তুট্ঠী<OIA সন্তুষ্টি ষ্ট>ট্ঠ—উষ্মবৰ্ণৰ লগত সংযুক্ত হোৱা কাৰণে মহাপ্ৰাণলৈ ৰূপান্তৰিত হৈছে। পিছত ব্যঞ্জন থকা কাৰণে (সন্তুট ঠী পৰমং) পূৰ্ববৰ্তী স্বৰ দীৰ্ঘ হৈছে।

ঞাতি<OIA জ্ঞাতি জ্ঞ>ঞ ঞ্ঞ>ঞ—শব্দৰ আদিত যুক্ত ব্যঞ্জন নাথাকে।

(১৮) মা পিয়েহি সমাগঞ্ছি অপ পিয়েহি কুদাচনং
পিয়ানং অদস্সনং দুক্খং অপ পিয়ানঞ্চ দস্সনং।

(প্ৰিয় বৰ্গ)

**অনুবাদ**

প্ৰিয়ৰ সংগ ত্যাগ কৰা কেতিয়াও অপ্ৰিয়ৰ সংগ নলবা। প্ৰিয়লোকৰ অদৰ্শন আৰু অপ্ৰিয়লোকৰ দৰ্শন উভয়েই দু খজনক।

## শব্দাৱলীৰ টোকা

পিয়েহি<OIA প্রিয়েভি প্র>প—পদৰ আদিবর্ণত ৰ ফলা থাকিলে লোপ হয় ভ>হ পালিত মহাপ্রাণ বর্ণ 'হ হয় প্রিয়ৰ লগত।

সমাগচ্ছি<OIA সমাগচ্ছি—সম্ আ গম্+ই—মধ্যম পুৰুষৰ একবচন।

অপ পিয়েহি<OIA অপ্রিয়েভি প্র>প প শব্দৰ মধ্যত বা শেষত থকা ব্যঞ্জনৰ লগত ৰ ফলা থাকিলে সি লোপ হয় আৰু যি ব্যঞ্জনৰ লগত থাকে সেই ব্যঞ্জন দ্বিত হয় ভ>হ।

কদাচনং<OIA কদাচন ক্লীবলিঙ্গৰ শব্দৰ সাদৃশ্য অনুস্বাৰৰ আগম। কেতিয়াও

পিয়ানং<OIA প্রিয়াণং প্র>প আদিস্থিত ব্যঞ্জনত থকা ৰ ফলাৰ লোপ

অদস সনং<OIA অদর্শনম্ র্শ>স >স্স ৰেফ লোপ আৰু স দ্বিত হৈছে ম্>ং শব্দৰ শেষত হসন্ত ম থকাবাবে অনুস্বাৰ হৈছে।

অপ পিয়ানঞ্চ<OIA অপ্রিয়ানা চ প্র>প প নাং চ>নাঞ্চ>নঞ্চ যুক্ত ব্যঞ্জনৰ আগৰ দীর্ঘস্বৰ হ্রস্ব হয়।

(১৯) অক্কোধেন জিনে কোধং অসাধুং সাধুনা জিনে
জিনে কদৰিয়ং দানেন সচ্চেন অলিকবাদিন ।

( ক্রোধ বর্গ )

## অনুবাদ

অক্রোধৰদ্বাৰা ক্রোধক অসাধুক সাধুভাৱে কৃপণক দানেৰে আৰু মিছলীয়াক সত্যৰদ্বাৰা জয় কৰা উচিত।

## শব্দাৱলীৰ টোকা

অক্কোধেন<OIA অক্রোধেন ক্র>ক্ক শব্দৰ মাজৰ বর্ণত ৰ ফলা থাকিলে লোপ হয় আৰু যি বর্ণত ৰ ফলা থাকে সেই বর্ণ দ্বিত হয়। অক্কোধ +এন ( তৃতীয়াৰ একবচন ) আক্রোধৰদ্বাৰা।

কদৰিয়ং<OIA কদর্য্যম্ র্য্য>র্য>ৰিয়—ৰেফ য কাৰত থাকিলে সিহঁতৰ উভয়ৰ ঠাইত ৰিয় হয় ম্>ং পদৰ শেষত থকা হসন্ত ম্ অনুস্বাৰ হয়। কৃপণক।

সচ্চেন<OIA সত্যেন ত্য>চ্চ (তালব্যীভৱন) সচ্চ+এন (তৃতীয়াৰ একবচন) সত্যৰ দ্বাৰা।

অলিকৱাদিনং<OIA অলীকৱাদিনম্ মিছলীয়াক।

(২) ন তেন পণ্ডিতো হোতি যাৱতা বহু ভাসতি
খেমী অবেৰী অভয়ো পণ্ডিতো তি পৱুচ্চতি।
(ধাৰ্ম্মিক বৰ্গ)

**অনুবাদ**

বহু বক্তৃতাৰে কোনোৱে পণ্ডিত হব নোৱাৰে যিজন ক্ষমাশীল শত্ৰুহীন আৰু যি নিৰ্ভীক তেৱেঁই পণ্ডিত নামে অভিহিত হয়।

**শব্দাৱলীৰ টোকা**

হোতি>ভৱতি ভ>হ মহাপ্ৰাণ বৰ্ণ হ হয় অৱ>ও স্বিস্বৰ অৱ' আৰু অয়—এই দুটাৰ পালিত ব্যৱহাৰ নহয় অৱৰ ঠাইত ও হৈছে। হয়।

ভাসতি<OIA ভাসতি ভাষণ দিয়া।

খেমী<OIA ক্ষেমী ক্ষ>খ, ক্ষমাশীল।

অবেৰী>OIA অবৈৰী ঐ>এ (ঐ আৰু ঔ স্বৰদুটা পালিত ক্ৰমে এ আৰু ও লৈ ৰূপান্তৰিত হৈছে)। বৈৰীহীন।

অভয়ো<OIA অভয় >ও নিৰ্ভীক।

পৱুচ্চতি<OIA প্ৰোচ্যতে প্ৰ>প শব্দৰ আদি বৰ্ণত ৰ কাৰ থাকিলে লোপ হয় চ্য>চ্চ (সমীভৱন) প+উচ্চতি=পৱুচ্চতি পৰস্মৈপদ।

(২১) দূৰে সন্তো পকাসেন্তি হিমৱন্তো ৱ পব্বতো
অসন্তেত্থ ন দিস্ সন্তি ৰত্তিখিত্তা যথা সৰা।
(পকিন্ন বৰ্গ)

**অনুবাদ**

সাধুলোক হিমালয় পৰ্বতৰ দৰে দূৰৰ পৰাই প্ৰকাশ হয় কিন্তু অসৎ লোক ৰাতি নিক্ষেপ কৰা শৰৰ দৰে অদৃশ্য হৈ থাকে।

## শব্দাৱলীৰ টোকা

সন্তো<OIA সন্ত >ও সাধুলোক।

পকাসেন্তি<OIA প্রকাশয়ন্তি প্র>প শব্দৰ আদি স্বৰত থকা ৰ কাৰৰ লোপ শ>স অয়>এ—পালিত দ্বিস্বৰৰ ব্যৱহাৰ নাই। প্রকাশিত হয়।

হিমৱন্তো<OIA হিমৱন্ত >ও।

ৱ<OIA ইব দৰে নিচিনা।

পব্বতো<OIA পর্ব্বত র্ব্ব>ব্ব—পালিত তিনিটা ব্যঞ্জনৰ সংযোগ নহয় <ও।

অসন্তেত্থ—অসন্তো+এত্থ<OIA অসন্ত অত্র >ও অত্র>অত্থ (ব্যতিক্রম) অসাধু লোক।

দিস্সন্তি<OIA দৃশ্যন্তি ঋ>ই শ>স শ্য>স্স দেখা যায়।

বত্তি<OIA ৰাত্রি ত্র>ত্ত শব্দৰ মাজত বা শেষৰ বৰ্ণত ৰ কাৰ থাকিলে লোপ হয় আৰু যি বৰ্ণত ৰ কাৰ থাকে সি দ্বিত হয় আ>অ যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ সদায় হ্রস্ব হয়।

খিত্তা<OIA ক্ষিপ্তা ক্ষ>খ প্ত>ত্ত সমান উচ্চাৰণৰ দুটা ব্যঞ্জন সংযুক্ত হৈ থাকিলে প্রথমটো দ্বিতীয়টোৰ লগত সমীভূত হয়। নিক্ষেপ কৰা।

সৰা<OIA শৰা শ>স ইয়াত বিসর্গ লোপ হৈছে। শৰবোৰ।

(২২) সুখা মত্তেয্যতা লোকে অথো পেত্তেয্যতা সুখা
সুখা সামঞ্ঞতা লোকে অথো ব্রহ্মঞ্ঞতা সুখা।
(হস্তী বর্গ)

## অনুবাদ

জগতত মাতৃ সেৱা সুখকৰ পিতৃসেৱা সুখকৰ জগতত শ্রমণ আৰু ব্রাহ্মণ সেৱা সুখকৰ।

## শব্দাৱলীৰ টোকা

মত্তেয্যতা<OIA * মাত্রেয়তা ত্র>ত্ত শব্দৰ মাজৰ ব্যঞ্জনৰ লগত থকা ৰ কাৰৰ লোপ আৰু সেই ব্যঞ্জন দ্বিত আ>অ সংযুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰৰ হ্রস্বতা প্রৱণ য়>য় য (স্বাসাঘাত)—মাতৃসেৱা।

পেত্তেয্যতা<OIA *পৈত্ৰেয়তা ঐ>এ ঐ স্বৰৰ ব্যৱহাৰ পালিত নাই
ত্ৰ>ত্ত ৰ কাৰ যুক্ত ব্যঞ্জন দ্বিত আৰু ৰ কাৰৰ লোপ য়>য্য (শ্বাসাঘাত),
—পিতৃসেৱা ।

সামঞ্ঞতা<OIA *শ্ৰামণ্যতা শ্ৰ>স শব্দৰ আদি বৰ্ণৰ ৰ কাৰৰ লোপ
শ>স ণ্য>ঞ্ঞ —শ্ৰমণ সেৱা ।

ব্ৰহ্মঞ্ঞতা<OIA ব্ৰাহ্মণ্যতা আ>অ সংযুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰৰ
হ্ৰস্বতা প্ৰৱণ ণ্য>ঞ্ঞ ব্ৰহ্ম>ব্ৰহ্ম ( ব্যতিক্ৰম )—ব্ৰাহ্মণ সেৱা ।

(২৩) চক্খুনা সংৱৰো সাধু সাধু সোতেন সংৱৰো
ঘানেন সংৱৰো সাধু সাধু জিব্হায় সংৱৰো ।

( ভিক্খু বৰ্গ )

**অনুবাদ**

চকুৰ সংযম হিতকৰ ( সাধু ) কাণৰ সংযম হিতকৰ ঘ্ৰাণ সংযম উত্তম, জিভাৰ সংযম উত্তম ।

**শব্দাৱলীৰ টোকা**

চক্খুনা<OIA চক্ষুষা ক্ষ>ক্খ—চক্খু পালিত তৃতীয়াৰ একবচন না
চক্খু+না=চক্খুনা চকুৰে বা চকুৰ দ্বাৰা ।

সংৱৰো<OIA সম্বৰ >ও সংযম ।

সোতেন<OIA শ্ৰোত্ৰেন শ্ৰ>স শ>স আদি বৰ্ণৰ ৰ কাৰৰ লোপ
ত্ৰ>ত্ত>ত—দুটা একে ধ্বনি থাকিলে এটা লোপ হয় কানেৰে ।

ঘানেন<OIA ঘ্ৰাণেণ ঘ্ৰ>ঘ আদি বৰ্ণৰ ৰ কাৰৰ লোপ ণ>ন ঘ্ৰাণৰ দ্বাৰা ।

জিব্হায়<জিহ্বায় জিহ্বা>জিব্হা ( বৰ্ণ বিপৰ্যয় ) তৃতীয়াৰ একবচন স্ত্ৰীলিঙ্গ
জিভাৰ দ্বাৰা ।

(২৪) কায়েন সংৱৰো সাধু সাধু বাচায় সংৱৰো
মনসা সংৱৰো সাধু সাধু সব্বত্থ সংৱৰো ।

( ভিক্খু বৰ্গ )

**অনুবাদ**

দৈহিক সংযম উত্তম বাক্ সংযম উত্তম চিন্তাৰ ( মানসিক ) সংযম উত্তম সকলো ক্ষেত্ৰতে সংযমী হোৱা ভাল।

**শব্দাৱলীৰ টোকা**

কায়েন<OIA কায়েণ ণ>ন শৰীৰেৰে।

বাচায়<OIA বাচায় বচনেৰে।

মনসা<OIA মনসা মনেৰে।

সব্বথ<OIA সৰ্ব্বত্ৰ ৰ্ব্ব>ব্ব পালিত তিনি ব্যঞ্জনৰ সংযোগ নহয় ত্ৰ>থ (ব্যতিক্ৰম) সকলো ক্ষেত্ৰতে।

(২৫) যস্স কায়েন বাচায় নত্থি মনসা দুক্কতং
সংবুতং তীহি ঠানেহি তম্‌হং ব্ৰূমি ব্ৰাহ্মণ ।

**অনুবাদ**

যি জনৰ দেহ বাক্য আৰু মনত পাপ নাই যিজন এই তিনিও ক্ষেত্ৰতে সংযমী তেওঁকেই মই ব্ৰাহ্মণ বোলো।

**শব্দাৱলীৰ টোকা**

যস্স<OIA যস্য স্য>স্স—সমীভৱন।

দুক্কতং<OIA দুষ্কৃতম্ ষ্ক>স্ক>ক্ক পালিত তিনিটা ব্যঞ্জনৰ সংযোগ নহয় পদৰ শেষত থকা হসন্ত ম্ ৰ ঠাইত অনুস্বাৰ পাপ

সংবুতং<OIA সংবৃতম ঋ>উ শব্দৰ শেষত থকা হসন্ত ম্ ৰ ঠাইত অনুস্বাৰ সংযম।

তীহি<OIA ত্ৰীভি ত্ৰ>ত—শব্দৰ আদি ব্যঞ্জনৰ লগত থকা ৰ কাৰৰ লোপ ভ>হ ত্ৰি বা তিনি।

ঠানেহি<OIA স্থান স্থ>থ>ঠ শব্দ অতি স্থানত মাত্ৰ একক ব্যঞ্জন বৰ্ণহে ব্যৱহাৰ হয় আৰু মূৰ্দ্ধণ্যীভৱন ঠান+ওৱাৰ বহুবচন—হি।

ব্ৰূমি<OIA ব্ৰবীমি ক্ষেত্ৰ বিশেষে শব্দৰ আদি ব্যঞ্জন বৰ্ণত থকা ৰ ফলাৰ স্থিতি। মই কওঁ।

(২৬) ন জটাহি ন গোত্তেহি ন জচ্চা হোতি ব্ৰাহ্মণো
যম্‌হি সচ্চংচ ধম্মো চ সো সুচী সো চ ব্ৰাহ্মণো।
(ব্ৰাহ্মণ বৰ্গ)

**অনুবাদ**

জটাৰ গোত্ৰ আৰু জাতিৰ দ্বাৰা কোনো ব্ৰাহ্মণ নহয় যিজনত সত্য আৰু ধৰ্মত আছে তেৱেঁই পবিত্ৰ তেৱেঁই ব্ৰাহ্মণ।

**শব্দাৱলীৰ টোকা**

জটাহি<OIA জটাভি জটা+তৃতীয়াৰ বহুবচন—হি (ভি) জটাৰ দ্বাৰা

গোত্তেহি<OIA গোত্ৰ ত্ৰ>ত্ত শব্দৰ আদি ভিন্ন ব্যঞ্জন বৰ্ণৰ লগত ৰ ফলা থাকিলে লোপ আৰু ৰ ফলা যুক্ত ব্যঞ্জনৰ দ্বিত গোত্ত+তৃতীয়াৰ বহুবচন—এহি গোত্ৰৰ দ্বাৰা

জচ্চা<OIA জাত্যা ত্য>চ্চ তালব্যীভৱন আ>অ যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰৰ হ্ৰস্বতা প্ৰৱণ জাতিৰ দ্বাৰা।

যম্‌হি<OIA যস্মিন্ স্ম>ম্‌হি (বৰ্ণ বিপৰ্য্যয়) অন্ত্য হসন্ত ব্যঞ্জন ন্ ৰ লোপ যাৰ ভিতৰত।

সচ্চং<OIA সত্যম্ ত্য>চ্চ তালব্যীভৱন অন্ত্য হসন্ত ম্ ৰ ঠাইত অনুস্বাৰ সত্য।

সো<OIA স >ও তেওঁ সোচ তেৱেঁই।

(২৭) ধম্ম চৰে সুচৰিতং ন তং দুচ্চৰিতং চৰে
ধম্মচাৰী সুখং সেতি অস্মিং লোকে পৰম্‌হি চ।
(লোক বৰ্গ)

**অনুবাদ**

সজ ধৰ্ম আচৰণ কৰা উচিত অধৰ্ম আচৰণ কৰা অনুচিত। ধৰ্ম আচৰণ কৰা লোকে ইহ আৰু পৰলোকত সুখেৰে থাকে।

**শব্দাৱলীৰ টোকা**

দুচ্চৰিতং<দুশ্চৰিতম্ (দু +চৰিতম্) শ্চ>চ্চ—সমীভৱন ম্>ং অন্ত্য হসন্ত ম্ কাৰৰ ঠাইত অনুস্বাৰ, অধৰ্ম পাপ কাম।

চবে<চবেৎ—অন্ত্য ব্যঞ্জনৰ লোপ বিধিলিঙ যাৎ প্ৰথম পুৰুষ একবচন।
অস্মিং<অস্মিন্ অন্ত্য ব্যঞ্জনৰ লোপ আৰু তাৰ ঠাইত অনুস্বাৰ।
পৰম্হি<পৰস্মিন্ পালিত স্মি >ম্হি হয়।

(২৮) যথা বুব্বলকং পস্সে যথা পস্সে মৰীচিকং
এবং লোকং অবেক্খন্তং মচ্চ ৰাজা ন পস্সতি।
( লোক বৰ্গ )

### অনুবাদ

পৃথিবীক পানীৰ বুৰবুৰণি যেন দেখা উচিত ইয়াক মৰীচিকাৰ দৰে ভাবা উচিত। যিজনে পৃথিবীক এইদৰে ভাবে তেওঁক মৃত্যুৰ ৰজাই (যমৰজা) দেখা নাপায়।

### শব্দাৱলীৰ টোকা

বুব্বলকং<OIA বুদ্বুদকম্ দ্ব>ব্ব সামান উচ্চাৰণ দুটা ব্যঞ্জনৰ প্ৰথমটো দ্বিতীয়টোৰ লগত সমীভৱন দ>ড়>ল অন্ত্য ম্> বুৰবুৰণি।
পস্সে<OIA পশ্যেৎ শ>স শ্য>স্স অন্ত্যব্যঞ্জনৰ লোপ প্ৰথম পুৰুষৰ এক বচন দেখা উচিত।
লোকং<OIA লোকম্ পদৰ শেষত থকা হসন্ত ম্ ৰ ঠাইত অনুস্বাৰ পৃথিবীখনক।
এবং<OIA এৱম্ পদৰ শেষত থকা হসন্ত ম্ ৰ ঠাইত অনুস্বাৰ
অবেক্খন্তং<OIA এবেক্ষন্ত ক্ষ—ক্খ চায়।
মচ্চৰাজা—মচ্চ +ৰাজা মচ্চ >মৃত্যু ঋ>অ ত্য >চ্চ তালব্যীভৱন যমৰাজা।

(২৯) এথ পস্সথিমং লোক চিত্তং ৰাজৰথূপমং
যথ বালা বিসীদন্তি নথি সঙ্গো বিজানতং।
( লোক বৰ্গ )

### অনুবাদ

আহা বিচিত্ৰ ৰাজপথ সদৃশ এই জগতখনক চোৱাহি। ইয়াত মূৰ্খলোকে আকৃষ্ট হয় কিন্তু জ্ঞানীসকল তাত আসক্ত নহয়।

### শব্দাৱলীৰ টোকা

এথ পস্ সথ<OIA এত পশ্যত ত>থ—মহাপ্ৰাণীভৱন শ্য>স্য>স্স+লোট
থ আছ চোৱা

চিত্তং<OIA চিত্ৰম্ ত্ৰ>ত্ত মধ্যস্থিত ব্যঞ্জনৰ লগত থকা ৰ কাৰৰ লোপ
আৰু সেই ব্যঞ্জন দ্বিত পদান্ত হসন্ত ম্ ৰ ঠাইত অনুস্বাৰ বিচিত্ৰ।

ৰাজৰথূপমং<OIA ৰাজৰথ+উপমং পালি সন্ধিমতে পূৰ্ববৰ্তী স্বৰ লোপ
আৰু পিছৰ স্বৰৰ দীৰ্ঘতা লাভ ৰাজপথৰ দৰে বা নিচিনা।

বালা=মূৰ্খসকল বহুবচন।

সঙ্গো<সঙ্গঃ >ও বন্ধন।

বিজানতং<OIA বিজানতাম্ আ+ম অনুস্বাৰৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ হ্ৰস্ব হয়
ম্>ং জ্ঞানীসকল।

লোকং<লোকম্ পদান্ত হসন্ত ম্ ৰ পৰিবৰ্তে অনুস্বাৰ জগৎ।

(৩) যস্স পাপং কতং কম্মং কুসলেন পিথীয়তি
সো ইমং লোকং পভাসেতি অব্ভা মুত্তো ৰ চন্দিমা।
(লোক বৰ্গ)

### অনুবাদ

যাৰ পূৰ্বকৃত পাপকৰ্মবোৰক কুশল কৰ্মই ঢাকি ধৰে তেওঁ মেঘৰ পৰা মুক্ত হোৱা চন্দ্ৰৰ দৰে জগত পোহৰ কৰে।

### শব্দাৱলীৰ টোকা

কুসলেন<OIA কুশলেন শ>স সৎ কৰ্মৰ দ্বাৰা।

পিথীয়তি<OIA অপিধীয়তে ধাতাধাতৰ অভাৱত আদি স্বৰ অ ৰ লোপ
ধ>থ আত্মনেপদৰ ঠাইত পৰস্মৈপদ হৈছে ঢাক খাই যায়।

পভাসেতি<OIA প্ৰভাসয়তি প্ৰ<প পদৰ আদি ব্যঞ্জন যুক্ত ৰ কাৰৰ লোপ
অয়>এ পালিত দ্বি স্বৰৰ ব্যৱহাৰ নাই আলোকিত কৰে।

অব্ভা<OIA অভ্ৰাৎ ভ্ৰ<ৰ ভ অন্ত্য ব্যঞ্জনৰ লোপ মেঘৰ পৰা।

মুত্তো<OIA মুক্ত >ও মুক্ত।

চন্দিমা<OIA চন্দ্ৰিমা দ্ৰ>ন্দ পালিত তিনিটা যুক্ত ব্যঞ্জনৰ প্ৰয়োগ নাই।

(৩১) অন্ধভূতো অয়ং লোক
তনুকে থ বিপস্সতি
সকুন্তো জালমুত্তো ব
অপ্পো সগ গায় গচ্ছতি।

( লোক বর্গ )

**অনুবাদ**

এই পৃথিবীখন অন্ধকাৰময় ইয়াত অতি কম লোকেই দেখা পায় আৰু জালৰ পৰা মুক্ত হোৱা চৰাইৰ দৰে অতি কম সংখ্যক লোকেহে স্বৰ্গলৈ যায়।

**শব্দাৱলীৰ টোকা**

অন্ধভূতো<অন্ধভূত <ও অন্ধকাৰময়
তনুকে থ—তনুকো+এথ সন্ধিৰ নিয়ম মতে পূৰ্ব স্বৰৰ লোপ।
বিপস্সতি<OIA বিপশ্যতি শ্য>স্য>স্স ৰ যুক্ত ব্যঞ্জন ধ্বনিৰ সমীভৱন ভালদৰে দেখে।
সকুন্তো<OIA শকুন্ত শ>স >ও চৰাই।
জালমুত্তো<OIA জালমুক্ত ক্ত>ত্ত অসমান উচ্চাৰণৰ দুটা সংযুক্ত ব্যঞ্জন বৰ্ণৰ সমীভৱনৰ ফলত প্ৰথমটো দ্বিতীয়টোৰ লগত সমীভূত >ও জালৰ পৰা মুক্ত।
সগ গায়<OIA স্বৰ্গায় স্ব>স পদৰ আদি বৰ্ণত যুক্ত ব কাৰৰ লোপ ৰ্গ>গ গ শব্দৰ মাজৰ ব্যঞ্জনত ৰেফ থাকিলে লোপ আৰু সেই ব্যঞ্জনৰ দ্বিত স্বৰ্গলৈ।

(৩২) একং ধম্মং অতীতস্স
মুসাৱাদিস্স জন্তুনো
বিতিণ্ন পৰলোকস্স
নত্থি পাপং অকাৰিয়াং।

( লোক বর্গ )

**অনুবাদ**

যি লোকে একমাত্ৰ সত্য ধৰ্ম পৰিত্যাগ কৰি মিছা কথা কয় আৰু পৰলোক বিশ্বাস নকৰে জগতত তেওঁৰ অকাৰ্য পাপ একো নাই।

**শব্দাৱলীৰ টোকা**

ধম্মং < OIA ধৰ্ম্মং ৰ্ম > ম্ম পালিত তিনিটা ব্যঞ্জনৰ সংযোগ নহয়

অতীতস্স < OIA অতীতস্য স্য > স্স য যুক্ত ব্যঞ্জন ধ্বনিৰ সমীভৱন

মুসাৱাদিস্স < OIA মৃষাৱাদিন ঋ > উ ষ > স অকাৰন্ত শব্দৰ দৰে ষষ্ঠীৰ একবচন স্স হৈছে মিছা কোৱাজনৰ।

জন্তুনো < OIA জন্তুন > ও জন্তুৰ।

অকাৰিয়ং < OIA অকাৰ্য্যং ৰ্য্য > ৰিয় ৰেফ য কাৰত থকা কাৰণে উভয়ে মিলি ৰিয় হৈছে পাপ কাম।

ৱিতিণ্ণ < OIA ৱিতীৰ্ণ ঈ > ই স যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘ স্বৰ হ্ৰস্ব হৈছে ৰ্ণ > ণ্ণ শব্দৰ শেষত ব্যঞ্জনত ৰেফ থাকিলে ৰেফ লোপ হয় আৰু ব্যঞ্জনটো দ্বিত হয়।

পৰলোকস স < OIA পৰলোকস্য স্য > স স ষষ্ঠীৰ একবচন।

(৩৩) ন বে কদৰিয়া দেৱলোকং ৱজন্তি
বালা হৱে নপ পংসন্তি দানং
ধীৰো চ দানং অনুমোদমানো
তেন ৱ সো হোতি সুখী পৰথ।

(লোক বৰ্গ)

**অনুবাদ**

কৃপণে দেৱলোকলৈ যাব নোৱাৰে মূৰ্খলোকে দানৰ প্ৰশংসা নকৰে। পণ্ডিতলোকে দানৰ প্ৰশংসা কৰি ইয়াৰ পৰাই পৰলোকত তেওঁ সুখেৰে বাস কৰে।

## শব্দাৱলীৰ টোকা

কদৰিয়া<OIA কদৰ্য্যা ৰ্য্য>ৰিয় য কাৰত ৰেফ থকাত উভয়ে মিলি ৰিয় হৈছে কৃপণ।

ৱজন্তি<OIA ৱ্ৰজন্তি ৱ্ৰ>ৱ শব্দৰ আদি ব্যঞ্জনত ৰ কাৰ থাকিলে লোপ হয়, যায়।

হৱে<OIA হৱৈ ঐ>এ পালিত ঐ স্বৰৰ পৰিৱৰ্তিত ৰূপ এ হৈছে নিশ্চয়।

নপ পস সন্তি<OIA ন+প্ৰশংসন্তি প্ৰ>পপ মধ্যস্থিত ব্যঞ্জনৰ ৰ ফলাৰ লোপ আৰু দ্বিত শ>স প্ৰশংসা নকৰে।

ধীৰো<OIA ধীৰ >ও পণ্ডিত বা জ্ঞানী লোক।

অনুমোদমানো<OIA অনুমোদমান >ও প্ৰশংসা কৰি।

পৰত্থ<OIA পৰত্ৰ ত্ৰ>ত্থ (ব্যতিক্ৰম)।

(৩৪) পথব্যা একৰজ্জেন
সগ গস্‌স গমনেন বা
সব ৰলোকাধিপচ চেন
সোতাপত্তি ফলং ৱৰং।

( লোক বৰ্গ )

**অনুবাদ :**

পৃথিবীৰ একাধিপত্যতা স্বৰ্গ গমণ বা সৰ্বলোকৰ অধিপতি হোৱাতকৈ স্ৰোতাপত্তি ৰ ফল শ্ৰেষ্ঠ।

## শব্দাৱলীৰ টোকা

পথব্যা<OIA পৃথিব্যা ঋ>অ ই>অ—ষষ্ঠীৰ একবচন পৃথিবীৰ।

একৰজ্জেন<OIA একৰাজ্যেণ আ>অ যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰৰ হ্ৰস্বতাপ্ৰৱণ জ্য>জ্জ সমান উচ্চাৰণৰ সংযুক্ত ব্যঞ্জন ধ্বনিৰ সমীভৱন তৃয়াৰ একবচন ন একাধিপত্যতাতকৈ।

সগ্গস্স<OIA স্বৰ্গস্য স্ব>স পালিত শব্দৰ আদিত যুক্ত ৱ কাৰৰ লোপ ৰ্গ>গ্গ মধ্যস্থিত ব্যঞ্জন ধ্বনিৰ ওপৰত থকা ৰেফৰ লোপ আৰু সেই ধ্বনি দ্বিত্ব হয় স্য>স্স য কাৰ যুক্ত ব্যঞ্জনধ্বনিৰ সমীভৱন স্বৰ্গলৈ

সব্ব<OIA সৰ্ব্ব ৰ্ব্ব<ৰ্ব পালিত তিনিটা ব্যঞ্জনৰ সংযোগ নহয়।

লোকাধিপচ্চেন<OIA লোকাধিপত্যেণ ত্য>চ্চ ণ>ন।

সোতাপত্তি<OIA স্রোতাপত্তি স্র>স শব্দৰ আদি বৰ্ণত থকা ৰ কাৰৰ লোপ নিৰ্ব্বাণ সোঁতত পতিত। স্রোতাপত্তি মাৰ্গ লাভ কৰিলে জীৱই আৰু সাতবাৰ মৰ্ত্যত জন্ম গ্ৰহণ কৰিব লাগে বৌদ্ধ সাধন মাৰ্গৰ প্ৰথম স্তৰ।

ফলং<OIA ফলম্ ম>ং পদৰ শেষত থকা হসন্ত ম ৰ ঠাইত ং হয়।

---

## খৰোষ্ঠী ধম্মপদ

### অপ্রমাদ—ৰতি ভিক্ষুধৰ্ম্ম

উত্তৰ পশ্চিম আৰু পশ্চিম এচিয়াৰ বাহিৰে প্ৰায় সমগ্ৰ এচিয়া মহাদেশতে বৌদ্ধ ধৰ্মৰ প্ৰভাব যথেষ্ট শক্তিশালী হৈ উঠিছিল। সেই অঞ্চলবোৰত বৌদ্ধ ধৰ্মৰ গ্ৰন্থ সমূহৰ সমাদৰ আৰু চৰ্চ্চা এক নিয়ত প্ৰৱাহত চলি আছিল। বৌদ্ধ শাস্ত্ৰ আৰু বুদ্ধদেৱৰ বাণী সমূহৰ আঞ্চলিক ভাষা সমূহত ভাঙনি হোৱাটোৱেই ইয়াৰ প্ৰমাণ দিয়ে। ধম্মপদৰ গাথা সমূহো চীনা আদি ভাষাত অনুবাদ কৰা হৈছিল। মধ্য এচিয়াৰ খোটান অঞ্চলত খৰোষ্ঠী লিপিত ৰচনা এখন ধম্মপদ পোৱা গৈছে। এইখনকে খৰোষ্ঠী ধম্মপদ বোলা হয় কিছুমানে ইয়াক খোটান ধম্মপদ বুলিও কয়। খোটান ধম্মপদৰ ভাষাটো উত্তৰ পশ্চিমাৰ লগত যথেষ্ট মিল আছে। খ্ৰীষ্টীয় প্ৰথম শতিকামানত ৰচিত খৰোষ্ঠী ধম্মপদৰ ভাষাত যুক্ত বা যুগ্ম ব্যঞ্জনক প্ৰায়েই একক ৰূপত দেখা যায়। অল্পপ্ৰাণ আৰু মহাপ্ৰাণ বৰ্ণৰ মাজত সংযুক্ত হলে মহাপ্ৰাণ বৰ্ণৰহে স্থিতিমাত্ৰ থাকে। দীৰ্ঘস্বৰৰ প্ৰয়োগ নাইকিয়া হৈ গৈছে। ড সুকুমাৰ সেনে উত্তৰ পশ্চিমাৰ প্ৰধান বিশেষত্ব পাচটা বুলি উল্লেখ কৰিছে। যেনে

(১) ৰ কাৰ আৰু স কাৰ যুক্ত ব্যঞ্জন ধ্বনিৰ স্থিতি যেনে
প্ৰি স্ত্ৰিয়ক অস্তি।

(২) য ফলা যুক্ত ব্যঞ্জন ধ্বনিৰ সমীভৱন। যেনে
কৰ্ত্তব্য >কটবো=কট্টব্বো
কল্যাণম্ >কলণং=কল্লাণং

(৩) স্ম ম্ব>স্প যেনে
বিনীতস্মিন্ >বিনিতস্পি
স্বামীকেন>স্পামিকেন।

(৪) শ কাৰ আৰু কেতিয়াবা ষ কাৰৰ স্থিতি।

(৫) ষ্ব প্ৰত্যয়ৰ অৰ্থত স্ত্ৰী প্ৰত্যয়ৰ ব্যৱহাৰ যেনে
ভ্ৰশেতি তিস্তিতি ইত্যাদি।
ইয়াৰ বাহিৰেও

(৬) ঘোষবৎ বৰ্ণৰ ঠাইত অঘোষ বৰ্ণৰ প্ৰয়োগ দেখা যায়। যেনে
সমাগতা >সমকত।

(৭) সঘোষ পৃষ্ঠ বৰ্ণৰ আদিস্থিত নাসিক্য বৰ্ণৰ লোপ হয়। যেনে
দুঃখস্তান্তম্ >দুখসদ।

(৮) স্ম স্ব হিচাপেও ব্যৱহাৰ হোৱাটো খৰোষ্ঠী পৰিলক্ষিত হোৱা দেখা যায়। যেনে
অনুস্মৰৎ >অনুস্বৰো।
কিছুমানে এই প্ৰাকৃতৰ নাম গান্ধাৰী বুলি কৈছে।
তলত ইয়াৰ মূল পাঠৰ পৰিচয় দাঙি ধৰা হ ল।

(১) অপ্ৰমদ প্ৰশজতি প্ৰমদু গৰহিতু জদ।

**অনুবাদ**

অপ্ৰমাদক প্ৰশংসা কৰে প্ৰমাদ সদায় নিন্দনীয়।

**শব্দাৱলীৰ টোকা**

প্ৰশজতি< OIA প্ৰশংসতি >প্ৰশংস সতি স স >স—খৰোষ্ঠী লিপিতে সংযুক্ত ব্যঞ্জনৰ একক প্ৰৱণতা স >জ—স কাৰৰ উষ্মীভৱন খৰোষ্ঠীৰ বিশেষত্ব। পূৰ্বস্থিত ঘোষবৎ পৃষ্ঠ ব্যঞ্জনৰ (९) লোপ প্ৰশংসা কৰা।

গৰহিতু< OIA গৰ্হিত ৰ্হ >ৰহ ৰেফ হ কাৰ থাকিলে ৰ হয় >উ অকাৰন্ত শব্দৰ প্ৰথমাৰ একবচনত উ নিন্দনীয়।

অপ্ৰমদ< অপ্ৰমাদম্ আ >অ দীৰ্ঘস্বৰ আৰু হ্ৰস্বস্বৰৰ অভেদ বা দীৰ্ঘস্বৰবোৰ হ্ৰস্বৰূপে ব্যৱহাৰ সচেতনতা।

প্ৰমদু< প্ৰমাদ আ< অ দীৰ্ঘস্বৰৰ হ্ৰস্বতা প্ৰৱণ অকাৰন্ত শব্দৰ প্ৰথমাৰ একবচনত< উ পাপ দোষত্ৰুটি।

জদ< OIA সদা স >জ স কাৰৰ উষ্মীভৱন খৰোষ্ঠীৰ বিশেষত্ব আ >অ দীৰ্ঘস্বৰৰ হ্ৰস্বতা প্ৰৱণ সদায়।

(২) হিণ ধম ন জেব অ প্ৰমদেণ ন জবজি
মিছদিঠি ন বোয় অ জি অ লোক ৱঢ়নো।

**অনুবাদ**

হীন ধৰ্মৰ আশ্ৰয় নলবা প্ৰমত্ত হৈ জীৱন যাপন নকৰিবা মিছা দৃষ্টিত ৰুচি প্ৰকাশ নকৰিবা লোকসমাজত নিজকে ডাঙৰ বুলি প্ৰকাশ নকৰিবা ( অৰ্থাৎ নিজকে গৰ্ব অহঙ্কাৰ আদি কু প্ৰবৃত্তিৰ দ্বাৰা নিয়ন্ত্ৰিত নকৰিবা )।

**শব্দাৱলীৰ টোকা**

হিণ ধম<হীনধৰ্মম —দীৰ্ঘস্বৰৰ হ্ৰস্বতাপ্ৰৱণ অন্ত্য হমন্ত 'ম —ৰ লোপ

জেব অ<OIA সেৱয়েৎ>সেৱেত স>জ স্বৰ মধ্যস্থ ত ৰ লোপ সেৱা কৰা উচিত।

জবজি<OIA সম্বসেৎ (সংবসেৎ) স>জ ঘোষবৎ ( পৃষ্ঠ ব্যঞ্জন ধ্বনিৰ পূৰ্ব স্থিত অনুস্বাৰৰ লোপ প্ৰথম পুৰুষ একবচন। সংবৎসেৎ>জংবজে >জবজি পদান্ত এ>ই হৈছে যাপন কৰা উচিত।

মিছদিঠি<OIA মিথ্যা দৃষ্টি ( মিচ্ছা দিট্‌ঠি ) থৰোষ্ঠীত যুক্ত ব্যঞ্জন একক হয় দীৰ্ঘস্বৰ হ্ৰস্ব হয় গতিকে চ্ছা>ছ দিট্‌ঠি>দিঠি মিছা দৃষ্টি।

বোয় অ<OIA বোচয়েৎ—বোচেত চ ৰ লোপ আৰু তাৰ ঠাইত য় হৈছে স্বৰ মধ্যস্থ ত ৰ লোপ হৈ কেৱলমাত্ৰ স্বৰ স্থিতি ৰুচি প্ৰকাশ কৰা উচিত।

জি অ<OIA স্যাৎ>সিঅ স্বৰভক্তি স>জ হোৱা উচিত।

লোক ৱঢ়ণো<OIA লোকবৰ্দ্ধণ >লোকবড্‌ঢনো র্দ্ধ>ড্ঢ>ঢ় >ও আনতকৈ নিজক ডাঙৰ কৰা।

(৩) যো দু পুৰি প্ৰমজতি পছ সু ন প্ৰমজতি
সো ইদ লোকু ওহজেদি অভা মুক্তো ব সুৰি উ।

**অনুবাদ**

যি লোক আগতে প্ৰমত্ত হৈ থাকি পিছত অপ্ৰমাদী হয় তেওঁ মেঘৰ পৰা মুক্ত হোৱা সূৰ্য্যৰ দৰে জগতত দীপ্তিমান হয়।

**শব্দাৱলীৰ টোকা**

ত্থ্>তু ত>দ।

পুব্বি<OIA পূৰ্ব্বে ৰ্ব্ব>ব্ব>ব—যুক্ত বা যুগ্ম ব্যঞ্জনৰ একক প্ৰয়োগ উ>উ হ্ৰস্ব আৰু দীৰ্ঘস্বৰৰ পাৰ্থক্য থেৰোষ্ঠীত মানি চলা নহয় অন্ত্য এ কাৰ ই লৈ ৰূপান্তৰিত আগতে।

প্ৰমজতি<OIA প্ৰমাদ্যতি দ্য>জ্জ (তালব্যীভৱন)>জ যুগ্ম ব্যঞ্জনৰ একক প্ৰয়োগ ৰ ফলা যুক্ত ব্যঞ্জনৰ স্থিতি থেৰোষ্ঠীৰ বিশেষ লক্ষণ আ>অ হ্ৰস্ব দীৰ্ঘস্বৰৰ পাৰ্থক্য হীনতা লিপ্তহোৱা।

পছ<OIA পশ্চাৎ শ্চ>চ্ছ>ছ অল্পপ্ৰাণ আৰু মহাপ্ৰাণ সংযুক্ত বৰ্ণৰ মাত্ৰ মহাপ্ৰাণ বৰ্ণৰহে স্থিতি থেৰোষ্ঠীৰ বৈশিষ্ট্য অন্ত্য ব্যঞ্জন ৎ ৰ লোপ দীৰ্ঘস্বৰ আ হ্ৰস্ব হৈছে পিছত।

ওহজেদি<OIA অৱভাসয়তি অৱ>ও দ্বি স্বৰৰ প্ৰয়োগ পালিত নাই ভ>হ মহাপ্ৰাণ বৰ্ণৰ হ ত পৰিণত স>জ অয়>এ দ্বি স্বৰৰ প্ৰয়োগ নাই ত>দ পোহৰ কৰে।

অভ<OIA অভ্ৰাৎ ভ্ৰ>ব ভ>ভ যুক্ত ব্যঞ্জনৰ ঠাইত একক ব্যঞ্জনৰ প্ৰয়োগ থেৰোষ্ঠীৰ বৈশিষ্ট্য আ>অ অন্ত ৎ ব্যঞ্জনৰ লোপ পঞ্চমীৰ এক বচন মেঘৰ পৰা।

মুত্তো<OIA মুক্ত ক্ত>ত্ত>ত যুগ্ম ব্যঞ্জনৰ ঠাইত একক ব্যঞ্জনৰ প্ৰয়োগ >ত্ত মুক্ত।

সুৰি উ<OIA সূৰ্য্য >ৰ্য>ৰিঅ ৰেফ য কাৰত থাকিলে উভয়ৰ ঠাইত ৰিয় (অ) হয় উ>উ সুৰি য়>সুৰি উ

ইদ>ইদম অন্ত্য হসন্ত ম ৰ লোপ এই।

লোকু<লোকম অন্ত হসন্ত ম ৰ লোপ অ কাৰান্ত শব্দৰ দ্বিতীয়বাৰ এক বচনত উ এই জগতত পৃথিবীত।

(৪) অৰহধ নিথমধ যুজথ বুধ—শশণে
ধুণথ মুচুণো জেন নড়কৰ ব কুঞ্জৰ।

**অনুবাদ**

যোগ্য বা উপযুক্ত হোৱা ( পৰম সুখ লাভ যোগ্য বা উপযুক্ত )
নিৰ্গত হোৱা ( বুদ্ধই ঘৰ সাৰ পৰিত্যাগ কৰি নিৰ্গত হোৱাৰ দৰে

সংসাৰৰ মায়া মোহৰ পৰা আতৰ হোৱা ), বুদ্ধৰ আদেশ পালন কৰা হাতীয়ে যিদৰে নল খাগৰী বনক দূৰত নিশ্চিহ্ন কৰি পেলাই দিয়ে সেইদৰে তুমি মৃত্যু সেনাক দূৰলৈ নিক্ষেপ কৰা।

### শব্দাৱলীৰ টোকা

অৰহধ<OIA অৰ্হত র্হ>ৰহ স্বৰভক্তি যোগ্য বা উপযুক্ত হোৱা মধ্যম পুৰুষ বহুবচন।

নিখমধ<OIA নিষ্ক্রাম ষ্ক্র>ক তিনিটা যুক্ত ব্যঞ্জনৰ প্ৰয়োগ নাই ক>কৃখ <খ যুক্ত ব্যঞ্জনৰ একক ৰূপ খৰোষ্ঠীৰ বৈশিষ্ট্য আ>অ নিমখ+লোট —ধ অতিক্রম কৰা।

যুজধ— √যুজ +ধ নিযুক্ত হোৱা।

ধুণধ— √ধূণ +ধ দূৰলৈ নিক্ষেপ কৰা।

মৃচুণো<OIA মৃত্যো ত্য>চ্চ>চ যুগ্ম যুক্ত ব্যঞ্জনৰ একক ৰূপ খৰোষ্ঠীৰ বৈশিষ্ট্য ঋ>উ মৃচু+ ষ্ঠীৰ একবচন ণো মৃত্যুৰ।

জেণ<OIA সেনা স>জ ঘোষীভৱন আ>অ।

নড়কৰ<OIA নল গৃহম্>নলগৰ>নলকৰ ল>ড় গ>ক ঘোষবৰ্ণৰ ঠাই অঘোষ বৰ্ণ খাগৰীৰ ঘৰ।

কুঞ্ঞৰ<কুঞ্জৰ ঞ্জ>ঞ্ঞ ঞ্ঞ>ঞ যুক্ত বা যুগ্ম ব্যঞ্জনৰ একক ৰূপ >উ হাতী।

(৫) অপ্রমাদ স্বদিমদ সুশিল ভোহ্র ভিক্ষবি
সুজামহিদ জগপ জচিত অনুৰক্ষধ।

### অনুবাদ

হে ভিক্ষুসকল! তোমালোক স্থিৰবুদ্ধিমন্ত হোৱা স্মৃতিশীল আৰু সু চৰিত্ৰবান হোৱা সু স কল্পযুক্ত হোৱা নিজৰ চিত্তক ৰক্ষা কৰা।

### শব্দাৱলীৰ টোকা

স্বদিম<স্মৃতিমন্ত>স্বদিমন্দ স্ম>স্ব ন্দ>দ সঘোষ পৃষ্ঠ ব্যঞ্জনৰ পূৰ্বস্থিত নাসিক্য ধ্বনিৰ লোপ ঋ>অ স্মৃতিশীল।

ভোন্তু<OIA ভৱতু অৱ>ও দ্বি স্বৰৰ প্ৰয়োগ নাই ত>দ ঘোষৰং প্ৰথম পুৰুষৰ বহুবচন অনুজ্ঞা হোৱা।

ভিক্খৱে—প্ৰথম পুৰুষৰ সম্বোধনৰ বহুবচন হে ভিক্ষুসকল।

জগপ<OIA সঙ্কল্পা স>জ ঘোষীভৱন ঙ্ক>ক>গ সঘোষ পৃষ্ঠ ব্যঞ্জনৰ পূৰ্বহিত স্তানিকৰ লোপ আ>অ বিসৰ্গ লোপ হৈছে ল্প>প্প>প যুক্ত ব্যঞ্জনৰ একক ৰূপ সংকল্প।

সুজমহিদ<OIA সুসমাহিত স>জ ঘোষীভৱন্ আ>অ ত>দ ঘোষীভৱন।

জচিত্ত<OIA সংচিত্তম্ বা স্বচিত্তম স>জ ঘোষীভৱন ং ৱ লোপ ত্ত>ত যুগ্ম ব্যঞ্জনৰ এককৰূপ অন্ত্য হসন্ত ম্ কাৰ লোপ সংচিত্তম বা নিজৰ চিত্তম।

অনুৰক্খধ<OIA অনুৰক্ষ ন>ণ অনুৰক্ষ+লেট্ ধ—অনুৰক্খধ থ>ধ ঘোষীভৱন ৰক্ষা কৰা।

(৬) যো ইমস ধম—ৱিণ ই অপ্ৰমতু ৱিহৱিদি
প্ৰহ ই জদি জংশৰ দুখুসদ কৰিষদি।

অনুবাদ

যিজনে এই ধৰ্মত দিক্ষিত অপ্ৰমত্তৰ দৰে বিচৰণ কৰে (তেওঁ) পুনৰ্জন্মৰ পৰা মুক্ত হয় আৰু সকলো দুখ নাইকিয়া কৰে।

শব্দাৱলীৰ টোকা

ইমস<OIA অস্য স্য>স্স>স য কাৰ যুক্ত ব্যঞ্জনৰ সমীভৱন আৰু যুগ্ম ব্যঞ্জনৰ একক ৰূপ MIA ইমস্সৰ পৰা ইমস ইয়াৰ।

ৱিণ ই<বিনীয় দিক্ষিত হৈ

অপ্ৰমতু<অপ্ৰমত্ত অকাৰন্ত শব্দৰ প্ৰথমাৰ একবচনত উ।

ৱিহৱিদি<OIA* ৱিহৰ্ষতি=ৱিহৱিস্ততি বিচৰণ কৰে।

প্ৰহ ই<OIA প্ৰহায় প্ৰ হা+ল্যপ মুক্ত হৈ।

জদি<OIA জাতি আ>অ ত>দ ঘোষীভৱন জন্ম।

জংশৰ<OIA সংসাৰম্ স>জ ঘোষীভৱন স>শ অন্ত্য হসন্ত 'ম' ৰ লোপ সংসাৰ।

ছুখসদ<OIA দুঃখস্যান্তম্ ব লোপ খ>খু—অভিশ্ৰুতি, স্য>স্‌স>স য কাৰযুক্ত ব্যঞ্জনৰ সমীভৱন আৰু যুগ্ম ব্যঞ্জনৰ সমীভৱন আৰু যুগ্ম ব্যঞ্জনৰ ঠাইত একক ব্যঞ্জনৰ ব্যৱহাৰ আ>অ ন্ত>ংত>ত>দ ঘোষীভৱন অন্ত্য হসন্ত ম ৰ লোপ দুখৰ অন্ত।

কৰিষদি<OIA কৰিষ্যতি ষ্য>ষ>ষ য কাৰ যুক্ত ব্যঞ্জনৰ সমীভৱন আৰু যুগ্ম ব্যঞ্জনৰ ঠাইত একক ব্যঞ্জনৰ ব্যৱহাৰ কৰিব।

(৭) ত যু বদমি ভদ্ৰঞ যবদেথ অমকদ
অপ্ৰমদ বদ ভোধ জধমি সুপ্ৰবেদিদি।

**অনুবাদ**

সেয়ে তোমালোকক কৈছোঁ যি সকল ইয়াত উপস্থিত হৈছা তোমালোকৰ মঙ্গলৰ কাৰণে কৈছোঁ অপ্ৰমাদপৰায়ণ হোৱা সদ্ধৰ্ম ভালদৰে জানি লোৱা।

**শব্দাৱলীৰ টোকা**

বদমি<OIA বদামি আ>অ মই কওঁ।

ভদ্ৰঞ<OIA ভদ্ৰন্ যু (ঞ ৰ ঠাইত যু হব ইয়াত সম্ভৱত ছপাৰ ভুল হৈছে) অন্ত্য ম্ ৰ লোপ মঙ্গল হওঁক।

ত<তৎ তম তৎ>তা>ত

যু<যুষ্মান্ তোমালোকক

যবদেথ<যাবৎ+এত্ৰ (অত্ৰ) যি সকল ইয়াত।

অমকত<সমাগতা স>অ ঘোষীভৱন গ>ক সঘোষ বৰ্ণৰ ঠাইত অঘোষ বৰ্ণৰ প্ৰয়োগ ত>দ ঘোষীভৱন আ<অ সমাগত।

ভোধ<OIA ভৱথ অব>ও থ>ধ ঘোষীভৱন হোৱা।

জধমি<OIA সদ্ধৰ্মে স>জ ঘোষীভৱন দ্ধ>ধ যুক্ত ব্যঞ্জনৰ একক ৰূপ এ>ই ৰ্ম>ম যুক্ত ব্যঞ্জনৰ একক ৰূপ ff নিজ ধৰ্মত।

সুপ্ৰবেদিদি<OIA সুপ্ৰবেদিতে ত>দ ঘোষীভৱন এ>ই খৰোষ্ঠীৰ এ কাৰ ই কাৰত পৰিণত হোৱাটো বৈশিষ্ট্য ভালদৰে জানি লোৱা।

---

ff যুক্ত ব্যঞ্জনৰ একক ৰূপ বা সমাক্ষৰলোপ।

(৮) প্ৰমদ পৰিৱজেতি অপ্ৰমদ বদ জ
ভৱেথ কুশল ধম যোক ক্ষেমজ প্ৰেত অ।

**অনুবাদ**

সদায় প্ৰমাদক পৰিত্যাগ কৰি অপ্ৰমাদত নিয়গ্ন হোৱা যোগক্ষেম প্ৰাপ্তিৰ কাৰণে সজ ধৰ্ম পৰায়ণ হোৱা।

**শব্দাৱলীৰ টোকা**

পৰিৱজেতি<OIA পৰিবৰ্জ্জয়িত্বা র্জ্জ>জ্জ>জ যুক্ত ব্যঞ্জনৰ একক ৰূপ অয়>এ ৰিস্বৰৰ ব্যৱহাৰ নাই ত্বাচ প্ৰত্যয়ৰ ঠাইত ত্বী>তী>তি প্ৰত্যয়ৰ ব্যৱহাৰ খৰোষ্ঠীৰ বৈশিষ্ট্য এৰি বা বা পৰিত্যাগ কৰি।

যোক ক্ষেমজ<OIA যোগ ক্ষেমস্য ক>গ ঘোষীভৱন স্য>সস>স>জ য যুক্ত ব্যঞ্জনৰ সমীভৱন সমাক্ষৰ লোপ ঘোষীভৱন ছুল্লভৱস্ত লাভ কৰা।

প্ৰেত অ <OIA প্ৰাপ্তয়ে আ>অ প্ত>ত যুক্ত ব্যঞ্জনৰ একক ৰূপ পাবলৈ।

(৯) জলব হু নদিমঞে অ নঞেৰ স্বিহ ও যি অ
অঞেৰ স্বিহ ও ভিখু জমধি নধিকছদি।

**অনুবাদ**

নিজৰ লাভক উপেক্ষা কৰা উচিত নহয় আনে পোৱা বস্তুৰ প্ৰতি স্পৃহা কৰা অনুচিত। যি ভিক্ষুৱে আনৰ লাভৰ প্ৰতি স্পৃহা কৰে তেওঁ সমাধি লাভ কৰিবলৈ সক্ষম নহয়।

**শব্দাৱলীৰ টোকা**

জলব হু<OIA স্বলাভম্ স্ব>স শব্দৰ আদিত ব কাৰ সংযুক্ত ব্যঞ্জন থাকিলে ব কাৰৰ প্ৰায়েই লুপ্ত হয় স>জ ঘোষীভৱন ভ>বহ+প্ৰথমাৰ একবচন—উ নিজৰ লাভ।

নদিমঞে অ—OIA নাতিমন্যেত আ>অ ত>দ ঘোষীভৱন ন্য>ঞঞ> ঞ যুক্ত ব্যঞ্জনৰ এক ৰূপ ত ৰ লোপ হেয় কৰা অনুচিত।

নঞেৰ—OIA নান্যেষাম্ (ন+অন্যেষাম) আ>অ ন্য>ঞঞ>ঞ যুক্ত ব্যঞ্জনৰ একক ৰূপ খৰোষ্ঠীৰ বৈশিষ্ট্য হসন্ত ম ৰ লোপ আনৰ নহয়।

পিহও—OIA স্পৃহয়ন্ স্প>প ঋ>ই অন্ত্য ন্ ৰ লোপ হৈছে। আশা কৰা কামনা কৰা।

সমধি—OIA সমাধি স>জ ঘোষীভৱন আ>অ সমাধি।

নধিকছদি—OIA নাধিগচ্ছতি (ন+অধিগচ্ছতি) আ>অ গ>ক ঘোষ বর্ণৰ ঠাইত অঘোষ বর্ণৰ প্রয়োগ খৰোষ্ঠীৰ বিশেষত্ব চ্ছ>ছ যুগ্ম ব্যঞ্জনৰ একক ৰূপ খৰোষ্ঠীৰ অন্যতম বৈশিষ্ট্য ত>দ ঘোষীভৱন পোৱা নহয়।

(১ ) অলপভো হু যো ভিখু জলৱহু নদিমঞদি
ত গু দেব প্রশশতি শুধ যিব অতন্দ্রিদ।

**অনুবাদ**

যি ভিক্ষুৱে সামান্য লাভ কৰিও তাক অৱহেলা নকৰে সেই পবিত্র জীৱিকাৰ ভিক্ষুকে দেৱতাসকলে প্রশংসা কৰে।

**শব্দাৱলীৰ টোকা**

গু—খু>খু>ঘু>গু প্রকৃততে।

অপলভো—OIA অল্পলাভ ল্প>প যুক্ত ব্যঞ্জনৰ এককৰূপ আ>অ >ও যিয়ে সামান্য লাভ কৰিছে।

নদিমঞদি—OIA নাতিমন্যতে আ>অ ত>দ ঘোষীভৱন ন্য>ঞ ঞ>ঞ একক ৰূপ ত>দ—আত্মনেপদীৰ ঠাইত পৰস্মৈপদ হৈছে।

শুধ যিব OIA শুদ্ধাজীৱম্ দ্ধ>ধ যুক্ত ব্যঞ্জনৰ একক ৰূপ জ>য আ >অ ঈ>ই অন্ত্য ম্ ৰ লোপ পবিত্র জীৱিকাসম্পন্ন।

অতন্দ্রিদ OIA অতন্দ্রিতম্ ন্দ্র>ন্দ>দ একক ৰূপ ত>দ ঘোষীভৱন অন্ত্য ম্ ৰ লোপ অনলস।

(১১) কমৰমু কম ৰতু কমু অণুবিচিদ ত্ত
কমু অণুস্বৰো ভিখু জধর্ম পৰিহয়দি।

**অনুবাদ**

কামনাত আসক্ত কামনাপ্রিয় কামনাতে মগ্ন আৰু কামনা বাসনাকে সদায় যি ভিক্ষুৱে অনুসৰণ কৰে তেওঁ স্বধর্মৰপৰা বিচ্যুত হয়।

**শব্দাৱলীৰ টোকা**

কমৰমু—OIA কামাৰাম আ>অ আ>অ অ>অ অকাৰন্ত শব্দৰ প্ৰথমাৰ একবচনত উ।

কমৰতু—OIA কামৰত আ>অ ত>দ ঘোষীভৱন অকাৰন্ত প্ৰথমাৰ এক বচনত উ।

অনুৱিচিদ ও—OIA অনুৱিচিন্তয়ং ন্ত>ত>দ একক ৰূপ ঘোষীভৱন য়>ও অন্ত ং ৰ লোপ চিন্তা কৰা।

অনুষৰো—OIA অনুস্মৰ অনুস্মৰং স্ম<স্ব খৰোষ্ঠীত স্ম স্ব হিচাপে ব্যৱহাৰ হয়। অনুসৰণ কৰা।

অধৰ্ম< OIA স্বদ্ধৰ্মাৎ স্ব>স>অ এককৰূপে ঘোষীভৱন র্ম>র্ম তিনিটা ব্যঞ্জনৰ ব্যৱহাৰ নাই আ>অ অন্ত্য ৎ ৰ লোপ নিজৰ ধৰ্মৰ পৰা।

পৰিহয়দি—>*পৰিহয়তি ত>দ ঘোষীভৱন বিচ্যুত হয়।

(১২) ধমৰমু ধমৰতু ধম অনুৱিচিদ ও
ধমু অনুষৰো ভিখু অধৰ্ম ন পৰিহয়দি।

**অনুবাদ**

ধৰ্মত আনন্দ পোৱা ধৰ্মত প্ৰবৃত্ত থকা ধৰ্ম ভাৱনা কৰা ধৰ্মক অনুসৰণ কৰা ভিক্ষু স্বধৰ্মৰ পৰা বিচ্যুৎ নহয়।

**শব্দাৱলীৰ টোকা**

ধম< OIA ধৰ্ম র্ম>ম যুক্ত ব্যঞ্জনৰ একক ৰূপ ২য়াৰ একবচন।

১৩ ১৪ ন শিল ব্ৰদ মত্ৰেণ বহো যুকেন ব মনো
অধ জমধি লভেন বিৱিত্ত শয়নেন ব
ফুষমু নেথম সুখু অপ্ৰথজন জেৱিদ
ভিখু বিশ পশমু অ (পদি) অপ্ৰতে অসব ক্ষয়ে।

**অনুবাদ**

যি ভিক্ষুয়ে শীলব্ৰত বহুসুখ অথবা সমাধি লাভ নাইবা নিৰ্জন বাসৰ দ্বাৰা জনসাধাৰণৰ অগোচৰ নৈষ্ক্ৰম্য (অনাগামী) সুখ ভোগ কৰিছে

বুলি ভাবে তথাগিতো হে ভিক্ষু আসক্তি ক্ষয় বা তৃষ্ণা ক্ষয় নোহোৱা পৰ্যন্ত ক্ষান্ত নহবা।

## শব্দাৱলীৰ টোকা

শিল বদ OIA শীলব্ৰত ঈ>ই ৱ>ৱ একক ৰূপ ত>দ ঘোষীভৱন।

মত্তেণ OIA মাত্ৰেণ আ>অ যুক্তব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ হ্ৰস্ব হৈছে কেৱল মাত্ৰ।

বহো যুকেন—OIA বহু+উৎস্যুক্যেন ঔ>ও উ+ও—ও ৎৰ লোপ ক্য>ক্ক>ক একক ৰূপ বহু জ্ঞানেৰে।

মনো—OIA মনাক্ আনকি তথাগিতো

জমধি OIA সমাধি জ>স আ>অ।

লভেন OIA লাভেন আ>অ লাভৰ দ্বাৰা।

বিৱিত্তশয়নেন—OIA বিৱিক্ত শয়নেন ক্ত>ত্ত>ত এককৰূপ নিৰ্জন শয়নৰ দ্বাৰা।

ফুষম্—OIA স্পৃশাম স্প>প ফ> সংযুক্ত ব্যঞ্জনৰ এটা উষ্ম ব্যঞ্জন হলে সি পিছৰ ব্যঞ্জন বৰ্গৰ মহাপ্ৰাণলৈ ৰূপান্তৰিত হয় একক ৰূপ ঋ>উ শ>ষ >ও>উ ভোগ কৰিছোঁ বা স্পৰ্শ কৰিছোঁ।

নেখম সুখু—OIA নৈষ্কৰ্ম্য সুখম্ ঐ>এ ষ্ক>ক্খ>খ সংযুক্ত ব্যঞ্জনৰ উষ্ম বৰ্ণটো মহাপ্ৰাণলৈ ৰূপান্তৰিত আৰু পিছত একক ৰূপ র্ম্য>ম্ম>ম যুক্ত ব্যঞ্জনৰ একক ৰূপ অন্ত্য ম্ ৰ লোপ অনাগামী সুখ (অনাগামীত্ব অৰ্থাৎ যি অৱস্থা পালে সাধকে চিৰমুক্তি পায় আকৌ সংসাৰলৈ ঘূৰি আহিবলগীয়া নহয়।)

অপ্ৰথজন>OIA অপৃথকজন ঋ>উ থ>ধ ঘোষীভৱন অল্পপ্ৰাণ ক ৰ লোপ সৰ্ব্বসাধাৰণ লোক।

জেৱিদ—OIA সেৱিত স>জ ত>দ ঘোষীভৱন।

অপ্ৰতে—OIA অপ্ৰাপ্ত প্ত>ত্ত>ত একক ৰূপ বিসৰ্গৰ ঠাইত এ প্ৰাপ্ত নোহোৱাকৈ।

বিশপশম্—OIA বিশ্বাসম্ শ্ব>শ প ধবোষ্ঠীৰ বিশেষত্ব স>শ বিশ্বাস।

(১৫) ন ভিখু তৱদ ভোদি মৱদ ভিক্ষধি পৰ।
বিশপ ধম জমেদ ই ভিখু ভোদি ন তৱদ॥

**অনুবাদ**

আনৰ ওচৰত ভিক্ষা কৰিলেই ভিক্ষু নহয় বিশ্ব ধৰ্ম গ্ৰহণ নকৰাকৈ ভিক্ষু হব নোৱাৰি।

**শব্দাৱলীৰ টোকা**

তৱদ—OIA তাবৎ আ>অ ৎ>দ তেতিয়ালৈকে।

ৱিশপ—OIA ৱিশ্বম্ শ্ব>শপ খৰোষ্ঠীৰ বিশেষ লক্ষণ অন্ত্য ম ৰ লোপ সম্পূৰ্ণ বা প্ৰকৃত।

ভোদি—OIA ভবতি অৱ>ও ত>দ।

পৰ—OIA পৰাৎ আ>অ অন্ত্য ৎ ৰ লোপ আনৰ ওচৰত।

ভিক্ষধি—OIA ভিক্ষতি ত>দ> (ঘোষীভৱন) ধ।

জমদই—OIA সমাদায় স>জ আ>অ ল্যপ প্ৰত্যয়ৰ ঠাইত ই যোগ গ্ৰহণ কৰি।

(১৬) যো হু বহেতি পৱণ ৱদৱ ব্ৰহ্ম য়িয়ৱ
জগ ই চৰদি লোকু সো হু ভিক্ষু হু ৱ চদি।

**অনুবাদ**

যি জনে ইহলোকত পাপ অতিক্ৰম কৰি ব্ৰহ্মচৰ্য পালন কৰি জ্ঞান পৰায়ণ হৈ বিচৰণ কৰে তেওঁ ভিক্ষু নামেৰে বিভূষিত হয়।

**শব্দাৱলীৰ টোকা**

বহেতি—OIA বাহয়িত্বা আ>অ অয়>এ ত্বা>তি খৰোষ্ঠীৰ বৈশিষ্ট্য

বোৱাই দি পৱণ—OIA পাপানাম্ আ>অ প>ৱ ন>ণ আ>অ অন্ত্য ম ৰ লোপ ষষ্ঠীৰ বহুবচন।

ৱদৱ—OIA ব্ৰতবান্ ব্ৰ>ব একক প্ৰৱণতা ত>দ ঘোষীভৱন আ>অ অন্ত্য ন্ ৰ লোপ।

ব্ৰহ্ম—OIA ব্ৰহ্ম হ্ম>ম্ম সমীভৱন (একক ৰূপ প্ৰয়োগ হোৱা নাই)।

য়িয়ৱ—OIA চৰ্য্যবান ৰ্য্য>ৰিয় ৰেফ য কাৰত থাকিলে উভয়ে মিলি ৰিয় হয় ৰিয়>য়িয় য় শ্ৰুতি চৰিয়>য়িয়+বান্ আদিস্বৰ লোপ আ>অ অন্ত্য ন ৰ লোপ।

জগই—OIA সংখ্যায় স>জ মধ্যস্থানৰ অনুস্বাৰৰ লোপ খ্য>ক্খ>খ (একক প্ৰৱণতা)>ঘ (ঘোষীভৱন) ঘ>গ ল্যপ প্ৰত্যয়ৰ ঠাইত 'ই হৈছে ভালদৰে জানি।

ৰচদি—OIA উচ্যতে উ>ৰ চ্য>চ্চ>চ (একক প্ৰৱণতা) ত>দ ঘোষীভৱন আত্মনেপদৰ ঠাইত পৰস্মৈপদ হৈছে।

চৰদি—OIA চৰতি ত>দ ঘোষীভৱন বিচৰণ কৰে।

(১৭) মেত্ৰ ৱিহৰি যো ভিখু প্ৰজন্থ বধু শশণে
ছুণদি পৱক ধম স্ক্ৰম পত্ৰ ব মদক।

**অনুবাদ**

যি ভিক্ষু মৈত্ৰী ভাৱনা পৰায়ণ বুদ্ধ শাসনত আনন্দিত হয় তেওঁ সকলো পাপ কাৰ্যক দূৰলৈ দলিয়াই পেলাই দিয়ে যিদৰে বতাহে গছৰ পাত উৰাই পেলায়।

**শব্দাৱলীৰ টোকা**

মেত্ৰ বিহৰি—OIA মৈত্ৰবিহাৰী ঐ>এ আ>অ ঈ>ই প্ৰথমবাৰ একবচন পুংলিঙ্গ।

প্ৰজন্থ—OIA প্ৰসন্ন স>জ ন্ন>ন সমাক্ষৰ লোপ >উ আনন্দিত।

বুধ শশণে—বৌদ্ধধৰ্মৰ অনুশাসনেৰে।

ছুনদি—OIA ধনোতি ধ>দ ত>দ (ঘোষীভৱন) দলিয়াই দিয়ে।

পৱক—OIA পাপকম্ আ>অ পপ>প সমাক্ষৰ লোপ অন্ত্য ম্‌ ৰ লোপ পাপ।

মছুক—OIA মাৰুত আ>অ অন্ত্য >উ ত>দ ৰুদু>ছুক বৰ্ণ বিপৰ্যয়।

(১৮) মেত্ৰ ৱিহৰি যো ভিক্ষু প্ৰজন্থ বুধ শশণে।
পড়িৱিজু পদ শব্দ জগৱৰোশম্ সুহ।

**অনুবাদ**

যি ভিক্ষুৱে মৈত্ৰী ভাৱনা কৰে যি বুদ্ধৰ শাসনৰ প্ৰতি প্ৰসন্ন তেওঁ সংস্কাৰবোৰৰ ক্ষয় সাধন কৰি শান্ত নিৰ্বাণ সুখ লাভ কৰে।

**শব্দাৱলীৰ টোকা**

পড়িবিম্ব—OIA* প্ৰতিবিম্বন্ প্ৰ>প আদি বৰ্ণত থকা ৰ ফলাৰ লোপ ত>
ড>ড় মূৰ্দ্ধণ্যীভৱন ম্ব>ম্ম>ম সমাক্ষৰ লোপ অন্ত্য ন ৰ লোপ
লাভ কৰি।

শদ—OIA শান্তম্ আ>অ সঘোষ পৃষ্ট বৰ্ণৰ আদিস্থিত নাসিক্য বৰ্ণৰ লোপ
(ন্ত>ত) ত>দ অন্ত্য ম্ ৰ লোপ শান্ত।

জগৰবোশমু—OIA সংস্কাৰোপশমম্ স>জ মধ্যস্থিত অনুস্বাৰৰ লোপ
স্ক>কৃথ>থ (একক প্ৰৱণতা)>ঘ (ঘোষীভৱন)>গ অল্পপ্ৰাণ হৈছে
প>ৱ—ঘোষীভৱন অন্ত্য ম ৰ লোপ বৰ্ণ বিপৰ্য্যয়।

সুহ—OIA সুখম্ থ>হ মধ্যস্থিত মহাপ্ৰাণ বৰ্ণ হ লৈ ৰূপান্তৰিত অন্ত্য
ম ৰ লোপ সুখ।

## বহুধিবৰ দলীল

বহুধিবৰ দলীলখনৰ ভাষা নিয়া প্ৰাকৃত নামে পৰিচিত। চীনীয় তুৰ্কিস্থানৰ অন্তৰ্গত শানশান নামে ঠাইত খৰোষ্ঠী আৰু ব্ৰাহ্মীত লিখা বহুধিবৰ দলীলখনৰ ভাষাৰ লগত অশোকৰ অনুশাসনৰ ভাষাৰ বেছ মিল থকা লক্ষ্য কৰা যায়। দলীলখনৰ ৰচনা কাল খ্ৰীষ্টীয় তৃতীয় শতাব্দী বুলি পণ্ডিত সকলে অনুমান কৰিছে। গতিকে খ্ৰীষ্টীয় প্ৰথম আৰু চতুৰ্থ শতিকামানৰ ভিতৰত নিয়া প্ৰাকৃত ভাষাৰ প্ৰচলন থাকিব পাৰে বুলি অনুমান কৰিব পাৰি। সেই সময়ৰ শাসন কাৰ্য বিচাৰ আৰু ব্যৱসায় আদিৰ প্ৰতিবেদনৰ কথা এই ভাষাত পোৱা গৈছে। ড সুকুমাৰ সেনৰ মতে নিয়া প্ৰাকৃতৰ ভাষাৰ বৈশিষ্ট্য সমূহ হ'ল—

(১) স্বৰ মধ্যগত ব্যঞ্জন ধ্বনিৰ উষ্মীভৱন যেনে —
অৱকাশ>অৱগজ দাস>দঝ গোচৰে>গোৱৰি

(২) ত —প্ৰত্যায়ান্ত কৃদন্ত পদত উত্তম আৰু মধ্যম পুৰুষত অস্ ধাতুৰ বৰ্ত্তমানৰ পদ প্ৰয়োগ কৰি আৰু প্ৰথম পুৰুষৰ বহুবচনত— অস্তি বিভক্তি যোগ কৰি অতীত কাল কৰা হয়। যেনে —শ্ৰুতোহস্মি> শ্ৰুতোমি দত্তোহসি>দিতেসি গত+অস্তি>গতংতি

(৩) প্ৰথম পুৰুষৰ একবচনন্ত বিভক্তিৰ যোগ নহয়। যেনে—গয় এই বৈশিষ্ট্যৰ বাহিৰেও খৰোষ্ঠীৰ লক্ষণো এই ভাষাত আছে যেনে —

(১) দীৰ্ঘস্বৰৰ প্ৰয়োগ প্ৰায় নায়েই।

(২) যুক্ত বা যুগ্ম ব্যঞ্জনধ্বনিৰ একক ৰূপ বা সমাক্ষৰ লোপ (Haplology)

(৩) অল্পপ্ৰাণ আৰু মহাপ্ৰাণৰ সংযুক্ত ধ্বনিৰ মাত্ৰ মহাপ্ৰাণৰ স্থিতি।

(৪) সংস্কৃতৰ প্ৰভাব এই ভাষাৰ অন্যতম বৈশিষ্ট্য।

## মুল পাঠ

সংবৎসৰে ১ মজে ৩ ধিবঝ ১ ৪৪ ইজ ছুনমি খোতন মহৰয় ৰয়তিৰ হিনঝদেৱ বিজিদ সিংহস্ত ত কলি। অস্তি মহুশ নগৰগ খৰ নসে নম তথ মগ্রেদি অস্তি মগ্নি উট তমুৰগ। সো উট অফিঞ্চু হৰদি ধৰদি ধহি অৱিত্ত ত্ৰিছু ব শো। ত ইদনি সো উটো বিক্রিনামি মুল্যেনমষে সহস্ৰ অঠি ৪ ৪ ১ ( =১ ৮ ) সুলিগ্ন ৰগিতি ৰধ গস্ত সগজি। তস্ত উটস্ত কিদে ৰগিতি ৰধগে নিবৰশিজো মুল্যো মষে ধিতু খৰ নসস্ত প্ৰহিছু ভধি উৰগছু।

অজি উৰদয়ি সো উট ৰগিতি ৰধগস্য তমুৰগ' সংবৃত্ত যথ গম গৰনীয় সৰ্ব ( সব্ব ) কিচ কৰনীয়। যো পচেম কলি তস্য উটস্য কিদে চোদিয়তি বিদিয়তি বিৱছু উঠৰিয়দি তেন তথ ধডু খিনদি যথ ৰজধমু স্যাদি মম্ন ( মন্না ) ধলৰগু বহুধিৱে লিখিছু খৰ নসস্য অজিষনম্নি পুৰছু

## অনুবাদ

সংবৎসহ ১ মাহ ৩ দিবস ১৮ এনে সময়ত খোটান মহাৰাজ ৰাজা ধিৰাজ হিনজ দেৱ বিজিত সি হব ( ৰাজত্ব ) কালত খৰ নস নামৰ এজন নাগৰিক আছে। ( তেওঁ ) এনেকুৱা এটা মন্ত্ৰণা বা আৰ্জ্জি দিছে— মোৰ নিজৰ এটা উট আছে সেই উটে অভিজ্ঞান ( চিহ্ন ) ধাৰণ কৰে। তাত ৰশো ( পশু ) এই দুটা অক্ষৰ দৃঢ়ভাৱে লেখা আছে। কিন্তু এতিয়া সেই উটটো এহেজাৰ আঠ মহা ( ১ ৮ মাষ ) মূল্যত সুগিলৰিগিতি ৰধগকৰ ওচৰত বিক্ৰী কৰিছোঁ। সেই উটটোৰ বাবদ ৰগিতি ৰধগই খৰ নসক সম্পূৰ্ণ মূল্য মহা দি মুক্তি পাইছে।

আজিৰপৰা সেই উটটো বিগিতি ৰধগৰ হল। তেওঁ ( সেই উটেৰে ) যি কৰাবলৈ ইচ্ছা কৰে কৰাব পাৰে। যিয়ে পিছত সেই উটৰ কাৰণে গণ্ডগোলৰ সৃষ্টি কৰে বিবাদ মাম্‌লাৰ সৃষ্টি কৰে তেওঁক ৰাজধৰ্ম মতে দণ্ড বিহা হব।

মই বহুখিৰই থৰনসৰ অনুৰোধত সন্মুখত ( সাক্ষীৰ সন্মুখত ) এই দলীল লিখিলোঁ।

## শব্দাৱলীৰ টোকা

মজে OIA মাসে স>জ আ>অ দীৰ্ঘস্বৰ প্ৰয়োগ খৰোষ্ঠীত নহয় ধিৱৰ OIA দিৱস দ>ধ আদিস্থি দ কাৰ ধ কাৰত পৰিণত হৈছে স>জ বা ঝ দিন বা তাৰিখ।

ইজ—এনে

ছুনমি—সময়ত

মহৰয়—OIA মহাৰাজ আ>অ খৰোষ্ঠীত দীৰ্ঘস্বৰ হ্ৰস্ব হয় জ লোপ য় শ্ৰুতি।

ৰয়তিৰয়—OIA ৰাজাতিৰাজ আ>অ দীৰ্ঘস্বৰৰ ঠাইত হ্ৰস্ব স্বৰ জ ৰ লোপ আৰু য় শ্ৰুতি ধ>ত অঘোষীভৱন সাৰ্বভৌম ৰজা।

হিনঝ—ৰজাৰ উপাধি বিশেষ

ত—OIA তৎ—সমাক্ষৰ লোপ হৈ ত হৈছে।

মনুশ -OIA মানুষ আ>অ ষ>শ

নগৰগ—OIA নাগৰক আ>অ দীৰ্ঘস্বৰ হ্ৰস্ব হৈছে ক>গ—ঘোষীভৱন নাগৰিক।

মান্ত্ৰেদি—OIA মন্ত্ৰয়তি ন্ত্ৰ>ন্দ্ৰ>দ্ৰ—( ত>দ ঘোষীভৱন )—ঘোষৱৎ পৃষ্ঠধ্বনি দ কাৰৰ আগত থকা ন ৰ লোপ ) অয়>এ ত>দ ঘোষীভৱন মন্ত্ৰণা বা আৰ্জি দিছে।

উট —স ষ্কৃতৰ প্ৰভাৱত বিসৰ্গৰ প্ৰয়োগ নিয়া প্ৰাকৃতত পৰিদৃষ্ট হৈছে।

ভনৱগ —নিজৰ।

সো—OIA স >ও সেই।

অফিঞ্ঞনু—OIA অভিজ্ঞানম্‌ ভ>ফ—অঘোষীভৱন ঞ>ঞ ঞ>ঞ যুগ্ম

বা যুক্ত ব্যঞ্জনৰ একক ৰূপ প্ৰৱণতা অন্ত্য ম্ ৰ লোপ আৰু অকাৰন্ত শব্দৰ দ্বিতীয়াৰ এক বচনত উ কাৰ হয় চিহ্ন।

হৰদি—OIA ধৰতি ধ>হ মহাপ্ৰাণ বৰ্ণৰ হ লৈ ৰূপান্তৰিত ত>দ ঘোষীভৱন ধাৰণ কৰে।

ধহি—OIA তস্মিন্ ত>ধ—ভোষীভৱন স্ম>মহ>হ—যুক্ত ব্যঞ্জনৰ একক ৰূপ অন্ত্য ন্ ৰ লোপ তাত।

অম্বিত—OIA অঙ্কিতম্—ঙ্ক> ম>ম্ব অন্ত ম্ ৰ লোপ খদিত বা অঙ্কিত।

ত্ৰিশূল—OIA ত্ৰিশূলম্—ত>দ—ঘোষীভৱন শ>স—উষ্মীভৱন লম্ লোপ হৈছে ত্ৰিশূল বা দৃঢ়ভাৱে।

ৱ শো—OIA পশু প>ৱ—ঘোষীভৱন উ>ও পশু।

স্থলিগ—শৌনিক বা সৌনিক শব্দৰ পৰা স্থলিগ শব্দৰ সৃষ্টি হব পাৰে—শ্ৰেণী বা জাতি বিশেষক বুজায়।

সগজি—OIA সকাশে—ক>গ—ঘোষীভৱন শ>জ—উষ্মীভৱন এ>ই ওচৰত।

কিদে—OIA কৃতে ঋ>ই ত>দ—ঘোষীভৱন বাবদ বা কাৰণে।

নিৰৱশিজো—OIA নিৰৱশেষ ই>এ ষ>জ—উষ্মীভৱন >ও সম্পূৰ্ণভাৱে।

ধিতু—OIA দত্ত দ>ধ ত্ত>ত—যুগ্ম ব্যঞ্জনৰ একক ৰূপ >উ দিয়া হৈছে।

গ্ৰহিদু—OIA গৃহীত গৃ>গ্ৰ ঈ>ই দীৰ্ঘস্বৰ হ্ৰস্ব হৈছে ত>দ ঘোষীভৱন >উ—অকাৰন্ত শব্দৰ প্ৰথমাৰ একবচনত উ গ্ৰহণ কৰিছে।

শুধি—OIA শুদ্ধি দ্ধ>ধ যুক্ত ব্যঞ্জনৰ একক ৰূপ।

উৱগদু—OIA উপগত প>ৱ ঘোষীভৱন ত>দ ঘোষীভৱন >উ।

শুধি উৱগদু—শুদ্ধ হৈছে ঋণ মুক্ত হৈছে।

যথ—OIA যথা আ>অ—দীৰ্ঘস্বৰ হ্ৰস্ব হৈছে যিদৰে।

গম—OIA কাম ক>গ ঘোষীভৱন আ>অ ইচ্ছা।

গৰণীয় >কৰণীয় ণ>ন ক>গ ঘোষীভৱন।

কিচ—OIA কৃত্যাম্ ঋ>ই ত্য>চ্চ>চ যুক্ত ব্যঞ্জনৰ একক ৰূপ; অন্ত্য ম ৰ লোপ।

চোয়িয়তি—OIA চোৰয়তি চোৰ কৰে।

উঠহিয়দি—OIA উত্থাপয়তি থ>থ>ঠ একক ৰূপ প>য় ঘোষীভৱন
আ>অ অ>ই ত>দ ঘোষীভৱন উত্থাপন কৰে।

ধিনদি—OIA দাস্তি>দিয়তি>দিনতি>ধিনদি দ>ধ ত>দ ঘোষীভৱন।

ধড় —OIA দণ্ড দ>ধ ণ্ড>ড্ড>ড>ড় যুক্ত ব্যঞ্জনৰ একক ৰূপ >উ,
শাস্তি দণ্ড।

স্তাদি—OIA স্তাৎ ৎ >দ প্ৰথম পুৰুষৰ একবচন হোৱা উচিত।

ধলবণ্ড—দলীল।

লিখিদু—OIA লিখিত ত>দ ঘোষীভৱন >উ> লিখা হৈছে।

অজিয়নয়ি—OIA অধ্যেষণায় ধ্য>জ ঝ>জ্জ>জ এ>ই অনুবোধ ক্ৰমে।

পুৰদু—OIA পূৰত ত>দ >উ আগত।

## অপ পমাদ বগ গ

পালি ধম্মপদত মুঠ ৪২৩ টা গাথা থকা বুলি জনা যায়। এই গাথাসমূহৰ পৰম্পৰ আৰু বিষয় বস্তু এনেভাৱে সজোৱা হৈছে যে ধম্মপদক এথন মৌলিক গ্ৰন্থ বুলি নোৱাৰি।

পালি ভাষাত **ধম্মপদট্ঠ কথা** নামে এথন টীকা ভাষ্য সম্বলিত গ্ৰন্থ আছে। ইয়াৰ ৰচক হৈছে বৌদ্ধধৰ্মৰ প্ৰধান ভাষ্যকাৰ আচাৰ্য বুদ্ধঘোষ। অৱশ্যে কিছুমানৰ মতে ধম্মপদট্ঠ কথাৰ ৰচক আনকোনো এজনহে। এই ধম্মপদট্ঠ কথাক অৱলম্বন কৰি ধম্মপদ পুথিৰ বিভিন্ন বগ গ সমূহত থকা গাথাসমূহৰ ব্যাখ্যা আৰু অনুবাদ কৰা হয়।

বুদ্ধৰ শ্ৰীমুখৰ পৰা ওলোৱা বাণী—এই গাথাসমূহ পৰমাৰ্থিক ভাৱধাৰাৰে সমুজ্জ্বল। মাৰ্গ ফল লাভ কৰি নিৰ্বাণৰ ওচৰ পাবলৈ হলে এই গাথা সমূহৰ শ্ৰৱণ কীৰ্ত্তন আৰু ইয়াৰ পৰামৰ্শ তথা উপদেশ সমূহৰ অনুশীলনৰ দ্বাৰা জীৱন যাপন অপৰিহাৰ্য। ধম্মপদট্ঠ কথাত উল্লেখ আছে যে ধম্মপদৰ প্ৰথম গাথা শুনি ত্ৰিশ হাজাৰ দ্বিতীয় গাথা শুনি চৌৰাশী হাজাৰ আৰু তৃতীয় গাথা শুনি এশ হাজাৰ শ্ৰোতা চতুষ্টয় মাৰ্গৰ এটি নহয় এটিৰ উত্তাধিকাৰী হৈছিল।[১৫]

---

শ্ৰীনন্দবংশ মহাস্থবিৰৰ ভাঙনি ধম্মপদ' ৰ অৱতৰণিকা দ্ৰষ্টব্য।

ধম্মপদ মুঠ ২৬ টা বগ্গ গত বিষয়বস্তু অনুসৰি বিভক্ত কৰা আছে। ইয়াৰ ভিতৰত অপ পমাদ আৰু পুপ ফ বগ্গৰ অন্তৰ্গত গাথা সমূহৰ পাট খিনিৰ তলত আলোচনা কৰা হল। আমি আগতে সুভাষিতত ধম্মপদৰ বিভিন্ন বগ্গৰ কিছু গাথাৰ আলোচনা কৰি আহিছো। ধম্মপদৰ এইখিনি গাথাৰ অধ্যয়নৰ দ্বাৰা পাঠক সকলে ইয়াৰ বিষয়ে সম্যক ধাৰণা লাভ কৰিব পাৰিব বুলি আশা কৰিব পাৰি।

## অপ পমাদ বগ্গ

(১) অপ পমাদো অমৃত পদং পম দো মচ্চ নো পদ
অপ পমত্তা ন মীয়ন্তি যে পমত্তা যথা মতা।

**অনুবাদ**

(১) অপ্রমাদ অমৃত পথৰ দৰে প্ৰমাদ মৃত্যু পথৰ দৰে প্ৰমত্ত সকলৰ মৃত্যু হোৱাৰ দৰে অপ্ৰমাদ লোকৰ মৃত্যু নয়।

**শব্দাৱলীৰ টোকা**

অপ পমাদো <IOA অ+প্ৰমাদ প্ৰ>প প—মধ্যস্থিত ব্যঞ্জনত থকা ৰ ফলাৰ লোপ আৰু সেই ব্যঞ্জনৰ দ্বিত ৰূপ > ও স্থিৰবুদ্ধি চঞ্চলতাহীন

অমতপদং <OIA অমৃত পদম্ ঋ>অ ম্> —পদৰ শেষত থকা হসন্ত ম ৰ ঠাইত অনুস্বাৰ অমৃত পথৰ দৰে।

প্ৰমাদো>OIA প্ৰমাদ প্ৰ<প—শব্দৰ আদিবৰ্ণত থকা ৰ ফলাৰ লোপ >ও অবিবেচক চঞ্চলতা

মচ্চুনো <OIA মৃত্যুন ঋ>অ ত্য>চ্চ—তালব্যীভৱন (সমীভৱনৰ নিয়ম অনুযায়ী বৰ্ণৰ উচ্চাৰণৰ কঠোৰতাৰ বাবে য কাৰৰ লোপ) > ও মৃত্যুক।

অপ পমত্তা<OIA অপ্ৰমত্ত প্ৰ>প প—মধ্যস্থিত ব্যঞ্জনৰ ৰ ফলাৰ লোপ আৰু সেই ব্যঞ্জন দ্বিত (অপ পমত্ত+আ) সজাগ ভাৱে।

মীয়ন্তি<ম্ৰিয়ন্তে ম্ৰ>ম—শব্দৰ আদি বৰ্ণত ৰ ফলা থাকিলে লোপ হয় ই>ঈ আত্মনেপদী পৰস্মৈপদী হোৱা কাৰণে এ কাৰ ই কাৰ হৈছে।

(২) এত বিসেসতো ঞত্বা অপ পমাদম্হি প ণ্ডিতা
অপ পমাদে পমোদন্তি অৰিযান গোচৰে ৰতা।

**অনুবাদ**

বিশেষকৈ এইবোৰ জানি পণ্ডিত সকলে আৰ্য ধৰ্মত ৰত থাকে আৰু অপ্ৰমাদত প্ৰমোদিত হয়।

**শব্দাৱলীৰ টোকা**

এতং<এতম্ ম্ — শব্দৰ শেষত থকা হসন্ত ম কাৰ অনুস্বাৰ হয়।

বিসেসতো<OIA বিশেষত শ>স ষ>স >ও বিশেষকৈ।

ঞত্বা<OIA জ্ঞাত্বা জ্ঞ>ঞঞ ঞঞ>ঞ—শব্দৰ আদিস্থানত কেৱল একক ব্যঞ্জনৰ হে বাব াৰ হয় আ>অ—যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ সদায় হ্ৰস্ব হয় জানি।

অপ পমাদম্+হি হি—পঞ্চমীৰ বহুবচন

পমোদন্তি—প্ৰ উপসৰ্গ √মুদ্ আত্মনেপদী পৰস্মৈপদী হৈছে।

অৰিয়ান <OIA আৰ্য্যানাম্ আ>অ ৰ্য্যা>ৰিয়া অন্ত্য হসন্ত ম ৰ ঠাইত অনুস্বাৰ হৈছে।

ৰতা< √ৰম্+ক্ত—বহুবচন।

( ) তে ঝানিয়ো সাততিকা নিচ্চ দলহপৰক্কমা
ফুসন্তি ধীৰা নিৰ্ব্বান যোগক্খেম অনুত্তৰ ।

**অনুবাদ**

যি ধ্যান পৰায়ণ উত্তমশীল আৰু সদায় দৃঢ় পৰক্ৰমা এনে ধীৰ ব্যক্তিয়ে অপাৰ শান্তিৰূপে নিৰ্ব্বাণ লাভ কৰে।

**শব্দাৱলীৰ টোকা**

ঝায়িনো<OIA ধ্যায়িন ধ্য>ঝ তালব্যীভৱন >ও ধ্যানপৰায়ণ।

সাততিকা<সতত+ষ্ণিক্ প্ৰত্যয় = সাততিক বহুবচনত সাততিকা বিসৰ্গৰ পিছত নিচ্চ শব্দৰ ন বৰ্গৰ পঞ্চম বৰ্ণ থকাতিকে বিসৰ্গ লোপ হৈছে উত্তমশীল।

নিচ্চং<OIA নিত্যং ত্য>চ্চ—তালব্যীভৱন সদায়।

দলহ<OIA দৃঢ় ঋ>অ ঢ়>লহ—শব্দৰ মাজত বা অন্তত থকা ঢ় প্ৰায়ে পালিত লহ হয় দৃঢ়>দহৰ>দহল>দলহ ( inter changes by prothesis ) দৃঢ়।

পবমক্কা <OIA পৰক্ৰমা ক্ৰ>ক্ক—শব্দৰ মাজৰ ব্যঞ্জনধ্বনিৰ লগত ৰ ফলা থাকিলে লোপ হয় আৰু সেই ধ্বনি দ্বিত হয়।

দলহ পৰক্কমা — অতি সাহসেৰে।

ফুসত্তি <OIA স্পৃশস্তি ঋ>উ স্প>ফ সংযুক্ত ব্যঞ্জনৰ এটা উষ্ম বৰ্ণ হলে সি পিছৰ ব্যঞ্জন বৰ্গৰ মহাপ্ৰাণলৈ ৰূপান্তৰিত হয় শ>স।

নিব্বান <OIA নিৰ্বাণম্ ৰ্ব>ব্ব—পদৰ মধ্যস্থিত ব্যঞ্জনত ৰেফ থাকিলে লোপ হয় আৰু সেই ব্যঞ্জন দ্বিত হয় ণ>ন অন্ত্য ম্ ৰ ঠাইত অনুস্বাৰ হয়।

যোগক্ খেম <যোগ+ক্ষেমম্ ক্ষ>ক্খ অন্ত্য ম্>ং যি আনন্দ দিয়ে।

অনুত্তৰং <ন+উত্তৰম্—অনুত্তৰম্ অন্ত্য ম্> অসীম অপাৰ।

(৪) উট ঠানবতো সতিমতো সুচিকম্মস স নিসম্ম কাৰিনো

সঞ্ঞতস স স ধম্মজীৱিনো অপ পমত্তস স যসো ভিবড ঢ ত।

**অনুবাদ**

সদায় সচেতন হৈ থকা স্মৃতিবান আৰু পবিত্ৰ কৰ্ম বিচাৰ কৰি কাম কৰা স যত আৰু ধৰ্ম পৰায়ণ অপ্ৰমাদী সকলৰ যশ সৌৰভ বাঢ়ি যায়।

**শব্দাৱলীৰ টোকা**

উট ঠানবতো <OIA উত্থানবত ত্থ>ট ঠ >ও অকাৰান্ত শব্দৰ অন্ত্যস্থিত বিসৰ্গ ও কাৰ হয়—উত্তম ব্যক্তিৰ।

সতিমতো <স্মৃতিমত ঋ>অ স্ম>স—পালিত শব্দৰ আদিত যুক্ত ব্যঞ্জন সাধাৰণতে নহয় >ও—অকাৰান্ত শব্দৰ অন্ত স্থিত বিসৰ্গৰ ঠাইত ও যি স্মৰণ শক্তিশীল।

সুচিকম্মস স<শুচিকৰ্মণ শ স ৰ্ম>ম্ম—শব্দৰ মধ স্থিত ব্যঞ্জনত ৰেফ থাকিলে ৰেফ ৰ লোপ আৰু সেই ব্যঞ্জন দ্বিত হয় ৬ষ্ঠীৰ একবচনত স স হৈছে পবিত্ৰ কাম কৰা ব্যক্তিৰ।

নিসম্ম কাৰিনো <নিশম্য+কাৰিণ শ> স ম্য> ম্ম—সমীভৱন ণ>ন >ও—অকাৰান্ত শব্দৰ পিছত থকা বিসৰ্গ ও হয় বিচাৰ কৰি কাম কৰা ব্যক্তি।

সঞ্ঞতস স <OIA সংযতস্য ংয>ঞ্ঞ—অনুস্বাৰৰ পিছত য থাকিলে বিকল্প হয় স্য>স স—৬ষ্ঠীৰ একবচন সংযত লোকৰ।

যসোভিবড্ঢতি <OIA যশঃ+অভিবৰ্দ্ধতে, শ>স >ও, র্দ্ধ>ড্ঢ, এ> ই—পৰস্মৈপদী।

(৫) উট্‌ঠানেন অপ্পমাদেন সঞ্ঞমেন দমেন চ
দীপং কয়িৰাথ মেধাবী যং ওঘো নাভিকীৰতি।

**অনুবাদ**

জাগ্ৰত অপ্ৰমত্ত সংযত আৰু নিয়ন্ত্ৰিত হৈ বুদ্ধিমন্ত লোকে নিজৰ কাৰণে এনে দ্বীপ তৈয়াৰ কৰিব পাৰে যে তাক বানপানীয়েও লবাব নোৱাৰে।

**শব্দাৱলীৰ টোকা**

উট্‌ঠানেন <OIA উত্থানেন থ>ট্‌ঠ, তৃতীয়াৰ একবচন উত্তমী লোকৰ দ্বাৰা বা জাগ্ৰত লোকৰ দ্বাৰা।

সঞ্ঞমেন <OIA সংযমেন য>ঞ্ঞ অনুস্বাৰৰ পিছত য় থাকিলে বিকল্প হয় তৃতীয়াৰ একবচন সংযম ব্যক্তিৰ দ্বাৰা।

দমেন<দমেন=নিজকে নিয়ন্ত্ৰণ কৰিব পৰা ব্যক্তিৰ দ্বাৰা

দীপং<OIA দ্বীপম্ দ্ব>দ—শব্দৰ আদিত যুক্ত ব্যঞ্জনৰ প্ৰয়োগ সাধাৰণতে নয়। ম্> —অন্ত্য ম অনুস্বাৰ হয়।

কৰিয়াথ>কুৰ্য্যাৎ র্য্য>ৰিয় কৰিয়া>কায়িৰা (বৰ্ণবিপৰ্য্যয়)+থ (প্ৰথম পুৰুষৰ একবচন আত্মনেপদী)।

ওঘো>ওঘ >ও—অকাৰন্ত বিসৰ্গ ও কাৰ হয় বান পানী।

নাভিকীৰতি< ন+অবিকিৰতি=নাভিকিৰতি (অভি+কৃ)—লবাব নোৱাৰে।

(৬) পমাদম নুযুঞ্জন্তি বালা দুম্মেধিনো জনা
অপ্পমাদঞ্চ মেধাবী ধনং সেট্‌ঠং ব ৰক্‌খতি।

**অনুবাদ**

মুৰ্খ আৰু বুদ্ধিহীন লোকে প্ৰমাদৰ অনুসৰণ কৰে কিন্তু বুদ্ধিবান লোকে অপ্ৰমাদক পৰম ধন ভাবি যত্নেৰে ৰক্ষা কৰে।

**শব্দাৱলীৰ টোকা**

অনুযুঞ্জন্তি=অনু—সক যুঞ্জন্তি—লগলগ।

বালা<ব্যালা' ব্য>ব আকাৰন্ত শব্দৰ পিছত থকা বিসৰ্গৰ লোপ
মুৰ্খ মানুহ।

দুম্মোধিনো—(দু +মেধ)—যাৰ মেধা শক্তি নাই।

বক্খতি<বক্ষতি ক্ষ>ক্খ MIA ধ্বনিৰ ভিতৰত ক্ষ-ৰ উচ্চাৰণ নাই।

অপ পমাদঞ্চ<অপ্রমাদ+ঞ্চ ঞ্চ—আৰু।

ধন <ধনম্ ম্>ং—অন্ত হসন্ত ম কাৰ অনুস্বাৰ হয়।

সেট্‌ঠ ৰ<শ্রেষ্ঠম +ইৱ শ্র>স শব্দৰ আদি বৰ্ণত ৰ ফলা থাকিলে লোপ হয় ষ্ঠ>ট্‌ঠ—সংযুক্ত ব্যঞ্জন বৰ্ণৰ এটা উষ্ম বৰ্ণ হলে সি পিছৰ ব্যঞ্জন বৰ্গৰ মহাপ্রাণলৈ ৰূপান্তৰিত হয়। ইৱৰ ই লোপ হৈছে শ্রেষ্ঠই।

(৭) মা পমাদমনুযুঞ্জেথ মা কামৰতি সন্থৱ
অপ পমত্তো হি ঝায়ন্তো পপ পোতি বিপুল সুখং।

অনুবাদ

কেতিয়াও প্রমাদৰ লগত নিজকে যুক্ত নকৰিবা কামৰতি সম্ভোগত আসক্ত নহবা। অপ্রমত্ত আৰু ধ্যান পৰায়ণ লোকে অসীম আনন্দ পায়।

শব্দাৱলীৰ টোকা

পমাদমনুযুঞ্জেথ<প্রমাদম্+অনুযুঞ্জেথ—নিজকে যুক্ত কৰা উচিত নহয়।

সন্থৱং <সংস্তবম্ স্ত>থ অন্ত্য ম্> —ঘনিষ্ট পৰিচয় কামৰতি সন্থৱং—
কামৰতি সম্ভোগত আসক্ত।

ঝায়ন্তো<ধ্যায়ন্ত ধ্য>ঝ >ও—অকাৰন্ত বিসৰ্গ ও কাৰত পৰিণত।

পপ পোতি<প্রাপ্নোতি প্র>প—পদৰ আদি বৰ্ণৰ ৰ ফলাৰ লোপ

প্ন<প প—সমীভৱন (অসমান উচ্চাৰণৰ দুটা ব্যঞ্জন বৰ্ণৰ সংযুক্ত হলে কোমল উচ্চাৰণৰ ব্যঞ্জন বৰ্ণ শক্তিশালী উচ্চাৰণৰ বৰ্ণৰ সৈতে সমীভূত হয়।) পায়।

বিপুলং<বিপুলম্ অন্ত ম > অকাৰন্ত ব্যঞ্জনৰ পিছত থকা 'ম অনুস্বাৰ
হয় অসীম।

সুখং<সুখম্, অন্ত্য ম >ং, আনন্দ।

(৮) পমাদ অপ পমাদেন
যদা নুদতি পণ্ডিতো
পঞ্ঞাপাসাদমাৰুষ্হ
অসোকো সোকিনিং পজ
পব্বতট্ঠো ব ভূম্মট্ঠে
ধীৰো বালে অৱেক্খতি।

**অনুবাদ**

পণ্ডিত লোকে অপ্ৰমাদৰ দ্বাৰা প্ৰমাদক দূৰ কৰে। সেইদৰে দুখহীন ব্যক্তিয়ে প্ৰমাদৰূপ অট্টালিকাত ধীৰ লোকে তলৰ মূখক চোৱাৰ দৰে ভূমিস্থিত শোকাকুল লোকসকলক চায়।

**শব্দাৱলীৰ টোকা**

অপ পমাদেন<অ+প্ৰমাদেন—তৃতীয়াৰ একবচন অপ্ৰমাদৰ দ্বাৰা।

নুদতি—পৰস্মৈপদী পঠিয়ায়।

পঞ্ঞা<OIA প্ৰজ্ঞা জ্ঞ>ঞ্ঞ।

প্ৰসাদমাৰুষ্হ<প্ৰসাদম+আৰুহ্য হ্য>ষ্হ অট্টালিকাত উঠি বা আৰোহণ কৰ।

অসোকো<অশোক শ>স >ও—অকাৰন্ত শব্দৰ শেষত থকা বিসৰ্গ ও হয় দুখহীন ব্যক্তি।

সোকিনি <শোকিনম >স অন্ত্য হসন্ত ম ৰ অনুস্বাৰলৈ ৰূপান্তৰিত, শোক কৰি থকা ব্যক্তিক।

পজ <প্ৰজাঃ>পজা >পজ শব্দৰ আদিস্থিত বৰ্ণত ৰ ফলা যুক্ত হলে লোপ হয় পদান্ত অনুস্বাৰৰ পূৰ্ব দীৰ্ঘস্বৰ হ্ৰস্ব হয়।

পব্বতট্টো ৰ<পৰ্ব্বতস্থ +ইৱ ৰ্ব্ব>ব্ব—শব্দৰ মধ্যস্থিত ব্যঞ্জনত ৰেফ থাকিলে লোপ হয় আৰু সেই ব্যঞ্জন দ্বিত্ব হয় স্থ>ট ঠ—সংযুক্ত ব্যঞ্জনৰ এটা উষ্ম বৰ্ণ হলে সি পিছৰ ব্যঞ্জন বৰ্গৰ মহাপ্ৰাণলৈ ৰূপান্তৰিত হয় >ও ইৱ ৰ ইৰ লোপ হৈছে।

ভূম্মট্ঠে—ভূমিস্থিত

বালে—৭মীৰ একবচন মূখ

অবেক খতি<OIA অব+ইক খতে—অবেক্ষতে ক্ষ>ক্খ আত্মনেপদ পৰস্মৈপদী হৈছে।

(৯) অপ পমত্তো পমত্তেসু সুত্তেসু বহুজাগৰো
অবলস্স ব সীঘস্সো হিত্বা যাতি সুমেধসো।

**অনুবাদ**

বেগী ঘোৰাই দুৰ্বল ঘোৰাক পিছ পেলাই থৈ যোৱাৰ দৰে প্ৰমত্ত সকলৰ মাজত অপ্ৰমত্ত, সুপ্তসকলৰ মাজত জাগ্ৰত জ্ঞানীলোকেও আগবাঢ়ি যায়।

**শব্দাৱলীৰ টোকা**

অপ পমত্তো <অপ্ৰমত্ত: প্ৰ>প প—শব্দ মধ্য বা অন্ত্য ব্যঞ্জনত ৰ ফলা থাকিলে লোপ হয় আৰু ব্যঞ্জন দ্বিত হয় >ও—অকাৰন্ত শব্দৰ পিছত থকা বিসৰ্গ ও কাৰ হয় মনৰ সজাগ অৱস্থা।

পমত্তো<প্ৰমত্ত প্ৰ>প—শব্দৰ আদিস্থিত ব্যঞ্জনত ৰ ফলা থাকিলে কেৱল লোপ হয় >ও মায়াত মগ্ন।

পমত্তেসু—৭মীৰ বহুবচন সু।

সুত্তেসু<OIA সুপ্তেষু প্ত<ত্ত সমীভৱন (সমান উচ্চাৰণ দুটা ব্যঞ্জন সংযুক্ত হলে প্ৰথমটো দ্বিতীয়টোৰ লগত সমীভূত হয়) ষ>স ৭মীৰ বহুবচন শুই থকা সকলৰ মাজত।

অবলস্স <OIA অবলাশ্ম শ্ব>স্স—সমীভৱন (সমীভৱনৰ নিয়ম অনুযায়ী উচ্চাৰণৰ কোমলতাৰ কাৰণে ৱ লোপ হৈ স দ্বিত হৈছে শ>স) অন্ত্য ম>ং দুৰ্বল ঘোৰা।

সীঘস্সো<OIA শীঘ্ৰাশ্ব শ>স ঘ্ৰ>গঘ>ঘ শ্ব>সস >ও বেগীঘোৰা।

সুমেধসো<OIA সুমেধস >ও—অকাৰন্ত ব্যঞ্জনৰ পিছত থকা বিসৰ্গ ও-কাৰ হয় জ্ঞানীলোক।

(১০) অপ পমাদেন মঘবা দেবানং সেট্ঠতং গতো
অপ পমাদং পসংসন্তি পমাদো গৰহিতো সদা।

**অনুবাদ**

অপ্ৰমাদৰ দ্বাৰা ইন্দ্ৰই (মঘৱাই) দেৱতাসকলৰ মাজত শ্ৰেষ্ঠত্ব লাভ কৰিছে। অপ্ৰমাদক প্ৰশংসা কৰে প্ৰমাদ সদায় নিন্দিত।

**শব্দাবলীৰ টোকা**

অপ্পমাদেন <OIA অপ্ৰমাদেন প্ৰ>প্প—মধ্যস্থিত ব্যঞ্জনত ৰ ফলা থাকিলে লুপ্ত হয় আৰু সেই ব্যঞ্জন দ্বিত হয় তৃতীয়াৰ একবচন, অপ্ৰমাদৰ দ্বাৰা।

মঘৱা<মঘৱন প্ৰথমাৰ একবচন ইন্দ্ৰই।

দেৱান <দেৱ—৬ষ্ঠীৰ বহুবচন

সেট্‌ঠতং<শ্ৰেষ্ঠতাম শ্ৰ>শ>স—শব্দ আদিস্থিত ব্যঞ্জনত ৰ ফলা থাকিলে লোপ হয় ষ্ঠ>ট্‌ঠ—স যুক্ত ব্যঞ্জন বৰ্ণৰ এটা উষ্ম বৰ্ণ হলে সি পিছৰ ব্যঞ্জন বৰ্গৰ মহাপ্ৰাণলৈ ৰূপান্তৰিত হয় ম > আ> অ পদান্ত অনুস্বৰৰ পূৰ্ব দীৰ্ঘস্বৰ হ্ৰস্ব হয়।

পসংসন্তি<প্ৰশংসন্তি প্ৰ>প—শব্দৰ আদি বৰ্ণত স যুক্ত ৰ ফলাৰ লোপ, শ>স পৰস্মৈপদী প্ৰশংসা কৰে।

গৰহিতো<গৰ্হিত° হ>ৰহ ৰেফ হকাৰত থাকিলে ৰ হয় >ও নিন্দিত।

(১১) অপ্পমাদৰতো ভিক্‌খু পমাদে ভয়দস্‌সিৱা
সংযোজনং অণুং থূলং ডহং অগ্গীৱ গচ্ছতি।

**অনুবাদ**

অপ্ৰমাদী আৰু প্ৰমাদক ভয় কৰা ভিক্ষুৱে অণু আৰু স্থূল—সকলোকে দগ্ধ কৰি জুইৰ দৰে আগবাঢ়ে (মুক্তিৰ পথত)।

**শব্দাবলীৰ টোকা**

ভয়দস্‌সিৱা<ভয়দৰ্শীৱা ৰ্শ>স>স্‌স—শব্দৰ মধ্যস্থিত ব্যঞ্জন ধ্বনিৰ ওপৰত থকা ৰেফ ৰ লোপ আৰু সেই ধ্বনি দ্বিত হয় ভাৱবাচ্য।

ৱা—আৰু

সংযোজনং<সংযোজনম অন্ত্য হসন্ত 'ম' অনুস্বাৰ হয়।

থূলং<স্থূলম স্থ>থ শব্দৰ আদিতে যুক্তাক্ষৰৰ প্ৰয়োগ সাধাৰণতে নাথাকে অন্ত্য হসন্ত ম > হৈছে অনুস্বাৰ।

ডহ <দগ্ধ >দগধং দ>ড মূৰ্ধণ্যীভৱন স্বৰ মধ্যগত অল্পপ্ৰাণ 'গ ৰ লোপ, ধ<হ—মধ্যস্থিত মহাপ্ৰাণ বৰ্ণৰ হ লৈ ৰূপান্তৰত হয় দগ্ধ কৰা।

অগ গী ৱ<অগ্নি+ইৱ গ্ন>গ গ—অসমান উচ্চাৰণৰ দুটা ব্যঞ্জন বৰ্ণৰ সংযুক্ত হলে কোমল উচ্চাৰণৰ ব্যঞ্জনবৰ্ণ শক্তিশালী উচ্চাৰণৰ বৰ্ণৰ সৈতে সমীভূত হয় অগ গি+ইৱ অগ গী ৱ—জুইৰ দৰে।

গচ্ছতি—গৈ থাকে।

(১২) অপ পমাদৰতো ভিক্‌খু পমাদে ভয়দস সিৱা
অভব্বো পৰিহানায় নিব্বানসসে ৱ সন্তিকে।

**অনুবাদ**

অপ্ৰমাদী আৰু প্ৰমাদক ভয় কৰা ভিক্ষু কেতিয়াও ধৰ্মৰ পথৰ পৰা বিচ্যুত ন য় আৰু তেওঁ নিৰ্বাণৰ চাপে।

**শব্দাৱলীৰ টীকা**

অভব্বো<অভব্য ব্য>ব্ব >ও, নহবলগীয়া।

পৰি হানায়=পৰিত্যাগ কৰা

নিব্বানস সে ৱ<নিৰ্বাণস্য+এৱ ৰ্ব>ব্ব—মধ্যস্থিত ব্যঞ্জন ধ্বনিৰ ওপৰত ৰেফ থাকিলে লোপ হয় আৰু ধ্বনিটো দ্বিত্ব হয় ণ>ন স্য>স স—সমীভৱন নিব্বানস স+এৱ নিব্বানস সে ৱ— নিৰ্বাণেৰেই।

সন্তিকে<স্বন্তিকে স্ব>স—পদৰ আদি বৰ্ণত ব কাৰ যুক্ত থাকিলে পালিত সেই ব-কাৰ প্ৰায়েই লুপ্ত হয় ৭মীৰ এক বচন অতি ওচৰত।

## পুপ ফ বগ গ

(১) কো ইমং পঠৱি ৱিজেস্‌সতি
যমলোকঞ্চ ইম সদেৱকং ?
কো ধম্মপদং সুদেসিতং
কুসলো পুপ ফমি ৱ পচেস সতি ?

**অনুবাদ**

যমলোক আৰু দেৱলোকৰ সৈতে কোনে এই পৃথিৱী জয় কৰিব ? নিপুণ মালীয়ে ফুল চিঙাৰ দৰে কোনে শুৱনি ধৰ্ম্মপদ অনুসন্ধান কৰিব।

**শব্দাৱলীৰ টোকা**

পঠবিং<OIA পৃথিবী ঋ>অ থ>ঠ—মূৰ্দ্ধণ্যীভৱন ঈ>ই ই>অ, পদান্ত অনুস্বাৰৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ হ্ৰস্ব হয় দ্বিতীয়াৰ এক বচন।

বিজেস সতি—জয় কৰিব।

সুদেসিতং<সুদেশিত শ>স

কুসলো<কুশ শ>স >ও—অকাৰন্ত শব্দৰ শেষৰ বিসৰ্গ সাধাৰণতে ও কাৰ হয়।

পচেস সতি<প+ চনাত ৰ ভৱিষ্যত কাল পাচিনিস্সতি>পচেস সতি।

পুপ ফ<পুষ্প ষ্প>প ফ—স যুক্ত বৰ্ণৰ এটা উষ্ম হলে পিছৰ ব্যঞ্জনটো মহাপ্ৰাণ বৰ্ণ য়।

(২) সেখো পঠবি বজেস সতি
যমলোকঞ্চ ই সদেৱক
সেখো ধম্মপদ সুদে সত
কুস ো পুপ ফমি ব পচেস স ত।

**অনুবাদ**

যমলোক আৰু দেৱলোকৰ সৈতে শিষ্য[১] এই পৃথিৱী জয় কৰিব। নিপুণ মালীয়ে ফুল বাছি চিঙাৰ দৰে তেৱে া সু প্ৰদৰ্শিত ধম্ম পথ অনুসন্ধান কৰিব।

**শব্দাৱলীৰ টোকা**

সেখো<OIA শেক্ষ শ>স ক্ষ> । অকাৰন্ত শব্দৰ পিছত থকা বিসৰ্গ ও-কাৰ হয় শিষ্য।

( ) ফেণুপম কায়ামমং বিদত্বা
মৰীচিধম্ম অভিসম্ব ধানো
ছেত্বান মাৰস স পপুপ ফকানি
অদস সনং মচ্চ ৰাজস স গচ্ছে।

**অনুবাদ**

এই শৰীৰ ফেনৰ দৰে আৰু মৰীচিকাৰ দৰে জনা লোকে মায়াৰ বন্ধন (শৰ) ছেদ কৰি যমৰজাৰ অদৰ্শন হৈ যায়।

**শব্দাৱলীৰ টোকা**

ফেনূপম <ফেন+উপমম —পালি সন্ধি অনুসৰি পূৰ্ব স্বৰ লুপ্ত হলে পৰবৰ্তী হ্রস্ব স্বৰ কেতিয়াবা কেতিয়া দীৰ্ঘ হয় অন্ত্য ম কাৰ অনুস্বাৰ হয় ফেনৰ নিচিনা।

ছেত্বান<চিৎ, চিত্বা+ত্বান বৈদিক ৰূপ ই ৰ ঠাইত এ হৈছে।

বিদিত্বা< √বিদ্ জানি।

অদস সনং<অদৰ্শনম র্শ>স স —সমীভৱন নাহবা শব্দৰ মধ্যত থকা ব্যঞ্জন ধ্বনিৰ ওপৰত ৰেফ থাকিলে লোপ হয় আৰু সেই ধ্বনি দ্বিত হয় ম > —অন্ত্য হসন্ত ম-কাৰ অনুস্বাৰ হয় অদৰ্শন।

মচ্চ>মৃত্যু ঋ>অ ত্য>চ্চ—তালব্যীভৱন।

(৪) পুপ ফানি হেৱ পচিণন্ত ব্যাসত্তমনস নৰ
সুত্ত গাম মহোঘো ৱ মচ্চ আদায় গচ্ছতি।

**অনুবাদ**

যি মানুহ পুষ্প স গ্রহত বিশেষভাৱে ( কামনা ভ াক ৰূপত ) আসক্ত বানপানীয়ে শুই থকা গাওঁ উটুৱাই নিয়াৰ দৰে তেওঁ কা মৃত্যুৱে ধৰি লৈ যায়।

**শব্দাৱলীৰ টোকা**

পুপ ফানি<পুষ্পানি ষ্প>পফ —স যুক্ত ব্যঞ্জন বৰ্ণৰ এটা উষ্ম বৰ্ণ হলে সি ব্যঞ্জন বৰ্গৰ মহাপ্র ণলৈ ৰূপান্তৰিত হয়

ব্যাসত্ত<বি উপসৰ্গ আ উপসৰ্গ, সঞ্জ +ক্ত=ব্যাসক্ত=বিশেষ ভাৱে আসক্ত।

মহোঘোৱ—মহা+ওঘো+ইৱ মহা বানপানী।

হেৱ<হি+এৱ যিহেতুকে।

সুত্তং<সুপ্তং প্ত>ত্ত-সমীভৱন সমান উচ্চাৰণৰ সংযুক্ত ব্যঞ্জন দুটাৰ প্ৰথমটো দ্বিতীটোৰ লগত সমীভূত হয় শুই থকা।

পচিণন্তং<প্ৰ উপসৰ্গ √চি—শতৃ দ্বিতীয়াৰ একবচন—প্ৰচিন্বন্ত —সংগ্ৰহ ৰত ব্যক্তিক।

(৫) পুপ ফানি হেৱ পচিণন্তং ব্যাসত্তমনস নৰং
অতিত্তং য়েৱ কামেসু অন্তকো কুৰুতে ৱসং।

অনুবাদ

পুষ্প সংগ্ৰহত মত্ত ( ভোগত মত্ত ) মানুহৰ দৰে যি ৰূপত আকৰ্ষিত সেই সকলৰ বাসনাৰ পৰিতৃপ্তি হোৱাৰ আগতে মৃত্যুৱে বশীভূত কৰে।

শব্দাৱলীৰ টীকা

অতিত্ত <অ+তৃপ্ত ঋ>ই প্ত>ত্ত—সমীভৱন

ৱসং<ৱশম শ>স অন্ত্য হসন্ত ম অনুস্বাৰ হৈছে।

কুৰুতে< √কৃ>কৰ—প্ৰথম পুৰুষ একবচন আত্মনেপদী।

ৱস <ৱশম শ>স অন্ত্য ম > বশীভূত।

(৬) যদাপি ভমৰো পুপ ফ ৱণ্ণাগ্ধ অহেঠয়ং
পলেতি ৰসমাদায এৱ গামে মুনীচৰে।

অনুবাদ

যিদৰে ভোমোৰাই ফুলৰ ৰ আৰু গন্ধৰ অনিষ্ট নকৰাকৈ কেৱলমাত্ৰ মৌ আহৰণ কৰি গুচ যায় সেইদৰে মুনী সকলেও কাকো অনিষ্ট নকৰি গাওঁ বিচৰণ কৰে।

শব্দাবলীৰ টীকা

ৱণ্ণ<বৰ্ণ ন >ণ্ণ—শব্দ মধ্য বা অন্ত্য ব্যঞ্জনত ৰেফ থাকিলে লোপ হয় আৰু সেই বৰ্ণ দিত হয় ৱৰণ বা ৰং।

অহেঠয় —নিজন্ত শতৃ প্ৰত্যয় প্ৰথমাৰ একবচন অনিষ্ট নকৰাকৈ।

পলেতি<পলায়তে—পালিত অয় প্ৰত্যয় যুক্ত কৰি নিজন্ত ক্ৰিয়া কৰা হয় আকৌ অয়>এ হয় আত্মনেপদী পৰস্মৈপদী হৈছে।

এৱং<এৱম ম >ং।

মূণীচৰে—মুনি+চৰে—মূণীচৰে—পালিৰ বিমিশ্ৰ সন্ধিৰ নিয়ম অনুসৰি স্বৰবৰ্ণৰ পিছত ব্যঞ্জনবৰ্ণ থাকিলে পূৰ্ববৰ্ত্তী দীৰ্ঘ স্বৰ হ্ৰস্ব নাইবা হ্ৰস্ব স্বৰ দীৰ্ঘ হয়।

বগ্নগন্ধং<বর্ণগন্ধম  র্ণ—গ্ন—সমীভবন  অন্ত্য হসন্ত ম >ং—বং আৰু গন্ধ।

(৭)  ন পবেস  বিলোমানি ন পবেসং কতাকত
অত্তনো ব অবেকখেয্য কতানি অকতানি চ।

অনুবাদ

আনৰ দোষ সমূহ  আনে কি কৰিলে—নকৰিলে  সেইবোৰৰ প্ৰতি চকু দিয়া উচিত ন য়  নিজৰ  কৰ্ম আৰু  অকৰ্মবোৰৰ  প্ৰতিহে  চকু  দিয়া উচিত।

শব্দাৱলীৰ টোকা

পবেসং<OIA পৰেষাম  ষ>স  অন্ত্য  হসন্ত  ম অনুস্বাৰ  হয়  পৰৰ  বা আনৰ।

বিলোমানি—দোষসমূহ।

কতাকত <OIA কৃতাকৃতম  ঋ>অ  অন্ত্য  হসন্ত ম অনুস্বাৰ  হৈছে  কৰ্ম অকৰ্ম।

অত্তনো ব<OIA আত্মন +এৰ  আ>অ যুক্ত  ব্যঞ্জনৰ  পূৰ্ববৰ্তী  দীৰ্ঘস্বৰ হ্ৰস্ব হৈ ছে ত্ম>ত্ত—সমীভৱন  >ও এৰ ৰ  এ  লোপ হৈছে  নিজৰ দৰে।

অবেক্খেয়য়<OIA অবেক্ষেয্য  ক্ষ>ক খ  ষ্য>য য  চোৱা  উচিত।

কতানি<OIA কৃতা ন  ঋ>অ  কৰিবলগীয়া কাম  অৰ্থাৎ ভাল কাম।

অকতানি<OIA অকৃতানি  ঋ>অ  কৰিবনলগীয়া কাম বা বেয়া কাম।

(৮)  যথাপি ৰুচিৰ  পুপ ফ  বগ্নবন্ত  অগন্ধক
এব  সুভাসিতা বাচা অফলা হোতি অকুব্বতো।

অনুবাদ

সুন্দৰ ৰঙৰ ফুল গন্ধহীন হলে নিষ্ফল হোৱাৰ দৰে  সুন্দৰভাৱে কোৱা কথাও কাৰ্য্যকৰী নকৰিলে নিষ্ফল হয়।

শব্দাৱলীৰ টোকা

বাচা<বাচ প্ৰথমাৰ বহুবচনত বাচ।

বণ্ণ>বর্ণ র্ণ>ণ্ণ—শব্দৰ মধ্য বা অন্তত ব্যঞ্জনত ৰেফ থাকিলে লোপ হয় আৰু সেই ব্যঞ্জন দ্বিত হয় ৰবণ বা ৰ ।

হোতি>ভৱতি ভ>হ অৱ>ও—পালিত দ্বি স্বৰ অৱ আৰু অয় ৰ ব্যৱহাৰ নাই ইইতৰ ঠাইত ক্ৰমে ও' আৰু এ হয়।

সুভাসিতা—<সুভাষিতা ষ>স বিসৰ্গ লোপ বৰ্গৰ য় ৪ৰ্থ আৰু পঞ্চম বৰ্ণ পিছত থাকিলে আগৰ বিসগ লোপ হয়।

অকুব্বতো<অকুৰ্ব্বত (ন+কুৰ্ব্বত =অকুৰ্ব্বত ) ৰ্ব্ব>ব্ব পালিত তিনিটা ব্যঞ্জনৰ স যোগ নহয় >ও=নকৰা ব্যক্তিৰ।

(১) যথাপি ৰুচিৰ পুপ ফ বণ্ণবন্তং সগন্ধক
এৱ সুভাসিতা বাচা সফলা হোতি সকুব্ব তা।

**অনুবাদ**

যিদৰে গন্ধযুক্ত সুবৰ্ণ ফুল সফল হয় সুন্দৰ বাক্যও কাৰ্যত পৰিণত কৰিলে সেইদৰে সফল হয়।

**শব্দাবলীৰ টোকা**

যথাপি<যথাহি—যিদৰে।

সগন্ধক —গন্ধ সৈতে গন্ধযুক্ত।

সকুব্বতো<সকুৰ্ব্ব ত' ৰ্ব্ব >ব—তিনিটা সংযুক্ত ব্যঞ্জনৰ ব্যৱহাৰ নাই >ও কৰি থকা ব্যক্তিৰ।

(১ ) যথাপি পুপ ফৰাসিমৃহা ক য়ৰা মালাগুণে বহু
এৱ জাতেন মচ্চেন কত্তব্ব কুসলং বহু ।

**অনুবাদ**

যিদৰে ফুলৰ দ মৰপৰা বহুমালা গাথিব পাৰি সেইদৰে মৰণশীল মানুহেও জন্মগ্ৰহণ কৰি বহুতো সজ কাম কৰা উচিত।

**শব্দাৱলীৰ টোকা**

পুপ ফবাসিমৃহা <OIA পুষ্পৰাশিষ্মাৎ ষ্প > প ফ—সংযুক্ত বৰ্ণৰ এটা উষ্মবৰ্ণ হলে সি পিছৰ ব্যঞ্জন বৰ্গৰ মহাপ্ৰাণলৈ ৰূপান্তৰিত হয় শ > স ৫মীৰ একবচন ষ্মাৎ পালিত ম্‌হা হয় ফুলৰ দ মৰ পৰা।

কৰিয়া < √কৃ + বিধি প্ৰথম পুৰুষৰ একবচন কুৰ্য্যাৎ > কুৰ্য্যা—অন্ত্য ৎ ৰ লোপ < কুৰিযা > কয়িৰা—বৰ্ণ বিপৰ্যয় কৰা উচিত।

জাতেন <OIA জাত° > জাত + এন—তৃতীয়াৰ একবচন জন্মৰ দ্বাৰা।

মচ্চেন <OIA মৰ্ত্যেন র্ত্য > ত্য > চ্চ—তালব্যীভৱন মচ্চ + এন তৃতীয়াৰ একবচন মৰণশীল মানুহৰ দ্বাৰা।

কত্তব্ব <OIA কৰ্ত্তব্যম্ ৰ্ত্ত > ত্ত—পালিত ব্যঞ্জনধ্বনিৰ একেলগে।তনিটা স যুক্ত হৈ নাথাকে ব্য > ব্ব—সমীভৱন অন্ত্য হসন্ত ম অনুস্বাৰলৈ ৰূপান্তৰিত কৰা উচিত।

(১১) ন পুপ ফগন্ধো পটিবাতমেতি
ন চন্দন তগৰমল্লিকা বা
সতঞ্চ গন্ধো পটিবাতমেতি
সব্বাদিসা সপ পুৰিসো পৱতি।

**অনুবাদ**

ফুলৰ গোন্ধ বতাহৰ বিপৰীতে বব নোৱাৰে নাইবা চন্দন তগৰ মালতীৰ গন্ধো বতাহৰ বিপৰীতে নবয়। কিন্তু সৎ পুৰুষৰ গুণ বতাহৰ বিপৰীতেও বয় সৎ পুৰুষ সকলৰ যশ সকলোফালে বয়।

**শব্দাৱলীৰ টোকা**

পুপ ফ <OIA পুষ্প ষ্প > প ফ—স যুক্ত বৰ্ণ দুটাৰ এটা উষ্মবৰ্ণ হলে সি পিছৰ ব্যঞ্জন বগ ৰ মহাপ্ৰাণলৈ ৰূপান্তৰিত হয়।

গন্ধো <OIA গন্ধ° <ও।

পটিঘাতমেতি<প্ৰতিঘাতম + এতি প্ৰ>প আদি ব্যঞ্জনত থকা ৰ ফলাৰ লোপ ত>ট—মূৰ্ধণ্যীভৱন বতাহৰ বিপৰীত মুখী।

সব্বা<সৰ্ব্বা র্ব্ব>ব্ব বগৰ তৃতীয় বৰ্ণ দ পিছত থকা কাৰণে বিসৰ্গৰ লোপ।

দিসা<দিশ শ>স >আ।

সপপুৰিসো<সৎ পুৰুষ ৎ>প (শ্বাসাঘাতৰ কাৰণে) ষ>স শব্দৰ দ্বিতীয় অক্ষৰৰ উ>ই হয় >ও।

পৰাতি<প্ৰৰাতি প্ৰ>প শব্দৰ আদি বৰ্ণত ৰ ফলাৰ ব্যৱহাৰ নাই।

(১২) চন্দন তগৰ বা পি উপপলং অথ বস সিকী
এতেসং গন্ধজাতান সীলগন্ধো অনুত্তৰো।

**অনুবাদ**

চন্দন তগৰ পদুম আদিৰ গোন্ধে সদ্গুণৰ গোন্ধক অতিক্ৰম কৰিব নোৱাৰে।

**শব্দাৱলীৰ টোকা**

বা পি<বা + অপি অব্যয়।

উপপলং<উৎপলম ৎ>প (শ্বাসাঘাতৰ কাৰণে) অন্ত্য হসন্ত ম>ং।

অথ—আদি অৰ্থত ব্যৱহাৰ হৈছে।

বস্সিকী<OIA বাৰ্ষিকা আ>অ যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘ স্বৰ হ্ৰস্ব হয়, ৰ্ষ>স >স স—সমীভৱন।

এতেস <এতেষাম ষ>স আ>অ -অনুস্বাৰৰ পূৰ্বদীৰ্ঘ স্বৰ হ্ৰস্ব হয় ম > —এইবোৰৰ।

সীল<শীল শ>স স্বভাৱ বা চৰিত্ৰ।

অনুত্তৰো<ন + উত্তৰ >ও উত্তৰণ বা অতিক্ৰম কৰিব নোৱাৰা।

(১) অপপমত্তো অয় গন্ধো যায় তগৰ চন্দনী
যো চ সীলৱত গন্ধোৱ ত দেৱেসু উত্তমো।

অনুবাদ

তগৰ বা চন্দনৰ গোন্ধ অতি সামান্য সুচৰিত্ৰবান লোকৰ গোন্ধ দেৱতা সকলতকৈও উত্তম।

শব্দাৱলীৰ টীকা

অপ্পমত্তো<অল্প+মাত্র ল্প<প্প- সমীভৱন ত্র>ত্ত—সমীভৱন আ>অ, —যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘ স্বৰ হ্ৰস্ব হয় অলপ মাত্র।

অয় <OIA ইদম্>ইম পুংলিঙ্গ স্ত্ৰীলিঙ্গ তৃতীয় পুৰুষৰ একবচন।

যায়ং<য +অয়ম্—যোইয়ম্>যা য়ং এই যে।

দেবেসু<দেবেষু ষ>স—৭মীৰ বহুবচন।

উত্তমো<উত্তম >ও।

(১৪) তেসং সম্পন্নসীলানং অপ্পমাদবিহাৰিনং
সম্মদঞ্ঞা বিমুত্তানং মাৰো মগ্গং ন বিন্দতি।

অনুবাদ

সৎ চৰিত্ৰবান অপ্ৰমত্ত আৰু প্ৰজ্ঞাৰ দ্বাৰা মুক্তিপোৱা লোক কোন্ পথেৰে চলে মায়া বা মাৰে তাৰ সন্ধান নাপায়।

শব্দাৱলীৰ টীকা

মাৰো<OIA মাৰ >ও মায়া।

মগ্গং<মাৰ্গং, আ>অ—যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘ-স্বৰ হ্ৰস্ব হয় ৰ্গ>গ্গ —শব্দৰ মধ্যস্থিত ব্যঞ্জনৰ ওপৰত ৰেফ থাকিলে লোপ হয় আৰু সেই ব্যঞ্জন দ্বিত হয় ( সমীভৱন )

বিমুত্তানং<বিমুত্তানাম্ অন্ত্য ম্>ং আ>অ=বিমুক্ত সকলৰ।

বিন্দতি<বিন্দতে—আত্মনেপদী পৰস্মৈপদী হৈছে।

তেসং<তেষাম্ ষ>স ম্>ং—তেওঁলোকৰ।

(১৫ ১৬) যথা সঙ্কাৰধানস্মিং উজ্ঝিতস্মিং মহাপথে
পদুমং তত্থ জায়েথ সুচিগন্ধং মনোৰমং।

এবং সঙ্কাৰভূতেসু অন্ধভূতে পুথুজ্জনে
অতিৰোচিত পঞ্‌ঞায় সম্মাসম্বুদ্ধসাৱকো।

অনুবাদ

যিদৰে ৰাজপথত পেলাই দিয়া জাবৰৰ দ মত মনোৰম মধুৰ গোন্ধৰ পদুমৰ জন্ম হয় সেইদৰে বুদ্ধ শস্যও অপদাৰ্থ লোকৰ মাজত আৰু বাসনাৰে আচ্ছন্ন চৰিত্ৰহীন লোকৰ মাজত প্ৰজ্ঞাৰ দ্বাৰা শোভা পায়।

শব্দাৱলীৰ টোকা

সঙ্কাৰ ধানস্মিং = সঙ্কলন কৰি থকা ঠাইত।

উজ্ঝিতস্মি <উজ্ঝিতে স্মিন্‌ স্মন>স্ম —পৰিত্যক্ত হৈ থকা ইয়াত।

তথ<তত্র ত্র>থ (ব্যতিক্ৰম)।

জায়েথ<জায়েত, ত>থ—মহাপ্ৰাণীভৱন, উপজায় যিজনে।

পঞ্‌ঞায়<প্ৰজ্ঞায়ৈ জ্ঞ>ঞ্‌ঞ প্ৰঞ্‌ঞ + ওয়া একবচন।

## গাহা সত্তসঙ্গ

প্ৰাকৃত ভাষাত গীতি কাব্য ৰচনাৰ পৰম্পৰা প্ৰাচীন কালৰ পৰাই এক নিয়ত প্ৰবাহত চলি থকাৰ প্ৰমাণ আছে। মন কৰিবলগীয়া কথা যে গীতি কাব্য সমূহত শৃঙ্গাৰ ৰসৰ প্ৰাবল্য বৰ বেছি। এনে শৃঙ্গাৰিক গাথা সমষ্টিৰ এখন প্ৰখ্যাত স কলন হল গাহা সত্তসঈ। এই সংকলনখন প্ৰথম শতিকাত মহাৰাষ্ট্ৰীয় প্ৰাকৃতত ৰচনা কৰা হয়। গ্ৰন্থখনৰ স কলক সাতবাহন বংশীয় ৰজা হালে লিখিছে যে তেওঁ একোটি গাথা পঢ়ি তাৰ পৰা সাতশ গাথা একত্ৰ সংগ্ৰহীত কৰিছে। গ্ৰাম্যজীৱনৰ সহজ-সৰল তথা স্বাভাৱিক জীৱনৰ চিত্ৰ এই গাথাসমূহৰ ভিতৰত সজীৱ হৈ আছে। মাজে মাজে গাথাসমূহৰ ভাষাত অপভ্ৰংশৰ প্ৰভাৱো কিছু পৰিমাণে পৰিছে। আমি কেইটামান গাথাৰ মূল পাঠ নমুনা হিচাপে দাঙি ধৰিলোঁ।।

(১) সাহ ঈ বসি ন্নিঅ গই মা কৰ বম্ম তিবিজ্জবলিঅমুহু অঙ্গং—
এআণং বাল বালুঙ্কিতন্তু কুড়লাণং ৫ স্মাণং।

**অনুবাদ**

সখি প্রেমৰ এয়ে ৰীতি ই আঁহ থকা গছৰ সূতাৰ দৰে কুটিল।
তোমাৰ চন্দ্ৰৰ দৰে মুখখন ঘূৰাই চকুলো ছুটুকিবা।

**শব্দাৱলীৰ টোকা**

ঈৰিসি<OAI ঈ দৃশী ঋ>ৰি মধ্যস্থিত অল্পপ্ৰাণ 'দ' ৰ লোপ শ>স এনেকুৱা।

ৰিঅ<OIA এৰ

গই<OIA গতি, মধ্যস্থিত অল্পপ্ৰাণ ত ৰ লোপ নিয়ম গতি course।

ৰুৱ ৰসু<OIA √ৰু লোট মধ্যম পুৰুষৰ একবচন ক্ৰন্দন কৰা।

তিৰিঅ ৱলিঅ<OIA তিৰ্যক্—ৱলিত র্য>ৰিয়>ৰিঅ অন্ত হসন্ত ক্ ৰ লোপ ত>অ স্বৰ মধ্যস্থিত অল্পপ্ৰাণ বৰ্ণ 'ত ৰ লোপ বেকাকৈ পৰিবৰ্তিত।

মুহ<OIA মুখ খ>হ—মহাপ্ৰাণ বৰ্ণ হ লৈ ৰূপান্তৰিত হয়।

অন্দং<OIA চন্দ্ৰম্ চ>অ—অল্পপ্ৰাণ চ ৰ লোপ ন্দ্ৰ>ন্দ MIA-ত তিনিটা ব্যঞ্জনৰ সংযোগ নাই অন্ত্য হসন্ত ম>ং

ৱাল বালুঙ্কি—মসৃণ লতা

তন্তু<OIA তন্তু সূতা আঁহ

কুডিলাণ <OIA কুটিলানা ট>ড—অঘোষ মূৰ্ধণ্য ঘোষ মূৰ্ধণ্য হয় ন>ণ মূৰ্ধণ্যীভৱন আ>অ – অনুস্বাৰৰ পূৰ্বৰ দীৰ্ঘস্বৰ হ্ৰস্ব হয়।

পেম্মাণং<প্ৰেম্ণাম্— প্ৰমানাম্ শ্বাসাঘাতৰ কাৰণে 'ম্ম' হৈছে।

এআণ <এতানাম্ স্বৰ মধ্যস্থিত ত-ৰ লোপ ন>ণ অন্ত্য হসন্ত ম>ং।

(২) ৰন্ধণ কম্মণি উণিএ মা জুৰসু ৰত্তা পাডল—সুঅন্ধং।
মুহ মাৰুঅং পিঅন্তো ধূমাই সিহীণ পজ্জলই॥

**অনুবাদ**

হেৰা ৰন্ধন কৰ্ম নিপুণা খং নকৰিবা তোমাৰ ৰক্ত পাটল ফুলৰ দৰে সুগন্ধ মুখৰ ৰতাহ পান কৰি জুইকুৰা জ্বলি উঠা নাই কেৱল ধোৱা হে আছে।

**শব্দাৱলীৰ টোকা**

বৰ্দ্ধণ কম্মণিউণএ<বৰ্দ্ধন কৰ্ম নিপুণকে ন>ণ মূৰ্দ্ধণ্যীভৱন, র্ম>ম্ম—শব্দৰ মাজৰ বা শেষৰ ব্যঞ্জনৰ ওপৰত ৰেফ থাকিলে লোপ হয় আৰু সেই ব্যঞ্জন দ্বিত হয় ন>ণ—মূৰ্দ্ধণ্যীভৱন

স্বৰ মধ্যস্থিত অল্পপ্ৰাণ প আৰু ক ৰ লোপ।

মা জুৰসু—খং নকৰিবা।

সুঅন্ধ <OIA সুগন্ধম্—মধ্যস্বৰ গ ৰ লোপ আৰু অন্ত্য হসন্ত ম ৰ ঠাইত অনুস্বাৰ সুগন্ধ

মুহ<OIA মুখ খ>হ—মহাপ্ৰাণ বৰ্ণ হ লৈ ৰূপান্তৰিত মারুঅং <OIA মারুতম্ অল্পপ্ৰাণ ত ৰ লোপ অন্ত্য হসন্ত ম-কাৰ অনুস্বাৰ হৈছে, বতাহ।

পাডল<পাটল ট>ড ঘোষীভৱন এবিধ বঙা ফুল।

পিঅন্তো<√পা+অন্ত (শতৃপ্ৰত্যয়) পান কৰি কৰি।

ধুমাই<ধূমায়তে>ধূমাঅই>ধূমাই—নামধাতু প্ৰাকৃতত শৰসৈনী হৈছে, ধোঁৱা হৈছে।

শিহী<OIA শিখী শ>স খ>হ

পজ্জলই <OIA প্ৰজ্জ্বলতি প্ৰ>প পদৰ আদিত স যুক্ত ব্যঞ্জন নাথাকে, জ্জ্ব>জ্জ—তিনিটা ব্যঞ্জনৰ সংযুক্ত MIA ত নাই স্বৰ মধ্যস্থিত ত ৰ লোপ।

(৩) অমঅমঅ গঅণ সেহৰ ৰঅণী মুহ তিলঅ চন্দ দে ছিৱসু।
ছিত্তো জেহি পিঅঅমো মমংপি তেহিং বিঅ কৰোহিং॥

**অনুবাদ**

চন্দ্ৰ তুমি অমৃতময় আকাশৰ মুকুট আৰু ৰজনীৰ অলংকাৰ স্বৰূপ। মোক তুমি সেই আভাবেই স্পৰ্শ কৰা যি আভাবে মোৰ প্ৰিয়তমক স্পৰ্শ কৰিছা।

**শব্দাৱলীৰ টোকা**

অমঅমঅ<অমৃতময় ঋ>অ, স্বৰমধ্যস্থ অল্পপ্ৰাণ ত-ৰ লোপ, য়>অ—মধ্যস্থিত য় ৰ লোপ।

গঅণ<গগন গ>অ—স্বৰ মধ্যস্থিত অল্প প্ৰাণৰ লোপ ন>ণ—মূৰ্দ্ধণ্যীভৱন আকাশ

সেহৰ<শেখৰ শ>স খ>হ—মহাপ্ৰাণখ হ লৈ ৰূপান্ত ৰত মুকুট।

ৰঅণী মুহ তিলঅ<ৰজনী মুহ তিলক অল্পপ্ৰাণ স্বৰমধ্যস্থিত জ' আৰু ক ৰ লোপ খ>হ।

ৰজনী মুখৰ তিলক।

ছিৰস্থ <OIA ক্ষিপ ক>ছ প>ৰ—ছিৰ+লোট স্থ—ছিৰস্থ।

ছিত্তো <OIA ক্ষিপ্ত॰ ক>ছ প্ত>ত্ত সমীভৱন >ও।

জেহিং<ৰৈ ঐ>এ ৰ>জ+তৃতীয়াৰ বহুবচন এহিং—জেহিং যাৰ দ্বাৰা।

তেহিং<OIA তৈ ঐ>এ ত+তৃতীয়াৰ একবচন—এহিং—তেহিং তাৰ দ্বাৰা।

পিঅঅমো <OIA প্ৰিয়তম॰ আদি পদাস্থিত যুক্ত ব্যঞ্জন প্ৰ>প মধ্যস্থিত য় ৰ লোপ মধ্যস্থিত অল্পপ্ৰাণ ত ৰ লোপ >ও

বিঅ<OIA এৱ

কৰেহিং কৰ+তৃতীয়াৰ বহুবচন এহিং

(৪) পিঅবিৰহো অপ্পিঅদংসণং অ গৰুআইং দো বি দুক্‌খাইং
জীএং তুমং কাৰিজ্জসি তীএ নমো আহিজাইএ

অনুবাদ

প্ৰিয় বিৰহ আৰু অপ্ৰিয়-দৰ্শন—এই দুয়োটা গভীৰ দুখৰ কাৰণ—যি আভিজাত্য তোমাক নমস্কাৰ।

শব্দাৱলীৰ টোকা

পিঅবিৰহো <OIA প্ৰিয় বিৰহ প্ৰ>প—পদৰ আদিত সংযুক্ত ব্যঞ্জনৰ ব্যৱহাৰ নাই মধ্যস্থিত 'য়-ৰ লোপ অন্ত্য >ও।

অপ পিঅদংসণং <OIA অপ্ৰিয় দৰ্শন প্ৰ>প প সমীভৱন মধ্যস্থিত 'য় -ৰ লোপ হৈ তাৰ স্বৰ মাত্ৰ স্থিতি উষ্ম বৰ্ণৰ লগত সংযুক্ত প্ৰথম ব্যঞ্জনৰ ঠাইত অনুস্বাৰ শ>স ন>ণ অপ পিঅ দংসণং—অপ্ৰিয় দৰ্শন।

গৰু আইং<গুৰুকানি গু>গ—শব্দৰ প্ৰথম অক্ষৰত উ থাকিলে অ হয়
ক>ঋ—অল্পপ্ৰাণ স্বৰমধ্যস্থিত ব্যঞ্জনৰ লোপ+১ম বহুবচন আইং, গুৰুতৰ।

দোৰি<OIA দৌ অপি ঔ>ও ৰ>দ—শব্দৰ আদিত যুক্ত ব্যঞ্জন নহয়, প>ৰ শাসাঘাতৰ অভাৱত অ-ৰ লোপ ছুয়োটাই।

দুক খাইং <OIA দু খানি দুঃখ>দুক খ+১মা বহুবচন আইং দুখবোৰ।

জিএ <OIA যং>জ+৩য়াৰ একবচন এ —জিএং যাব যাবা।

আহিজাইএ<আভিজাত্যে ভ>হ ঐ>অই>ই এ বৰ্ণবিপৰ্যয়।

(৫) দিট ঠা চুআ অগ ঘাইআ সুৰা দক খিণাণিলো সহিও।
কজ্জাইং ক্কিঅ গৰুআই মামি কো বল্লহো কসস।

অনুবাদ

আমৰ মলি দেখা গৈছে সুৰাৰ গন্ধ পোৱা গৈছে বসন্তৰ বতাহৰো পৰশ অনুভৱ কৰা হৈছে কিন্তু মামী এই আটাইবোৰ কামেই গুৰুতৰ কোন কাৰ প্ৰিয়জন।

শব্দাৱলীৰ টোকা

দিট ঠা<OIA দৃষ্টা ঋ>ই ষ্ট>ট ঠ—যুক্ত ব্যঞ্জনৰ এটা উষ্ম হলে সি পিছৰ ব্যঞ্জন বৰ্গৰ মহাপ্ৰাণলৈ ৰূপান্তৰিত হয়; দেখা গৈছে।

চুআ<OIA চূতা (ত>অ) দুই স্বৰ বৰ্ণৰ মাজত থকা অল্পপ্ৰাণ বৰ্ণৰ লোপ হয় আমৰ মলি।

অগ ঘাইআ<OIA আঘ্ৰাণিতা আ>অ—যুক্ত ব্যঞ্জনৰ আগৰ দীৰ্ঘ-স্বৰ হ্ৰস্ব হয় ঘ্ৰ>ঘ ঘ>গ ঘ—সমীভৱন স্বৰ মধ্যস্থিত ৰ সদায় লুপ্ত হয় স্বৰ মধ্যস্থিত অল্পপ্ৰাণ ত ৰ লোপ গন্ধ লোৱা হৈছে।

দক খিণাণিলো<দক্ষিণানিল ক্ষ>ক খ ন>ণ >ও দক্ষিণা বতাহ।

সহিও<OIA সোঢ় >সহিতঁ অল্পপ্ৰাণ ত ৰ লোপ >ও সহ কৰা হৈছে।

কজ্জাইং <OIA কাৰ্য্যাণি আ>অ—যুক্ত ব্যঞ্জনৰ পূৰ্ব দীৰ্ঘ স্বৰ হ্ৰস্ব হৈছে ৰ্য্য<জ জ—সমীভৱন, আনি>আইং কামবোৰ।

বল্লহ <OIA বল্লভ ভ>হ মহাপ্ৰাণ বৰ্ণ হয় প্ৰিয়।

কসস <OIA কস্য স্য>সস-সমীভৱন, কাৰ।

(৬) অজ্জ মএ তেন ৱিণা অণুহুঅসুৰ আইং সংভৰন্তীএ
অহিণৱ মেহাণং ৰৱো নিসামিও ৱজ্জৰ বণড়হোৱ্ব।

**অনুবাদ ঃ**

তেওঁৰ অনুপস্থিতি আজি পূৰ্ব সুখ স্মৰণ কৰি নতুন মেঘৰ শব্দক বধ্যভূমিৰ ঢোলাৰ শব্দ যেন অনুভৱ কৰিছে।।

**শব্দাৱলীৰ টোকা**

অসুহ অসুৰ আইং <OIA অনুভূত সুখতানি ভ>হ মহাপ্ৰাণ বৰ্ণ হ হৈছে স্বৰ মধ্যস্থিত 'ত ৰ লোপ হৈছে প্ৰথমাৰ বহুবচন আইং যোগ হৈ সুৰ আইং (সুৰ+আইং) হৈছে আগতে লাভ কৰা সুখ সমূহ।

সংভৰন্তীএ>OIA স স্মৰন্ত স্ম>মূহ>মূভ>ংভ+স্ত্ৰী প্ৰত্যয় ঈ সংভৰন্তী+৬ষ্ঠীৰ একবচন এ স্মৰণ কৰি থাকোতে।

অহিণৱ<OIA অভিনৱ ভ>হ ন>ণ

মেহানং<OIA মেঘানাম্ ঘ>হ অন্ত ম্>

ৰবো<ৰৱ স্বৰান্তবিসৰ্গ ও হয় শব্দ।

নিসামিও<OIA নিসামিত ন<ণ শ>স, ত ৰ লোপ সৰান্ত বিসৰ্গ ও হৈছে শুনা গৈছে।

বজ ঝপড়হো<OIA বধ্যপটহ ধ্য>জ ঝ—সমীভৱন ট>ড— ঘোষীভৱন স্বৰান্ত বিসৰ্গ ও হৈছে বধ্য ভূমিৰ ঢোল।

(৭) আৰম্ভন্তস্স ধ্ৰুম লচ্ছী মৰণ বা হোই পুৰিসস্স
তং মৰণং অণাৰম্ভে বি হোই লচ্ছী উণণ হোই।

**অনুবাদ**

কোন কাম আৰম্ভ কৰিলে মানুহে নিশ্চয় লক্ষ্মী লাভ কৰে নাইবা (তেওঁৰ) মৃত্যু হয়। কিন্তু কাম আৰম্ভ নকৰিলে মৰণ আহিব পাৰে ধন সম্পত্তি কেতিয়া লাভ নহয়।

**শব্দাৱলীৰ টোকা**

আৰম্ভন্তস্স<OIA আৰভমানস্য—শতৃ+৬ষ্ঠ একবচন স্স আৰম্ভ কৰোতা জনৰ।

লচ্ছী<OIA লক্ষ্মী ক্ষ্মী>চ্ছ, সমীভৱন, প্ৰাকৃতত তিনিটা সংযুক্ত ব্যঞ্জনৰ ব্যৱহাৰ নাই ধন-সম্পদ।

অনাবত্তে<OIA ন+আবত্ত+৭মীৰ একবচন এ। আবত্ত নকৰিলে।

উণ<পুনৰ পু<উ ন>ণ ৰ—লোপ হৈছে আকৌ।

ধুঅং<OIA ধ্ৰুবং, ধ্ৰু>ধু—শব্দৰ আদিত যুক্ত ব্যঞ্জনৰ প্ৰয়োগ নাই; ব>অ—স্বৰ মধ্যস্থ অল্পপ্ৰাণৰ লোপ আৰু স্বৰ মাত্ৰ স্থিতি নিশ্চয়ভাৱে।

হোই<OIA ভবতি—ভ>হ, অব>ও, ত ৰ লোপ

পুৰিস সস<পুৰুষস্য উ>ই ষ>স স্য>স স—সমীভৱন।

(৮) বিৰহাণলো সহিজ্জই আসাবন্ধেণ বল্লহজণসস।

একগ গাম পৱাসো মাত্ৰ মৰণং বিসেসই॥

অনুবাদ

—প্ৰিয়জনৰ আগমন বা মিলনৰ আশাত বিৰহানল সহ্য কৰিব পাৰি কিন্তু একে গাঁওতে থাকি যদি প্ৰবাস খাটিবলগীয়া হয় (অৰ্থাৎ মিলন নহয়) তেনেহলে হে মাতৃ মৰণেই ভাল।

শব্দ ৰূপীৰ টোকা

বিৰহানলো<OIA বিৰহানল ন>ণ অন্ত্য বিসৰ্গ ও হৈছে বিৰহৰ জুই

সহিজ্জই<সহ্যতে সহ্যতে—পৰস্মৈপদীত সহতি>সহই+ভাববাচ্যৰ ইজ্জ+তি—সহিজ্জতি<সহিজ্জই—'ত ৰ লোপ হৈছে সহ্যকৰা।

আসা<আশা শ>স

বন্ধেণ<বন্ধ+তৃতীয়াৰ একবচন এন ন>ন

বল্লহজণস্স<বল্লভ জনস্য ভ<হ মহাপ্ৰাণবৰ্ণ প্ৰাকৃতত হ লৈ পৰিবৰ্তন হয় ন>ণ স্য>স্স সমীভৱন, প্ৰিয়জনৰ।

এক্ক<এক ক>ক্ক—মধ্যবৰ্তী ব্যঞ্জন দ্বিত হৈছে।

এক ক গ গাম< একগ্ৰাম গ্ৰ>গ গ—সমীভৱন।

পৱাসো<প্ৰবাস: প্ৰ>প প্ৰাকৃতত শব্দৰ আদিত যুক্ত ব্যঞ্জনৰ প্ৰয়োগ নাই স্বৰান্ত বিসৰ্গ ও-কাৰ হৈছে

বিসেসেই<বিশেষয়তি শ>স ষ>স অয়>এ অল্পপ্ৰাণ বৰ্ণ ত ৰ লোপ।

(৯) কইঅৱ-ৰহিঅং পেম্মং ণত্থি বিৰঅ মামি মাণুসেলোএ

অহ হোই কস স বিৰহো বিৰহে হোন্তম্মি কো জীঅই।

**অনুবাদ**

হে মামী মনুষ্যলোকত ছলনাহীন প্ৰেম দেখা-নেদেখা যদি সম্ভৱ হয় তেনেহলে কাৰ বিৰহ হ লহেঁতেন বিৰহ হলেই বা কোন জীয়াই থাকিব হেঁতেন ?

**শব্দাৱলীৰ টোকা**

মামি—দেশী শব্দ মামী—মাতুলনী।

পেম <OIA প্ৰেমম প্ৰ>প—শব্দৰ আদিত যুক্ত ব্যঞ্জন নহয় ম>ম্ব—
বিভৱন অন্ত্য হসন্ত ম >ং

ণত্থি<OIA নাস্তি আ>অ—যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ হ্ৰস্ব হয় স্ত>
ত্থ—স যুক্ত ব্যঞ্জনৰ এটা উষ্ম হলে সি পিছৰ বৰ্গৰ মহাপ্ৰাণলৈ
ৰূপান্তৰিত হয় নাই।

বিৰঅ—ইব শব্দৰ দৰে।

লোএ<OIA লোকে—স্বৰমধ্যস্থ অল্পপ্ৰাণ ক'ৰ লোক। লোকত
পৃথিবীত।

কইঅৱ—ৰহিঅং<OIA কৈটৱৰহিতম ঐ<অই স্বৰ মধ্যস্থ অল্পপ্ৰাণ—
ট ৰ লোপ অল্পপ্ৰাণ ত ৰ লোপ হৈ স্বৰ অ ৰ স্থিতি, অন্ত্য হসন্ত
ম কাৰ অনুস্বাৰ হৈছে ছলনাহীন।

অহ<অথ থ>হ।

হোই<ভৱতি ভ>হ অৱ>ও, স্বৰ মধ্যস্থ ত ৰ লোপ হৈ স্বৰ ই মাত্ৰ
স্থিতি।

কস স<OIA কস্য স্য>স্স—সমীভৱন

হোন্তম্মি<ভৱন্ত ভ>হ অৱ>ও—হোন্ত+৭মী একবচন ম্মি থকা
হেঁতেন।

জীঅই<জীৱতি স্বৰ মধ্যস্থ 'ৱ আৰু 'ত-ৰ লোপ আৰু স্বৰ মাত্ৰ
স্থিতি। জীয়াই থাকে।

(১) কঅং অচ্ছিম্হ ঠিঅং ফৰিসো অন্দেহ্ জম্পিঅংকপ্পে
হিঅঅং হিঅএ নিহিঅং বিওইঅং কিং ইহ দেৱেণ।

**অনুবাদ**

ৰূপ সদাই দেখিছো স্পৰ্শ অনুভৱ কৰিছো মাত শুনিছো আৰু বুকুখন মোৰ বুকুৰ ওপৰত আছে। দৈৱই কিয় আমাৰ বিচ্ছেদ ঘটাইছে।

**শব্দাবলীৰ টোকা**

ৰূঅং<ৰূপং—স্বৰ মধ্যস্থিত অল্পপ্ৰাণ প-ৰ লোপ হৈ স্বৰ অ ৰ স্থিতি হৈছে ৰূপ।

অচ্ছিসু<অক্ষি+৭মী বহুবচন সু—অক্ষিসু ক্ষ>চ্ছ চকুত।

ঠিঅ <স্থিতং স্থ>ত থ>থ>ঠ—সংযুক্ত বৰ্ণৰ এটা উষ্ম হলে পিছৰ ব্যঞ্জন বৰ্গ ৰ মহাপ্ৰাণীভৱন হয় ইয়াত তথ>ঠ হৈছে কাৰণ শব্দৰ আদিত যুক্ত ব্যঞ্জন নহয় ত>অ—অল্পপ্ৰাণ বৰ্ণ লোপ হৈ তাৰ স্বৰ মাত্ৰ স্থিতি হৈছে।

ফৰিসো<OIA স্পৰ্শ স্প>প ফ—স যুক্ত ব্যঞ্জনৰ এটা উষ্ম হোৱাত মহাপ্ৰাণী হৈ প ফ হৈছে প ফ>ফ—শব্দৰ আদিত যুক্ত ব্যঞ্জন নহয় ৰ্শ>ৰিশ—স্বৰ ভক্তি শ>স, >ও।

জপ্পিঅং<OIA জল্পিতং ল্প>প্প—ব্যতিক্ৰম ত লোপ হৈ ইয়াৰ স্বৰৰ স্থিতি মাত্ৰ আছে।

কণ্ণে<OIA কৰ্ণে ৰ্ণ>ণ্ণ ৰেফ ৰ লোপ আৰু ৰেফ থকা বৰ্ণৰ দ্বিত।

নিহিঅং<OIA নিহিতম ন>ণ ত লোপ হৈ ইয়াৰ স্বৰ মাত্ৰ স্থিতি অন্ত্য হসন্ত ম কাৰ অনুস্বাৰ হৈছে।

বিওইঅ <বিযোজিত স্বৰ মধ্যস্থিত য জ আৰু ত ৰ লোপ হৈ ইবোৰৰ স্বৰ মাত্ৰ স্থিতি আছে। বিযুক্ত।

দেব্বেণ<OIA দৈবেন ঐ>এ ব>ব্ব—দ্বিত্তভৱন ন>ণ দৈবৰ দ্বাৰা।

ইহ<অত্ৰ অ>ই ত্ৰ>থ—ব্যতিক্ৰম থ>থ>হ

(১১) পানানন্দী কাও পেচ্ছই বিলংপি পহিঅ ঘৰণীএ

ওঅন্তকম্ম আলোঅ পদিঅ বলঅ মজ্জ নট্ট ঠিঅং পিঅং

**অনুবাদ**

বন্ধনৰ আশঙ্কা কৰি পথিক-বধূৱে দিয়া খোৱা বস্তুখিনি খাবলৈ ইচ্ছা কৰা নাই—যিহেতু হাতৰ তলুৱাত থকা খোৱা বস্তুখিনি ওলমি পৰা খাক পাতৰ মাজত আছিল।

**শব্দাৱলীৰ টোকা**

পাসাসঙ্কী<পাশ+আশঙ্কা+ঈ শ>স বন্ধনৰ আশঙ্কাকাৰী।

কাও>কাক অল্পপ্ৰাণ বৰ্ণ ক ৰ লোপ >ও।

নেচ্ছই<ন+ঈক্ষতে—অ+ঈ লগ লাগি এ হৈছে ক্ষ>চ্ছ স্বৰ মধ্যস্থ অল্পপ্ৰাণ বৰ্ণ 'ত ৰ লোপ পৰস্মৈপদী। ইচ্ছা নকৰে।

দিণ্ণং<OIA দত্তম (√দা+ক্ত—দত্ত>দিণ্ণ অন্ত্য ম>ং দিয়া হৈছে।

পহিঅ<OIA পথিক থ>হ (মহাপ্ৰাণ বৰ্ণ প্ৰাকৃতত সদায় হ হয়) স্বৰ মধ্যস্থ অল্পপ্ৰাণ ক ৰ লোপ।

ঘৰণীএ<গৃহিণ্যা গৃহিণী—ঘৰণী+ য়া একবচন এ

ওঅত্ত<OIA উপাত্ত উ>ও, আ>অ—যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘ স্বৰ হ্ৰস্ব হৈছে অৱনত।

কৰঅল<OIA কৰতল—অল্পপ্ৰাণ বৰ্ণ ত ৰ লোপ।

ওগ গলিঅ<OIA উদ্গলিত দ্গ>গ গ—সমীভৱন ত>অ (অল্পপ্ৰাণৰ লোপ)।

মজ ঝ<OIA মধ্য ধ্য>জ ঝ মাজ।

টঠিঅং<OIA স্থিতম স্থি>ট ঠি ত>অ ম>

পিণ্ডং>পিণ্ডম ম> খাদ্য সমষ্টি।

(১২) অজ্জং গও ত্তি অজ্জং গও-ত্তি অজ্জং গও-ত্তি গণৰী-

পঢমে ব্বিঅ দিঅহদ্ধে কুড্ডো ৰেহাহিং চিত্তলিও।

**অনুবাদ**

আজি গৈছে আজি গৈছে আজি গৈছে—এইদৰে গণনা কৰি কৰি দিনটোৰ প্ৰথম ভাগতেই (নায়িকাই) ঘৰৰ বেৰখোৰ চিত্ৰিত কৰি পেলাইছে।

**শব্দাৱলীৰ টোকা**

অজ্জং<OIA অদ্য দ্য>জ্জ তালব্যীভৱন—অজ্জ+১ম একবচন ং—আজি। শব্দটোৰ মূল আৰ্য্য বুলি ধৰি ললে ইয়াৰ অৰ্থ 'প্ৰিয়জন' হ'ব। আৰ্য্য>অজ্জ।

গওত্তি<OIA গত +ইতি ত-লোপ হৈছে >ও ই লোপ, তি>ত্তি-দ্বিত্তভৱন, গৈছে।

গণৰীএ<গণনশীলয়া—শীল অৰ্থং ইৰ-প্ৰত্যয়+স্ত্ৰীলিঙ্গ য়া একবচন এ গণি থকা।

পঢমে<OIA প্ৰথমে প্ৰ>প—প্ৰাকৃতত আদি স যুক্ত ব্যঞ্জনৰ ব্যৱহাৰ নাই থ>ঢ ঘোষ—মূৰ্ধণ্যীভৱন সপ্তমীৰ একবচন।

দিঅহন্ধে<দিৱসান্ধে ৱ>অ ( স্বৰমধ্যস্থিত প বৰ্গৰ বৰ্ণসমূহৰ লোপ হয় ) স<হ ন্ধ>ন্ধ দিনৰ ভাগত।

কুড্ডো<OIA কুড্য ড্য<ডড—সমীভৱন >ও ঘৰৰ বেৰবোৰ।

ৰেহাইং<OIA ৰেখাভি খ>হ য়াৰ বহুবচন হি যোগ হৈ ৰেহাইং হৈছে।

চিত্তলিও<চিত্ৰিত —চিত্ৰলি ত্ৰ>ত্ত-সমীভৱন >ও

(১) পুট ঠিং পুসস্থ কিসোঅৰি

পডোহৰকোল্ল পত্তচিত্তলিঅ
ছেআহিং দিঅৰজাআহিং
উজ্জুএম কলিজ্জিহিসি।

**অনুবাদ**

হে কিশোদৰী তোমাৰ পিঠিখন মচি পেলোৱা কিয়নো বাৰীৰ পিছৰ অঙ্কোল গছৰ পাতৰ চিন লাগি আছে। হে সবলা তোমাৰ চতুৰ দেৱৰ আৰু জা সকলে সহজে বুজিব পাৰিব।

**শব্দাৱলীৰ টোকা**

পুট ঠিং<পৃষ্ঠ ঋ>উ ষ্ঠ>ট ঠ—পুট ঠং+স্ত্ৰীলিঙ্গ ঈ>ই পুট ঠিং ( ক্লীবলিঙ্গৰ ঠাইত স্ত্ৰীলিঙ্গ হৈছে ) পিঠি।

পুসসু<প্রোছ্ প্র—উছ্—অনুজ্ঞা মধ্যম পুৰুষ একবচন। মচি পেলোৱা।

কিসোঅৰি<OIA কৃশোদৰী ঋ>ই শ>স স্বৰ মধ্যস্থিত অল্পপ্ৰাণ বৰ্ণ দৰ লোপ।

পচ্ছোহৰঙ্কোল্ল পত্তচিত্তলিঅ =পশ্চাদ্গৃহাঙ্কোট পত্ৰ চিত্ৰিতম।

পচ্ছোহৰ—দেশীশব্দ—ঘৰৰ পিছফালে থকা বাৰী।

অঙ্কোল্ল<OIA অঙ্কোট ট>ড—ঘোষমূৰ্ধণ্যীভৱন ড>ল>ল্ল দ্বিত্তভৱন।

পত্ত<OIA পত্ৰত্ৰ>ত্ত—সমীভৱন

ছেআহিং<দেশী=ছেঅ+ য়া বহুবচন আহি =ছেআহিং চতুৰ।

দিঅৰ<দেৱৰ এ>ই ৱ>অ দেৱৰ।

জাআহি <জা+ য়া বহুবচন আহিং।

উজ্জুএ<OIA ঋজুকে ঋ>উ জ>জ্জ—দ্বিত্তভৱন স্বৰ মধ্যস্থ অল্পপ্ৰাণ ক বৰ্ণৰ লোপ। হে সৰলা।

কলিজ্জিহিসি>ক লক্ষসে MIA √কলয়+কৰ্মবাচ্যৰ ইজ্জ+লট স সসি> স স>হিসি জানিব পাৰিব।

(১৪) দিঢ়ৰোস কলুসিঅস স বি
সুঅণুস স মুহাহি বিপ্পিঅং কত্তো
ৰাহু মুহাম্মি বি সসিণো কিৰণা
অমঅং বিঅ মুঅন্তি।

**অনুবাদ**

অত্যন্ত ৰোষৰ দ্বাৰা কলুষিত হলেও সজ্জনৰ মুখৰ পৰা অপ্ৰিয় কথা নোলায়। ৰাহুগ্ৰস্ত হলেও চন্দ্ৰই তেওঁৰ অমৃতময় কিৰণ বিতৰণ কৰিয়ে থাকে।

**শব্দাৱলীৰ টোকা**

দিঢ়ৰোস<OIA দৃঢ়ৰোষ ঋ>ই ষ>স—অত্যন্ত ৰোষ।

কলুসিঅস স<OIA কলুষিতস্য ষ>স ত-ৰ লোপ হৈ স্বৰ অ ৰ স্থিতি স্য>স স—সমভীভৱন—কলুষিত হোৱাজনৰ।

সুঅণস ন<OIA সুজনস্য জ>অ ন>ণ, স্য>স স—সমীভৱন ষষ্ঠী বিভক্তি সজ্জনৰ।

মুহাহি<OIA মুখাৎ খ>হ (মহাপ্ৰাণ বৰ্ণ হ হয়) অন্ত্য হলন্ত ব্যঞ্জন 'ৎ' ৰ লোপ মুহা+৫মী একবচন আহি (মহাৰাষ্ট্ৰী)।

বিপিঅং<OIA বিপ্ৰিয়ং প্ৰ>প প সমীভৱন স্বৰ মধ্যবৰ্তী য় সদায় লুপ্ত হয় অপ্ৰিয়।

মুহাম্মি<OIA মুখে খ>হ +৭মী একবচন ম্মি মুখত।

মুঅন্তি<OIA মুঞ্চন্তি>*মুচন্তি মুঅন্তি (চ>অ) বিতৰণ কৰে।

(১৫) সূইজ্জই হেমন্তম্মি দুগ গও পুপ ফ আ সুঅন্ধেণ
ধূম কৰিলেএ পৰি'ৰিৰ লতন্তুণা জুন্নবড়এণ।

**অনুবাদ**

হেমন্ত কালত দুৰ্গতজনক গোবৰ খুটিৰ গন্ধযুক্ত অতিৰিক্ত ব্যৱহাৰৰ ফলত সুঁতাবোৰ ফাক হৈ হোৱা জীৰ্ণ আৰু ধোৱা বৰণীয়া পুৰণি কাপোৰৰ দ্বাৰা চিনিব পাৰি।

**শব্দাৱলীৰ টোকা**

সূইজ্জই<OIA সূচ্যতে=সূ+ইজ্জ=সূইজ্জ+তি (পৰস্মৈপদী)= সূইজ্জতি স্বৰ মধ্যবৰ্তী অল্পপ্ৰাণ ত ৰ লোপ হৈ সূইজ্জতি হৈছে বুজা যায়।

হেমন্তম্মি<OIA হেমন্তস্মিন স্মিন প্ৰাকৃতত ম্মি হয় হেমন্ত কালত।

দুগ গও<OIA দুগ ত র্গ>গ গ-সমীভৱন 'ত ৰ লোপ >ও, হতভাগ্য।

পুপ ফআ<দেশী শব্দ সং—কৰীষাগ্নি শুকান গোবৰৰ জুই।

সুঅন্ধেণ<OIA সগন্ধেন স্বৰ মধ্যবৰ্তী অল্পপ্ৰাণ গ ৰ লোপ হৈ ইয়াৰ স্বৰ 'অ' বৈছে সুঅন্ধ+তয়া একবচন এণ সুঅন্ধেণ গন্ধৰ দ্বাৰা বা গন্ধেৰে।

কৰিলেন<OIA কপিলেন প>ৰ—ঘোষীভৱন, ধোৱা বৰণৰ।

বিৰলতন্তুণা—বহুদিন ব্যৱহাৰৰ ফলত কাপোৰ পাতল হৈ সূতা কম হয়। লেয়ে কম সূতাৰ।

বক্ষিণৌ—( ধীবৰং প্ৰতি ) গচ্ছ লে গণ্ঠিচ্ছেদআ গচ্ছ। ইতিপৰিক্ৰমন্তি )

নাগৰক —সূঅঅ ইধ গোউৰদুআৰে অপ্পমত্তা পডিবালেধ মং জাব বাঅউলং পবিসিঅ নিক্কমামি।

উভৌ—পবিশদু লাউত্তে শামিপ্পশাদত্তং।

নাগৰক —তধা। ইতি নিষ্ক্ৰান্ত )

অনুবাদ

নগৰৰক্ষী—( আঙঠিটো ভুডি ) জানুক এই আঙঠিটো যে মাছৰ পেটত আছিল তাত কোনো সন্দেহ নাই—সেই কাৰণেই এনে আমিষ গোন্ধ। এতিয়া এইটো কেনেকৈ আহিল চিন্তা কৰা উচিত। আহা আমি ৰাজপ্ৰসাদলৈ যাওঁ।

ৰক্ষিদ্বয়—( ধীবৰৰ প্ৰতি ) বল হেৰ জেপ লুককা চোৰ বল। ( সকলোৰে প্ৰস্থান )

নগৰৰক্ষী—সূচক মই যেতিয়ালৈকে ৰাজ প্ৰসাদৰ পৰা উভতি নাহোঁ তেতিয়ালৈকে নগৰৰ দুৱাৰমুখত সতৰ্কভাৱে লৈতে মোৰ কাৰণে অপেক্ষা কৰা।

ৰক্ষিদ্বয়—ৰাজৰ ( স্বামীৰ ) অনুগ্ৰহৰ অৰ্থে আপুনি প্ৰবেশ কৰক।

নগৰৰক্ষী—সেয়ে হওঁক। ( প্ৰস্থান )

শব্দাৱলীৰ টোকা

মচ্ছোদৰ<মৎস্যোদৰ ৎস্য>চ্ছ মাছৰ পেটত।

সংঠিদং<সংস্থিতম্ স্থ>ট্‌ঠ>ঠ মূৰ্ধণ্যীভৱন আৰু সংযুক্ত ব্যঞ্জনৰ এটা উষ্ম বৰ্ণ হলে পিছৰ ব্যঞ্জন মহাপ্ৰাণলৈ ৰূপান্তৰিত আৰু যুগ্মব্যঞ্জনৰ একক ৰূপ ত>দ—ঘোষীভৱন অন্ত্য হসন্ত ম্>ং থকা।

ণত্থি<নাস্তি; স্ত>ত্থ—যুক্তব্যঞ্জনৰ এটা উষ্ম হলে পিছৰ ব্যঞ্জন মহাপ্ৰাণলৈ ৰূপান্তৰিত হয় আ>অ—প্ৰাকৃতত সংযুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ হ্ৰস্ব হয়; নাই।

সংদেহো>সন্দেহঃ সন্দেহ

তধা<তথা থ>ধ—শৌৰসেনীৰ বিশেষত্ব

অঅং<অয়ং  স্বৰ মধ্যস্থ য় ৰ লোপ  ইয়াৰ।

বিস্‌সগন্ধো<বিস্রগন্ধ  স্র>স্‌স—সমীভৱন  >ও  আমিষ গোন্ধ।

দাণিং<ইদানীম্‌ শো আৰু মা ও ইদানীম্‌ দাণিং হয়  ইয়াৰ বিমৰি
সিদৱো<বিমৰ্ষিতব্য=( বি—মৃষ+ণিচ+তব্য ) মৃ>মৰি (ঋ>ৰি)
ষ>স বিমৰিম+ই ত>দ—ঘোষীভৱন ব্য>ব্ব—সমীভৱন চিন্তনীয়।

ৰাঅউলং<ৰাজকুলম্‌  অসংযুক্ত আৰু অনাদিস্থিত জ আৰু ক ৰ
লোপ আৰু ইয়াৰ স্বৰ মাত্ৰ স্থিতি  অন্ত হসন্ত ম্‌>ং  ৰাজপ্ৰসাদ।

গচ্ছম্‌হ<গচ্ছস্ম ( গম+লট্‌  উত্তমপুৰুষৰ বহুবচনত স্ম ) স্ম>ম্‌হ—
বিপৰ্যাস আৰু উষ্মবৰ্ণৰ মহাপ্ৰাণতা।  আমি যাওঁ।

গণ্ঠিশ্চেদআ<গ্ৰন্থিচ্ছেদক+আ ( সম্বোধনৰ একবচনত )  গ্ৰ>গ—শব্দৰ
আদিত ৰ ফলা লুপ্ত  ন্থ>ণ্ঠ—মূৰ্ধণ্যীভৱন  মধ্যস্থিত চ্ছ>শ্চ—মাগধীৰ
বিশেষত্ব স্বৰ মধ্যস্থিত অল্পপ্ৰাণ ক ৰ লোপ  জেপ লুৰুকা চোৰ।

শূঅঅ<শূচক  অস যুক্ত আৰু অনাদিস্থিত অল্পপ্ৰাণ চ আৰু ক ৰ
লোপ আৰু ইয়াৰ স্বৰ মাত্ৰ স্থিতি।

গোউৰদুআৰে<গোপুৰ দ্বাৰে  পু>উ—অস যুক্ত আৰু অনাদিস্থিত
অল্পপ্ৰাণ প ৰ লোপ আৰু স্বৰ মাত্ৰ স্থিতি  দ্বা>দুআ—স্বৰভক্তি
গোউৰদুআৰ+৭মী একবচন—এ  নগৰৰ দুৱাৰমুখত।

অপ্পমত্তা<অপ্ৰমত্ত—আ  প্ৰ>প্প—সমীভৱন  সতৰ্কতাৰে।

পডিবালেধ<প্ৰতিপালয়ত  প্ৰ>প—শব্দৰ আদিত ৰ ফলা লুপ্ত  ত>
দ>ড—ঘোষীভৱন আৰু মূৰ্ধণ্যীভৱন  প>ব—ঘোষীভৱন  অয়>
এ  স্বৰবৰ্ণৰ শেষত থকা ত>ধ হয়  অপেক্ষা কৰা।

পৱিসিঅ<প্ৰৱিশ্য  প্ৰ>প—শব্দৰ আদিত ৰ ফলা লুপ্ত  শ্য>সিঅ
স্বৰভক্তি  প্ৰৱেশ কৰি।

নিক্কামি<নিষ্ক্ৰমামি  ষ্ক্ৰ>ক্ৰ>ক্ক—দুটাতকৈ বেছি যুক্তব্যঞ্জন নহয়
পিছত সমীভৱন  ন>ণ—মূৰ্ধণ্যীভৱন  ঘূৰি আহোঁ।

পৱিশদু—প্ৰৱিশতু—প্ৰ>প  তু>দু—ঘোষীভৱন  প্ৰৱেশ কৰক।

শামিপ্পশাদত্ত <স্বামী প্ৰসাদাৰ্থং  স্ব>স—প্ৰাকৃতত পদৰ আদিত সংযুক্ত
ব্যঞ্জন নাথাকে স>শ—মাগধীৰ বৈশিষ্ট্য  ঈ>ই—যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী
দীৰ্ঘস্বৰ হ্ৰস্ব হয়  প্ৰ>প্প—সমীভৱন  আ>অ যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী
দীৰ্ঘস্বৰ হ্ৰস্ব হয়  ৰ্থ>ত্ত—মাগধীৰ বৈশিষ্ট্য  স্বামীৰ অনুগ্ৰহাৰ্থে।

সূচক—যাণুঅ চিলাঅদি লাউত্তে।
জাহুক—ণ অৱশলোবশপ্পণীআ খু লাআণো হোন্তি।
সূচক—যাণুঅ স্ফুলন্তি মে অগ্গহত্থা ( ধীবৰং নির্দিশ্য ) ইমং গণ্ঠিচ্ছেদঅং বাবাদেদুং।
ধীবৰক—নালিহদি ভাবে অকালণ মালকে ভবিদুং।
জাহুক—( বিলোক্য ) এশে অম্মাণং ঈশলে পত্তে গেণ্হিঅ লাওণশাশণং। ( ধীবৰ প্ৰতি ) তা শউলাণং মুহং পেক্খশি অথবা গিদ্ধশিআলাণং বলী ভবিশশশি।
নাগৰক—( প্ৰৱিশ্য ) সিগ্ঘং সিগ্ঘং এদং ( ইতি অৰ্দ্ধোক্তে )
ধৱৰক—হা হদে ম্হি। ( ইতি বিষাদং নাটয়তি )

অনুবাদ

সূচক—জাহুক প্ৰভুৱে বিলম্ব কৰিছে।
জাহুক—কিন্তু অৱসৰৰ চাইহে ৰজাৰ ওচৰলৈ যাব পাৰি।
সূচক—( ধীবৰলৈ দেখুৱাই ) জাহুক এই জেপ লুককাক বধ কৰিবৰ নিমিত্তে মোৰ আঙুলিবোৰ অস্থিৰ হৈ উঠিছে।
ধীৱৰ—মোক অকাৰণতে বধ কৰা আপোনাৰ উচিত নহব।
জাহুক—( নেপথ্যলৈ চাই ) এই যে আমাৰ প্ৰভুৱে ৰজাৰ আদেশলৈ আহি পালে। ( ধীৱৰক লক্ষ্য কৰি ) এতিয়া তহ কুকুৰৰ মুখ দেখিবি অথবা তই শিয়াল আৰু শগুণৰ ভক্ষ্য হব লাগিব।
নগৰৰক্ষী—( প্ৰৱেশ কৰি ) শীঘ্ৰে শীঘ্ৰে ইয়াক ( অসমাপ্ত উক্তি )
ধীৱৰ—হায়। মই মৰিলোঁ। ( মাতত বিষাদ ভাহি উঠে )

শব্দাৱলীৰ টোকা

চিলাআদি < চিৰায়তে ৰ > ল—মাগধীৰ বিশেষত্ব স্বৰমধ্যস্থ য় ৰ লোপ হৈ স্বৰমাত্ৰ অৱস্থিতি ত > দ—ঘোষীভৱন আত্মনেপদী পৰস্মৈপদী হৈছে বিলম্ব কৰিছে।
ণং < নহু ন > ণ—মূৰ্ধণ্যীভৱন হু > ং—ব্যঞ্জনধ্বনিৰ পিছত থাকিলে ণ ঙ আদি অনুস্বাৰ হয়। কিন্তু বা যিয়েই নহওঁক বাৰু।

অৱশলোকশপ্পণীআ<অৱসৰোপসর্পনীয়া স>শ ৰ>ল—মাগধীৰ বিশেষত্ব প>ৱ—ঘোষীভৱন স্ৰ>শ র্প>প্প—সমীভৱন য়>অ—স্বৰ মধ্যৱৰ্তী য় ৰ লোপ অৱসৰ চাইহে।

লাআনো<ৰাজান ৰ>ল—মাগধীৰ বিশেষত্ব অনাদি অসংযুক্ত জ ৰ লোপ ন>ণ—মূৰ্ধণ্যীভৱন >ও ৰজাৰ।

হোন্তি<ভৱন্তি ভ>হ—মহাপ্ৰাণ বৰ্ণ হ হয়; অৱ>ও হৱপৰা।

স্ফুলন্তি<স্ফুৰন্তি স্ফু—ধ্বনি পৰিবৰ্তন নোহোৱাকৈ শব্দৰ আগত যুক্ত ব্যঞ্জনৰ স্থিতি ( ব্যতিক্ৰম ) ৰ>ল অস্থিৰ হৈ উঠিছে।

মে—উত্তম পুৰুষৰ ষষ্ঠীৰ একবচন।

অগ্গঁহস্তা<অগ্ৰহস্তা গ্ৰ>গ গ—সমীভৱন আঙুলিবোৰ।

ৱাৱাদেত্তুং<ব্যাপাদয়িতুম্ ব্য>ব—শব্দৰ আদিত যুক্তব্যঞ্জন নিষেধ প>ৱ ত>দ অয়>এ অন্ত্য হসন্ত ম্>ং বধ কৰিবৰ নিমিত্তে।

নালিহদি<নোৰ্হতি=ন+অৰ্হতি ন>ণ অৰ্হ>অৰিহ—স্বৰভক্তি ৰ>ল ণ+অলিহ+তি>দি=নালিহদি উচিত নহয়।

অকালণ মালকে<অকাৰণ মাৰক ৰ>ল >এ—অ কাৰন্ত অন্ত্য বিসৰ্গ এ হয় অকাৰণতে বধ্য হোৱা।

ভৱিত্তুং<ভৱিতুম্ তু>ত্তু অন্ত হসন্ত ম্>ং।

এশে<এষ ষ>শ—মাগধীৰ বিশেষত্ব >এ—অকাৰন্ত অন্ত্য বিসৰ্গ এ হয়।

ঈশলে<ঈশ্বৰ শ্ব>শ শ>শ—সমীভৱন পিছত যুগ্ম ব্যঞ্জনৰ এককৰূপ ৰ>ল >এ—অকাৰন্ত অন্ত্য বিসৰ্গ এ লৈ ৰূপান্তৰিত প্ৰভু।

পত্তে<প্ৰাপ্ত প্ৰ>প—শব্দৰ আদিত থকা ৰ ফলাৰ লোপ আ>অ—যুক্ত ব্যঞ্জনৰ পূৰ্বৱৰ্তী দীৰ্ঘস্বৰ হ্ৰস্ব হয় প্ত>ত্ত—সমীভৱন >এ—অকাৰন্ত অন্ত্য বিসৰ্গ এ হয় প্ৰালেহি।

গেণ্হিঅ<গৃহীত্বা=গৃহ্নীত্বা গৃহ্ন>গিণ্হ ত্বা ( ত্বাচ )>ইয়>ইঅ—সংস্কৃত ত্বাচ প্ৰত্যয়ৰ ঠাইত ইঅ হয় গ্ৰহণ কৰিবলৈ।

লাঅশাশণ<ৰাজশাসনম্ ৰ>ল জ>অ—স্বৰমধ্যস্থ জ ৰ লোপ স>শ ( মাগধীত ) ন>ণ—মূৰ্ধণ্যীভৱন অন্ত্য হসন্ত ম>ং ৰজাৰ আদেশ।

তা<তৎ—অন্ত্য ব্যঞ্জন ৎ ৰ লোপ আৰু পৰিণতিত অন্ত্যস্বৰ দীৰ্ঘ হৈছে।

শউলাণং<শকুলানাম্ শ>শ—পদৰ আদি ব্যঞ্জনযুক্ত ৰ ফলাৰ লোপ কু>উ—স্বৰ মধ্যৱৰ্তী অল্পপ্ৰাণ ক ৰ লোপ ন>ণ আ>অ অন্ত্য হসন্ত ম্>ং কুকুৰৰ।

মুহং<মুখম্ খ>হ—স্বৰ মধ্যগত মহাপ্ৰাণৰ হ লৈ ৰূপান্তৰিত অন্ত্য হসন্ত ম্>ং।

পেস্কশি<প্ৰেক্ষসে প্ৰ>প—শব্দৰ আদিত থকা ৰ ফলাৰ লোপ ক্ষ>স্ক—বৰ্ণ বিপৰ্যয় স>শ—মাগধীৰ বিশেষত্ব, আত্মনেপদৰ ঠাইত পৰস্মৈপদ হৈ পেস্কশি হৈছে দেখিবা দেখিবি।

গিদ্ধ শিআলাণং<গৃধ্ৰ—শৃগালানাম্ ঋ>ই স্বৰ মধ্যস্থিত গ ৰ লোপ ন>ণ—মূৰ্ধ্যাভৱন ধ্ৰ>দ্ধ—মধ্যস্থিত সংযুক্ত ব্যঞ্জনধ্বনিৰ এটা লোপ হলে অৱশিষ্ট ধ্বনিৰ অনুৰূপ ধ্বনিৰ আগম ঋ>ই আ>অ—অনুস্বৰৰ পূৰ্বস্থিত দীৰ্ঘস্বৰ হ্ৰস্ব হয় অন্ত্য হসন্ত ম্>ং শগুণ আৰু শিয়ালৰ।

ভৱিশশি<ভৱিষ্যসি ষ্য>শশ—সমীভৱন স>শ—মাগধীৰ বিশেষত্ব।

সিগ্ঘং<শীঘ্ৰম্ শ>স ঈ>ই—যুক্তব্যঞ্জনৰ পূৰ্বস্থিত দীৰ্ঘস্বৰ হ্ৰস্ব হয় ঘ্ৰ>গ্ঘ—মধ্যস্থিত সংযুক্ত ব্যঞ্জনৰ এটা লোপ হলে অৱশিষ্ট ধ্বনিৰ অনুৰূপ ধ্বনিৰ আগম অন্ত্য হসন্ত ম্>ং শীঘ্ৰে।

এদং<এতম্ ত>দ অন্ত্য হসন্ত ম্>ং।

হদে<হত ত>দ >এ—অকাৰন্ত অন্ত্য বিসৰ্গ এ হয়।

ম্মি<অস্মি —আদিস্বৰ লোপ ( Aphesis )।

হদে ম্মি<হত+অস্মি মই মৰিলোঁ।

নাগৰক—মুঞ্চেধ ৰে মুঞ্চেধ জালোৱজীৱিণং। উৱৱণ্ণো সে কিল অঙ্গুলী অঅস্স আঅমো। অম্হ সামিণা জেব মে কধিদং।

সূচক—যধা আণবেদি লাউত্তে। যমৱশদিং গদুঅ পডিনিউত্তে কুখু এশে।
( ইতি ধীবৰং বন্ধনান্মোচয়তি )

ধীৱৰক—( নাগৰকং প্ৰণম্য ) ভস্টকে তৱ কেলকে মম যীৱিদে। ( ইতি পাদয়ো পততি )।

নাগৰক—উট্‌ঠেহি উট্‌ঠেহি। এসো ভট্টিণা অঙ্গুলীঅঅমুল্লস ম্মিদো পাৰিদোসিও দে পসাদীকিদো। তা গেণ্হ এদং। ( ইতি ধীবৰায় কটকং প্ৰযচ্ছতি )।

ধীৱৰক—( সহৰ্ষং প্ৰতি গৃহ্য ) অনুগহিদে ম্মি।

**অনুবাদ**

নগৰৰক্ষী—এৰি দিয়া এই মাছমৰীটোক এৰি দিয়া। আঙঠিটো পোৱাৰ কাহিনীটো প্ৰমাণিত হৈছে। আমাৰ প্ৰভুৱে মোক এইদৰে কৈছে।

সূচক—প্ৰভুৱে যি আদেশ কৰে। যমপুৰীলৈ গৈয়ো ই আকৌ উভতি আহিল। ( ধীৱৰক বন্ধন মুক্ত কৰি দিলে )।

ধীৱৰ—( নগৰৰক্ষীক সেৱা কৰি ) প্ৰভু আপোনাৰ কাৰণেই মই জীৱন পালোঁ। ( ভৰিত পৰে )

নগৰৰক্ষী—উঠা উঠা প্ৰভুৱে সন্তুষ্ট হৈ আঙঠিটোৰ মূল্যৰ সমান এই পুৰস্কাৰ তোমাক দিছোঁ। গতিকে এইটো গ্ৰহণ কৰা। ( এই বুলি ধীৱৰক পুৰস্কাৰটো দিয়ে )

ধীৱৰ—( প্ৰণাম সহকাৰে গ্ৰহণ কৰি ) প্ৰভু মই অনুগৃহীত হলোঁ।

**শব্দাৱলীৰ টোকা**

মুঞ্চেধ<মুঞ্চ-OIA মুচ+লোট—হি MIA √মুঞ্চ+এধ-মুঞ্চেধ এৰি দিয়া।

জালোৱজীৱিণং<জালোপজীৱিনম্ প>ৱ—ঘোষীভৱন ন>ণ—মূৰ্ধণ্যীভৱন অন্ত্য হসন্ত ম্>ং জালোৱাটোক মাছমৰীয়াটোক।

উৱৱন্নে+<উপপন্ন প>ৱ—ঘোষীভৱন >ও—অ কাৰ আৰু বিসৰ্গ মিলি ও কাৰ হৈছে প্ৰমাণিত হৈছে।

সে<অস্ত—আদিস্বৰ লোপ।

অম্হ—সামিণা<অস্মৎ—স্বামিণা স্ম>ম্হ—আনুনাসিকৰ পূৰ্বত উষ্মবৰ্ণ থাকিলে সি হ হয় আৰু বৰ্ণ বিপৰ্যয় ঘটে অন্ত্য ব্যঞ্জন ৎ ৱ লোপ স্ব>স আমাৰ প্ৰভুৱে।

কধিদং<কথিতম্ থ>ধ—ঘোষীভৱন ত>দ—ঘোষীভৱন অন্ত্য হসন্ত ম্>ং কোৱা হৈছে।

মে—উত্তম পুৰুষৰ ষষ্ঠীৰ একবচন।

যমৱশদিং<যমৱসতিং স>শ ত>দ যমৰ ঘৰলৈ।

গচ্ছঅ<গত্বা √গম্ ধাতুত চ্ছ আগম হৈছে, ক্ত্বাচ প্রত্যয়ৰ ঠাইত উঅ হৈছে গৈ।

পত্তিনিউত্তে<প্রতিনিবৃত্ত প্র>প—শব্দৰ আদিত যুক্ত ব্যঞ্জনৰ প্রয়োগ নিষেধ ত্ত>ত্ত—স্বৰমধ্যস্থিত 'ত 'ত্ত হয় অসংযুক্ত আৰু অনাদিস্থিত ব অল্পপ্রাণৰ লোপ ঋ>উ >এ—অকাৰন্ত অন্ত্য বিসর্গ এ হয় আকৌ উভতি অহা।

কখু<খুলু ক>খ—প্রাকৃতত কেতিয়াবা ক>খ হয়, খ>ল হয় ( নিপাত )

এশে<এষ ষ>শ—মাগধীৰ বিশেষত্ব >এ—পদৰ শেষত থকা অকাৰন্ত বিসর্গ এ হয়।

তব কেলকে<তব কেৰকে ৰ>ল—মাগধীৰ বিশেষত্ব আপোনাৰ কাৰণে। '

যীবিদে<জীবিতম্ জ>য—মাগধীৰ বিশেষত্ব ত>দ যীবিদ+ প্রথমাৰ একবচন—এ জীৱন।

উট্‌ঠেহি<উত্তিষ্ঠ ( MIA √ উত্থ+এহি ) উত্থ>উট্ঠ ঠ>ট্ঠ—সমীভৱন উঠ বা উঠা।

এসো<এষ ষ>স >ও—পদান্তস্থিত বিসর্গ ও হয়।

ভটিণা<ভত্র। স্বামীয়ে প্রভুৱে।

মুল্লসম্বিদো<মূল্য সম্বিত ল্য>ল্ল—সমীভৱন উ>উ—সংযুক্ত ব্যঞ্জনৰ পূর্বস্থিত দীর্ঘস্বৰ হ্রস্ব হয় ত>দ—ঘোষীভৱন >ও—অকাৰৰ পৰবর্তী বিসর্গ সমান মূল্যৰ।

পাৰিদোসিও<পাৰিতোষিক ত>দ—ঘোষীভৱন ষ>স স্বৰমধ্যবর্তী অল্পপ্রাণ ক ৰ লোপ >ও—অকাৰন্ত—পৰবর্তী বিসর্গ ও হয় পুৰস্কাৰ।

দে<তে ত>দ।

পসাদীকিদো<প্রসাদীকৃত প্র>প—শব্দৰ আদিত সংযুক্ত ৰ ফলাৰ লোপ ঋ>ই ত>দ >ও—অকাৰৰ পৰবর্তী বিসর্গ ও হয় সন্তুষ্ট হৈ।

গেণ্হ<গৃহাণ ( বা গৃহ্ণ ) গৃহ্ণ>গেণ্হ গ্রহণ কৰা।

অনুগ গহিদে < অনুগৃহীত গৃ > গ গ—দ্বিতভবন ঈ > ই ত > দ > এ
—অকাৰন্ত অন্ত্য বিসৰ্গ এ কাৰ হয় অনুগৃহীত হলোঁ।

ম্হি < অম্হি আদি স্বৰ লোপ।

জানুক—এসে কৃথু লঞ্চ এণা তধা নাম অনুগ গহিদে যং শুলাদো ওদালিঅ হত্থিক্কন্ধং শমালোবিদে।

সূচক—লাউত্তে প্যালিদোশিএ কধেদি মহালিহলদণেণ তেণ অঙ্গুলীঅএণ শামিণো বহুমদেণ হোদব্বংতি।

নাগবক—ণং তস্‌সিং ভট্টিণো মহাবিহৰদণং তিণ পবিদোসো এত্তিঅং উণ।

উভৌ—কিং নাম—

নাগবক—তক্কেমি তস্‌স দংসণেণ কো বি হিঅ অট্টিদো জণো ভট্টিণো সুমবিদো ত্তি। জদো ত পেকৃখিঅ মুহুত্তঅং পইদি গম্ভীৰোবি পজ্জস্‌সু অমণো আসী।

## অনুবাদ

জানুক—বজাই এওঁক ইমানেই অনুগ্ৰহ কৰিলে যে শূলৰ পৰা নমাই আমি হস্তীপৃষ্ঠত স্থাপন কৰিলে।

সূচক—মহাশয় পুৰস্কাৰ দেখি ভাব হৈছে বহুমূল্য ৰত্নযুক্ত আঙঠিটো প্ৰভুৰ অত্যন্ত প্ৰিয় বস্তু হব।

নগৰৰক্ষী—আঙঠিটোত থকা অমূল্যৰত্নটো (কিন্তু) প্ৰভুৰ অতিপ্ৰিয় বুলি ম'ন নহল। তাৰ উপৰি—

উভয়ে—কিনো সেয়া?

নগৰৰক্ষী—মোৰ বোধ হ ল সেইটো দেখি তেওঁৰ (মহাৰজাৰ) কোনো প্ৰিয়জনৰ কথা মনত পৰিল। কিয়নো মহাৰাজ স্বভাৱ গম্ভীৰ হলেও মুহূৰ্ত্তৰ কাৰণে বিচলিত হৈ পৰিছিল।

## শব্দাৱলীৰ টোকা

শূলাদো < শূলাৎ (পঞ্চমীত তস্) > শূলাত ত > দ—ঘোষীভবন > ও
—অকাৰৰ পৰবৰ্তী বিসৰ্গ ও হয় শূলৰ পৰা।

যং < যৎ ৎ > ং—অন্ত্য ব্যঞ্জনৰ লোপ আৰু তাৰ ঠাইত অনুস্বাৰ সম্বন্ধ সূচক অব্যয়।

ওদালি অ<অৱতাৰ্য্য   অৱ>ও—প্ৰাকৃতত অৱ' ও হয় ত>দ—ঘোষীভৱন   ৰ্য্য>ৰ্য>ৰিঅ—স্বৰভক্তি>লিঅ ( ৰ>ল )—মাগধীৰ বিশেষত্ব নমাই।

হত্থিস্কন্ধং—স্ত আৰু স্ক'—যুক্ত ব্যঞ্জনৰ সমীভৱন নোহোৱাকৈ মাগধীত ব্যৱহৃত হয়   হাতীৰ কান্ধৰ পৰা।

শমালোবিদে<সমাৰোপিত   স>শ   ৰ>ল   প>ব—ঘোষীভৱন ও>দ—ঘোষীভৱন   >এ—অকাৰন্ত বিসৰ্গ এ কাৰ হয়   স্থাপন কৰা।

পালিদোশিএ<পাৰিতোষিকেন্   ৰ>ল   ত>দ   ষ>শ—মাগধীৰ বিশেষত্ব কে>এ—স্বৰমধ্যস্থ অল্পপ্ৰাণ ক ৰ লোপ   অন্ত্য ব্যঞ্জন ন্ ৰ লোপ   পুৰস্কাৰ।

মহানিহলদণেণ<মহাৰ্হৰত্নেন্   ৰ্হ>ৰিহ>লিহ—হ কাৰত ৰেফ থাকিলে ৰেফৰ ঠাইত ৰি হয় মাগধীত লি হৈছে ৰ>ল ত্ন>তন—স্বৰভক্তি >দন>দণ ন>ণ বহুমূল্য বস্ত্ৰযুক্ত।

শামিণো<স্বামিণ   স্ব>স>শ—শব্দৰ আদিস্থিত স কাৰৰ লগত ব কাৰ থাকিলে ব কাৰ লুপ্ত হয় ন>ণ   >ও—অ কাৰ আৰু বিসৰ্গ মিলি ও কাৰ হৈছে প্ৰভুৰ।

বহুমদেণ<বহুমতেন   ও>দ ন>ণ   অতিপ্ৰিয়।

হোদব্বং<ভৱিতব্যম্   ভ>হ—মহাপ্ৰাণ ভ হ হৈছে অৱ>ও ত>দ ব্য>ব্ব—সমীভৱন হব।

তস্সিং<তস্মিন্   স্ম>স্স—সমীভৱন ন্>ং—পদান্তস্থিত আনুনাসিক বৰ্ণ অনুস্বৰ হয়।

ভট্টিণো<ভৰ্ত্তৃ>ভৰ্ত্তৃ>ভত্তি>ভট্টি+ষষ্ঠীৰ একবচন ণো প্ৰভুৰ।

মহাৰিহৰদণং<মহাৰ্হৰত্নম   ৰ্হ>ৰিহ—হ কাৰত ৰেফ থাকিলে ৰেফৰ ঠাইত ৰি হয় ত্ন>তন—স্বৰভক্তি>দন>দণ ম্>ং অন্ত্য হসন্ত 'ম্ অনুস্বাৰ হয়   অমূল্যবস্ত্ৰ।

পৰিদোসো<পৰিতোষ   ত>দ—ঘোষীভৱন ষ>স   >ও—অকাৰৰ পৰৱৰ্ত্তী বিসৰ্গ ও হয় সন্তুষ্ট অতিপ্ৰিয়।

তক্কেমি<তৰ্কয়ামি   ৰ্ক>ক্ক—ৰেফৰ প্ৰয়োগ প্ৰাকৃতত নাই যিবৰ্ণত ৰেফ থাকে সি দ্বিত হয় অয়>এ আ>অ   মন কৰা।

ভস্স<ভস্ম ; স্ম>স্স—সমীভৱন।

দংসনেণ<দৰ্শনেণ ; ৰ্শ>ংস—সতোনাসিক্যীভৱন ন>ণ—মূৰ্ধণ্যীভৱন দেখিব পৰা।

বি<অপি—স্বৰবৰ্ণৰ পিছত থাকিলে অপি>বি হয়।

হিঅটৃঠিদো<হৃদয়স্থিত ঋ>ই, দ>অ য়>অ—স্বৰ মধ্যস্থিত আৰু অনাদিস্থিত দ আৰু 'য়'-ৰ লোপ, স্থি>টঠি—সংযুক্ত বৰ্ণৰ এটা উষ্ম হলে পিছৰ ব্যঞ্জন বৰ্ণৰ মহাপ্ৰাণীভৱন হয় পিছত মূৰ্ধণ্যীভৱন ত>দ >ও—অ কাৰন্ত বিসৰ্গ ও কাৰ হৈছে। অতি প্ৰিয়।

সুমৰিদো<স্মৃত স্ম>সুমৰি—স্বৰভক্তি ত>দ >ও মনত পৰিছে।

ত্তি<ইতি—স্বৰ বৰ্ণৰ পিছত থাকিলে ইতি>ত্তি হয়।

পেক্খিঅ<প্ৰেক্ষ্য প্ৰ>প—শব্দৰ আদিত সংযুক্ত—ৰ ফলাৰ লোপ ক্ষ>ক্‌খ য্যাচ ৰ ঠাইত প্ৰাকৃতত ইয়—ই অ হয়, দেখি।

মুহুত্তঅং>মুহূৰ্ত্তং উ>উ—যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ হ্ৰস্ব হয় ৰ্ত্তং>ত্তঅং—সমীভৱন মুহূৰ্ত্ত।

পইদি গম্ভীৰো<প্ৰকৃতি গম্ভীৰঃ প্ৰ>প—শব্দৰ আদিত সংযুক্ত ৰ ফলাৰ লোপ ঋ>ই মধ্যস্থিত অল্পপ্ৰাণ ক ৰ লোপ ত>দ >ও অকাৰন্ত বিসৰ্গ ও কাৰ হৈছে স্বভাৱ বা প্ৰকৃতি গম্ভীৰ।

পজ্জুসন্থ অমণো<পৰ্যুৎসুক মনা ৰ্য্য>ৰ্য>য়য>জজ—সমীভৱন, ৎস>স্স—সমীভৱন ক>অ—স্বৰমধ্যস্থ অল্পপ্ৰাণ বৰ্ণৰ লোপ, ন>ণ, >ও বিচলিত চিত্ত।

আসী<আসীৎ অন্ত্য ব্যঞ্জন ৎ ৰ লোপ হৈছিল।

সূচক—ভোশিদে দাণিং ভস্টা লাউস্তেণ।

জাহুক—ণং ভণামি ইমশ শ মস্চলীশস্ত পো কিদো ত্তি।

(ইতি ধৱৰম্ অন্তুয়য়াপন্তুতি)

ধীৱৰক—ভট্টক ইদো অৰ্দ্ধং তুম্মাণংপি শুলামুল্লং ভোদু।

জাহুক—ধৱল মহত্তলে শংপদং যে পিঅৱঅশ শকেশংবুত্তে শি।

কাদম্বলী—শক্কিকে কৃথু পড়মং অম্মাণং শোহিদে ইস্টীঅদি। তা শুণ্ডিকাগালং যেৱ গশ্চম্ম। (ইতি নিষ্ক্ৰান্তাঃ সৰ্বে)

**অনুবাদ**

সূচক—ৰাজপুত্ৰ তেনেহলে প্ৰভু আপোনাৰ দ্বাৰা তুষ্ট হ'ল।

জানুক—মই কম যিয়েই হওঁক মাছৰ শত্ৰু ইয়াৰ কাৰণেই তেওঁ সন্তুষ্ট হৈছে। (এই বুলি ধীৱৰৰ প্ৰতি ঈৰ্ষামিশ্ৰিত দৃষ্টি নিক্ষেপ কৰে।)

ধীৱৰ—মহাশয়গণ ইয়াৰ (পুৰস্কাৰৰ) আধা আপোনাৰ সুৰাৰ মূল্য হওঁক।

জানুক—ধীৱৰ তুমি মহৎ তুমি এতিয়াৰ পৰা মোৰ প্ৰিয় বন্ধু হলা। মোৰ ইচ্ছা তোমাৰ এই প্ৰথম সৌহাৰ্দ্য সুৰাক সাক্ষী কৰিয়েই স্থাপিত হওঁক। গতিকে সুৰাৰ দোকানলৈ যাওঁ বলা। (সকলোৰে প্ৰস্থান)

**শব্দাৱলীৰ টোকা**

তোশিদে<তোষিত   ষ>শ—মাগধীৰ বৈশিষ্ট্য   ত>দ   >এ—অকাৰন্ত পদান্ত বিসৰ্গ এ কাৰ হয় তুষ্ট হল।

দাণিং<ইদানীম্   শৌ আৰু মাগধীত ইদানীম্ দাণিং হয়   ইয়াৰ পৰা।

ণং<নন্থ   ন্থ>ং—ব্যঞ্জনধ্বনিৰ পিছত থাকিলে ন ঙ আদি অনুস্বাৰ হয়, যিয়েই হওঁক।

ভণামি—কম।

মশ্চলী<মৎস্য—ৎস্য>ৎস>শ্চ—নতুন ধৰণৰ সমীভৱন—মাগধীৰ বৈশিষ্ট্য   মশ্চ+লি।

শত্তুণো<শত্ৰো   ত্ৰ>ত্ত সমীভৱন+ষষ্ঠীৰ একবচন ণো মাছৰ শত্ৰু।

কিদো>কৃত   ঋ>ই ত>দ   >ও—অ কাৰন্ত বিসৰ্গ ও কাৰ হৈছে।

ইদো>ইত   ত>দ   >ও।

অন্ধং<অৰ্ধম্   ৰ্ধ>দ্ধ—সংযুক্ত ব্যঞ্জনৰ এটি লুপ্ত হলে অৱশিষ্ট ধ্বনিৰ অনুৰূপ ব্যঞ্জনৰ আগম হয় অন্ত্য হসন্ত ম্>ং।

তুম্মাণং<সং—যুষ্মাকম্ ৰ বৈদিক ৰূপ ষষ্ঠীৰ বহুবচন।

শুলামূলং<সুৰামূল্যম্   স>শ ৰ>ল—দুয়োটা মাগধীৰ বিশেষত্ব ঊ>উ—যুক্ত ব্যঞ্জনৰ পূৰ্বস্থিত দীৰ্ঘস্বৰ হ্ৰস্ব হয় ল্য>ল্ল—সমীভৱন অন্ত্য হসন্ত ম্>ং সুৰাৰ মূল্য।

ভোদু<ভৱতু   অৱ>ও ত>দ হওক।

মহত্তলে<মহত্তৰ:   ৰ>ল   >এ—পদান্ত অকাৰন্ত বিসৰ্গ এ-কাৰ হয়; মহৎ।

শংপদং<সম্প্ৰতম্ স>শ—মাগধীৰ বিশেষত্ব ম্প্ৰ>ংপ ন্যাসিক্যীভৱন সমীভৱন আৰু পিছত দ্বিতব্যঞ্জনৰ একক—প্ৰৱণতা ত>দ শব্দৰ শেষৰ আনুনাসিক ধ্বনিৰ অনুস্বাৰলৈ ৰূপান্তৰিত এতিয়া।

মে—ষষ্ঠীৰ একবচন।

পিঅৱঅশ শকে<প্ৰিয়ৱয়স্তক প্ৰ>প—শব্দৰ আদিত সংযুক্ত ৰ ফলাৰ প্ৰয়োগ নিষেধ য়>অ—স্বৰমধ্যস্থ য় ৰ লোপ স্ত>স্স>শশ—সমীভৱন আৰু মাগধীৰ বৈশিষ্ট্য >এ—অকাৰান্ত বিসৰ্গ এ হয় প্ৰিয়বন্ধু।

শংবুত্তে<স বৃত্ত স>শ ঋ>উ >এ।

সংবুত্তে শি = হলোঁ।

কাদম্বলী<কাদম্বৰী ৰ>ল এবিধ মদ।

শক্কিকে<শ্ৰক্কিকম্ শ্ৰ>শ—শব্দৰ আদিত সংযুক্ত ব্যঞ্জনৰ ৰ ফলাৰ লোপ মাগধীত 'শ ৰৈ যায় অম্>এ।

পঢ়মং<প্ৰথমম্ প্ৰ>প থ>ঠ—মূৰ্ধণ্যীভৱন>ঢ়—স্বৰমধ্যস্থ ঠ ৰ সলনি ঢ় হয় অন্ত্য হসন্ত ম্>ং প্ৰাৰম্ভিক।

শোহিদে<সৌহৃদম্ স>শ ঔ>ও—যৌগিক স্বৰধ্বনি ঔ ৰ ঠাইত ও হয় ঋ>ই কৰ্তৃকাৰকৰ একবচনত এ সৌহাৰ্দ্য।

ইশ্চীঅদি<ইষ্যতে>* ইচ্ছ্যতে চ্ছ>শ্চ—মাগধীত মধ্যস্থিত চ্ছ>শ্চ হয় কৰ্মবাচ্যৰ য>ঈয় হয় ঈয়>ঈঅ ত>দ পৰস্মৈপদত ইশ্চীঅদি হৈছে ইচ্ছা কৰোঁ।

শুণ্ডিকাগালং<শৌণ্ডিকাগাৰম্ ঔ>ও>উ ৰ>ল অন্ত্য হসন্ত ম্>ং মদৰ দোকান।

গশ্চাম<গচ্ছাম গচ্ছম্হ>মাগধীত গশ্চম হয় যাওঁ।



# কৰ্পূৰ মঞ্জুৰী

কপূৰ মঞ্জৰী ৰাজশেখৰৰ প্ৰথম আৰু সৰ্বোৎকৃষ্ট ৰচনা। কপূৰ মঞ্জৰীক সট্টক বুলি কোৱা হয় কাৰণ সট্টকৰ আটাইথিনি লক্ষণ ইয়াত বিদ্যমান। সট্টক যদিও ইয়াত চাৰিটা অঙ্কত বিষয় বস্তুৰ ৰূপায়ণ কৰা হৈছে। প্ৰথম অঙ্কত প্ৰস্তাৱনাৰ পিছত বসন্তোৎসৱৰ পযোভৰ। এনে পৰিবেশত ৰজা চন্দ্ৰপাল ৰাণী বিভ্ৰম লেখা বিদূষক আৰু প্ৰধান পৰিচাৰিকা বিচক্ষণাৰ প্ৰৱেশ। বিদূষকে অলপ উত্তেজনাত থং কৰি গুচি যায় যদিও সিদ্ধযোগী ভৈৰৱানন্দৰ লগত পুনৰ উভতি আহে। যোগৰ সাধনাত সিদ্ধ ভৈৰৱানন্দই ৰজাৰ আগত বিদৰ্ভৰ অনুপম সুন্দৰী ৰাজকুমাৰী কৰ্পূৰ মঞ্জৰীক উপস্থিত কৰায়। অনিন্দ সুন্দৰী কপূৰ মঞ্জৰীৰ সৌন্দৰ্যত ৰজা চন্দ্ৰপাল সম্মোহিত হয়। ৰাণীয়ে কিছু দিনৰ কাৰণে কপূৰ মঞ্জৰীক লৈ আহিবৰ কাৰণে অনুৰোধ কৰিলে।

### প্ৰথমং জৱনিকান্তৰম্

(১) ভদ্দং হোউ সৰস্সঈঅ কইণো ণংদংতু ৱাসাইণো
অণ্ণাণংপি পৰং পঅট্টউ ৱৰা ৱাণী ছইল্লপ্পিঅ।
ৱচ্ছোমী তহ মাঅহী ফৰউ ণো সা কিংচ পংচালিআ
ৰীঈও বিলিহংতু কৱ্ব কুসলা জোন্‌হং চওৰা বিঅ॥

**অনুবাদ**

সৰস্বতীৰ জয় হওঁক। ব্যাস আদি কৱিসকলে আনন্দ কৰক। অন্যান্য বিদ্বান পণ্ডিতসকলৰ প্ৰিয় বাণী আনসকলৰ অন্তৰতো প্ৰৱৰ্তিত হওক। বৈদৰ্ভী মাগধী আৰু পাঞ্চালী ৰীতিয়ে আমাৰ মাজত আবিৰ্ভূত হওঁক। চকোৱা চৰায়ে জোনৰ পোহৰৰ তৃপ্তি পোৱাৰ দৰে কাব্যকুশল সকলেও এই ৰীতি সমূহৰ ৰসাস্বাদন কৰক।

## শব্দাৱলীৰ টোকা

ভদ্দং<ভদ্ৰং  দ্ৰ>দ্দ—সমীভৱন কুশল বা জয়।

হোউ<ভৱতু  ভ>হ  অৱ>ও  তু>উ—স্বৰ মধ্যস্থ অল্পপ্ৰাণ ত—ৰ লোপ।

কইণো<কৱয়ো=কৱি+১মা  বহুবচন  স্বৰমধ্যস্থ অল্প প্ৰাণ বৰ্ণ ব ৰ লোপ আৰু স্বৰাঘাত বৰ্ণৰ পূৰ্বৰ অৰ ঠাইত ই হৈছে। কই+১মা বহুবচন—ণো।

সঁৰস্‌সঈঅ<সৰস্বত্যা  স্ব>স্‌স  সৰস্‌স+৬ষ্ঠী একবচন ঈঅ।

ণংদংতু<নন্দন্তু  ন্দ>ং দ  ন্ত>ংত—ব্যঞ্জনধ্বনি পিছত থাকিলে ন অনুস্বাৰ হয় আনন্দ কৰক।

ৱাসাইণো<ব্যাসাদয় (ব্যাস+আদি+প্ৰথমাৰ বহুবচন) ব্য>ব্ব>ৱ শব্দৰ আদিত যুক্ত ব্যঞ্জন নাই।

দি>ই—স্বৰ মধ্যস্থ অল্পপ্ৰাণ বৰ্ণৰ লোপ  ৱাসই+প্ৰথমাৰ বহুবচন ণো।

অণ্ণাণং<অন্যষাম্  ন্য>ন্ন>ণ্ণ—সমীভৱন আৰু মূৰ্ধণ্যীভৱন অণ্ণ+ষষ্ঠী বহুবচন আণং।

পঅট্টউ<প্ৰৱৰ্ত্ততু  প্ৰ>প—শব্দৰ আদিত যুক্ত ব্যঞ্জন নাই ৱ>অ—স্বৰ মধ্যস্থ অল্পপ্ৰাণ বৰ্ণৰ লোপ ৰ্ত্ত>ৰ্ট>ট্ট মূৰ্ধণ্যীভৱন আৰু সমীভৱন তু>উ—স্বৰ মধ্যস্থ অল্পপ্ৰাণ বৰ্ণৰ লোপ।

ছইল্ল—দেশী শব্দ।

ফুৰউ<স্ফুৰতু  স্ফু>ফু—শব্দৰ আদিত যুক্ত ব্যঞ্জন নাই তু>উ—স্বৰ মধ্যস্থ ত ৰ লোপ ফুৰ+প্ৰথম পু অনুজ্ঞা কৰ্তৃবাচ্য—উ।

বীঈও<বীতী  তী>ঈ—স্বৰ মধ্যস্থ অল্পপ্ৰাণ বৰ্ণ ত ৰ লোপ  >ও।

কব্ব<কাব্য  ব্য>ব্ব—সমীভৱন।

জোন্‌হা<জ্যোৎস্না  জ্য>জ—শব্দৰ আদিত যুক্ত ব্যঞ্জন নহয় ৎস্ন ন্‌হ আ>অ—অনুস্বাৰৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ হ্ৰস্ব হয়।

চওৰা<চকোৰা  কো>ও—স্বৰ মধ্যবৰ্তী অল্পপ্ৰাণ বৰ্ণ ক ৰ লোপ।
বিঅ<ইৱ—দৰে বা নিচিনা।

(২) অৰি অ

> অকলিঅ পৰিৰংভ ৰিৰভামাই অজণিঅ চুংৰণভংৰৰাইদুৰং
> অঘডিঅ থণতাডণাই নিচচং ণমহ অণংগৰঈণ মোহণাইং ॥

**অনুবাদ**

**আৰু**

আলিঙ্গন জনিত উত্তেজনা বিস্তৰ চুম্বন আৰু নিবিড় ক্ষত ( নখক্ষতাদি ) আদিৰ প্ৰকাশ নোপোৱা মদন আৰু ৰতিৰ প্ৰেমলীলা সমূহৰ প্ৰতি সদায় নমস্কাৰ।

**শব্দাৱলীৰ টোকা**

অকলিঅ<OIA অকলিত  ত>অ—অল্পপ্ৰাণ বৰ্ণ ত ৰ লোপ হৈ ইয়াৰ স্বৰ অ ৰ স্থিতি।

পৰিৰংভ<পৰিৰম্ভ  ম্ভ>ংভ ব্যঞ্জন ধ্বনি পিছত থাকিলে ম্>ং আলিঙ্গন।

ৰিৰ ভামাইং<বিভ্ৰামান্  ভ্ৰ>ভভ>ব্ভ—দুটা মহাপ্ৰাণী নাথাকে ৰিৰ ভামা+ক্লিবলিঙ্গ ১মা বহুবচন—আইং।

অজনিঅ<অজনিত  ত>অ—স্বৰ মধ্যস্থ অল্পপ্ৰাণ ত ৰ লোপ

চুংৰণভং<চুম্বণভম্

ৰৰাই<ৰৰাণি  ণি>ই আড়ম্বৰ

অঘডিঅ<অঘটিত  ট>ড—ঘোষীভৱন  ত>অ—অল্পপ্ৰাণ বৰ্ণ 'ত' ৰ লোপ।

থণ<স্তণ  স্ত>থ>থ—শব্দৰ আদিত যুক্ত ব্যঞ্জন নাই  ন>ণ—মূৰ্ধণ্যী ভৱন।

তাডনাই<তাডনানি  ন>ণ নি>ই।

নিচ্চিং<নিত্যম্  ত্য>চ্চ—তালব্যীভৱন  অন্ত্য হসন্ত ম্>ং।

ণমহ<নমত  ত>থ—মহাপ্ৰাণীভৱন  আকৌ থ>হ—স্বৰ মধ্যস্থ মহাপ্ৰাণ বৰ্ণ প্ৰায়েই হ হয়।

ৰঈণ<ৰতীঃ  তী>ঈ ( ত-ৰ লোপ  স্বৰৰ অৱস্থিতি ) ৰঈ+স্ত্ৰীৰ বহুবচন ণ।

মোহণাইং<মোহনানি ; ন<ণ মোহন+ক্লীবলিঙ্গ ১মা বহুবচন আইং।

(৩) স্থাপক —

সসিহংডমংডণাণং সমোহণাসাণ সুৰ অণপিআণং।
গিৰিসগিৰিংদ সুআণং সংঘাডী ৰো সুহং দেউ॥

অনুবাদ

স্থাপক —

চন্দ্ৰকলাৰে বিভূষিত প্ৰণয়ৰ অভিলাষী দেৱতা সকলৰ আপোন শিৱ আৰু গিৰিৰাজ কন্যাৰ (পাৰ্বতীৰ) মিলনে আপোনাসকলক আনন্দ দান কৰক।

শব্দাৱলীৰ টোকা

সসিহংডমংডণাণং<শশিখণ্ডমণ্ডনয়ো শ>স খ>হ—মহাপ্ৰাণ বৰ্ণ 'হ' হয় ণ্ড>ং ড—ব্যঞ্জনধ্বনি পিছত থাকিলে ন্ অনুস্বাৰ হয়, ন>ণ সসিহংডমংডণ+ষষ্ঠী বহুবচন আণং চন্দ্ৰকলাৰে বিভূষিত।

সমোহণাসণ<সমোহনাশয়ো ন>ণ শ>স সমোহণাস+ষষ্ঠীৰ বহুবচন —আণ প্ৰণয়ৰ অভিলাষী।

সুৰ অণপিআণং>সুৰজন+প্ৰিয়য়ো জ>অ—স্বৰ মধ্যস্থ অল্পপ্ৰাণ বৰ্ণৰ লোপ ন>ণ—মূৰ্ধণ্যীভৱন প্ৰ>প য়>অ—স্বৰ মধ্যস্থ য় ৰ লোপ সুৰঅণপিঅ+ষষ্ঠীৰ বহুবচন—আণ দেৱতাসকলৰ আপোন বা প্ৰিয়।

গিৰিংদ<গিৰীন্দ্ৰ ঈ>ই—যুক্ত ব্যঞ্জনৰ আগৰ দীৰ্ঘস্বৰ হ্ৰস্ব হয় দ্ৰ>দ্দ >ংদ MIA ত তিনিটা ব্যঞ্জন ধ্বনিৰ যুক্ত নহয় ব্যঞ্জন ধ্বনি পিছত থাকিলে ণ>ং হয় গিৰিৰাজ।

সুআণং<সুতয়ো' ত>অ—স্বৰ মধ্যস্থ অল্পপ্ৰাণৰ লোপ সুঅ+ষষ্ঠীৰ বহুবচন 'আণং কন্যা।

সংঘাডী—সংঘাটিকা

সুহং<সুখং খ>হ—মহাপ্ৰাণ বৰ্ণৰ হ লৈ ৰূপান্তৰিত

দেউ<√দা+লো প্ৰঃ পুঃ একবচন।

(৪) অৱিত্ৰ।

ঈসাৰোপ্পসাঅপ্পণইসু বহুসো সগ্গ গংগাজলেহিং
আমূলং পুৰিআএ তুহিণ কৰকলা ৰূপ্পাসি প্পীঅৰুদ্ধো।
জোণ্হামুত্তা হলিল্লং ণঅমউলি ণিহিত্ত গ গণেহি দোহিং
অগ্ঘং সিগ ঘং ৰ দেংতো জঅই গিৰিসুআপাঅ পংকেৰুহাণং॥

**অনুবাদ**

আক ঈর্ষা জনিত ওপজা অভিমান ভাঙিবৰ কাৰণে স্বর্গ গঙ্গাৰ পানীৰে পৰিপূর্ণ চন্দ্র কলাসদৃশ ৰূপালী শঙ্খটোৰে জ্যোৎস্নাৰূপ মুক্তা ফলৰ নৈবেদ্য নিবেদন কৰাৰ সময়ত তেওঁৰ নত শিৰৰ ওপৰত দুই হাতযোৰ কৰি নম্রভাৱে পার্বতীৰ দুখনি চৰণ কমলত ব্যস্তভাৱে উচর্গা কৰে সেই ৰুদ্রৰ জয় হওক।

**শব্দাৱলীৰ টোকা**

ঈসা<ঈর্ষা র্ষ>র্স>স্স> দুটা একে ধ্বনি থাকিলে এটা লোপ হয়।

ৰোপ্পসাঅ<ৰোষপ্রসাদ ষ ৰ লোপ প্র>প্প দ>অ—অল্পপ্রাণ বর্ণৰ লোপ।

প্পণইসু<প্রণতিষু প্র>প্প—সমীভৱন তি>ই—স্বৰ মধ্যস্থ অল্পপ্রাণ বর্ণৰ লোপ ষ>স।

বহুসো<বহুশ শ>স > ও ওপচী থকা।

সগ গ<স্বর্গ স্ব>স—প্রাকৃতত পদৰ আদিত যুক্ত ব্যঞ্জন নাই র্গ>গ গ—সমীভৱন।

গংগা<গঙ্গা ঙ>ংগ—ব্যঞ্জন বর্ণ পিছত থাকিলে ঙ অনুস্বাৰ হয়।

জলেহিং<জলৈঃ (বৈদিক) ঐ>এ জলে+ভিস বহুবচন হিং

আমূলং=মূল পর্যন্ত

পুৰিআএ<পুৰিতয়া স্বৰ মধ্যস্থ ত ৰ লোপ স্বৰ মধ্যস্থ 'য় ৰ লোপ পুৰিআ+ভিস একবচন— এ।

কপ্প<কল্প্য উ>উ—যুক্ত ব্যঞ্জনৰ পূর্ববর্তী স্বৰ সদায় হ্রস্ব হয় প্য>প্প—সমীভৱন।

সিপ্পীঅ<শুক্ত্যা

চন্দো<চন্দ্ৰ ন্দ্ৰ>ন্দ—সমীভৱন ঃ>ও।

মুত্তা<মুক্তা ক্ত>ত্ত—সমীভৱন।

হলিল্লং<ফল+ইল্লং ( সদৃশ ), ফ>হ—মহাপ্ৰাণ বৰ্ণ হ' হয়।

মুত্তাহলিল্লং=মুক্তা ফলৰ দৰে।

ণঅ<নত ন>ণ ত>অ—স্বৰ মধ্যস্থ অল্পপ্ৰাণ বৰ্ণত ৰ লোপ আৰু ইয়াৰ স্বৰ অ ৰ স্থিতি।

মউলি<মুলি>মউলি।

ণিহিত্তগ গহত্থেহি<নিহিতাগ্ৰহস্তাভ্যামং ত>ত্ত—ব্যঞ্জনৰ দ্বিত্ব গ্ৰ> গ গ্গ, স্ত>ত্থ—সমীভৱন ণিহিত্তগ হত্থ+তৃতীয়া বহুবচন—এহিঁ।

দোহিং<দ্বাভ্যাম্ প্ৰাকৃতত তৃতীয়াৰ বহুবচনত দোহিং হয়।

অগ ঘং<অৰ্ঘং ৰ্ঘ>গ ঘ—সমীভৱন

সিগ ঘং<শীঘ্ৰ শ>স ঈ>ই—যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ হ্ৰস্ব হয় ঘ্ৰ>গ ঘ—সমীভৱন।

দেংতো—কৃদন্ত অন্ত প্ৰত্যয় যোগ হৈ দেন্তো>দেংতো হৈছে ন্ত>ংত—ব্যঞ্জন ধ্বনি পিছত থাকিলে ঙ ন অনুস্বাৰ হয়।

জঅই<জয়তি য়>অ তি>ই।

গিবিম্বুআ<গিবিম্বুতা তা>আ।

পাঅ<পাদ দ>অ—স্বৰ মধ্যস্থ অল্পপ্ৰাণ বৰ্ণৰ লোপ।

পংকেৰুহাণং<পঙ্কেৰুহয়ো ঙ্ক>ংক—ব্যঞ্জন ধ্বনি পিছত থাকিলে ঙ—অনুস্বাৰ হয় পংকেৰুহ+ষষ্ঠীৰ বহুবচন আণং।

(৫) ( পৰিক্ৰম্য নেপথ্যাভিমুখ মৱলোক্য )।

কিং উণ পট্টপ পউত্তো বিঅ দীসদি অম্হাণং কুসীলৱাণং জণো। জদো একা পৰ্ত্তোহদাইং সিঅআইং উচ্চিণেদি। ইদৰা কুসুমাৱলীও গুংফেদি। অন্না পডিসীস্আইং পডিসাৰেন্তি। কা বি হ বল্লিআও পট্টএ ঘট্টেদি। এসো বংসো ঠাবিদো ঠাণে। ইঅং বীণা পডিসা বীঅদি। ইমে তিন্নি বি মিঅংগা সজ্জীঅংতি। এস পকুখাউজ্জাণং হলবোলো সুণীঅদি। এদং ধুবা গীদং আলবীঅদি। তাং কি ণি কুডুংবুং হকাবিঅ ণুচ্ছিস্সং।

## অনুবাদ

(বিচৰণ কৰি নেপথ্যৰ ফালে চাই) এতিয়ানো কি! আমাৰ অভিনেতাবোৰে নাট মঞ্চস্থ কৰাৰ কাৰণে ব্যস্ত যেন দেখা হৈছে। কাৰণ এজনীয়ে ফুলৰ মালাবিলাক গুথিছে। আনজনীয়ে মুখাবিলাক ঠিক কৰি আছে আৰু আনজনীয়ে পটাত ৰং বটিছে। বাঁহীটোৰ স্বৰা বন্ধা হৈছে। এই বীণখনৰ স্বৰ বান্ধি থকা হৈছে আৰু এই মৃদঙ্গ তিনিওটাকেই প্ৰস্তুত কৰি ৰখা হৈছে। ঢোলৰ শব্দ শুনা গৈছে। এইফালে ধ্ৰুৱা গীতৰ আলাপো আৰম্ভ হৈছে। সেই কাৰণে আমাৰ কোনোবা এজন কুটুম্বক মাতি তেওঁক সোধো চোন।

## শব্দাৱলীৰ টোকা

ঊণ<পূণ >পউণ>উপণ>উঅণ>ঊণ (অপিণিহিত)।

ণট্টপ পউত্তো<নৃত্য প্ৰবৃত্ত ঋ>অ ত্য>ত্ত>ট্ট—সমীভৱন আৰু মূৰ্ধণ্যীভৱন প্ৰ>প প ঋ>উ অল্পপ্ৰাণ বৰ্ণ স্বৰ মধ্যস্থ ৰ ৰ লোপ >ও।

দীসদি<দৃশ্যতে ঋ>ঈ শ্য>স্য>স্স>স—দুটা একে ধ্বনি থাকিলে এটা লোপ হয় তে>দি—আত্মনেপদী পৰস্মৈপদী হৈছে।

অম্হাণং<অস্মাকম্ স্ম>হ ম>ম্হ—বৰ্ণবিপৰ্যয় চতুৰ্থী বহুবচন।

কুসীলৱাণং<কুশীলৱাণম্ শ>স ন>ণ ম্>ং

জণো<জন ন>ণ >ও

যদো<যত ত>দ—ঘোষীভৱন >ও

এক্কা<একা ক>ক্ক—দ্বিত্বভৱন।

পত্তোইদাইং<পাত্ৰ+উচিতানি=পাত্ৰোচিতানি আ>অ—যুক্ত ব্যঞ্জনৰ পূৰ্ব দীৰ্ঘস্বৰ হ্ৰস্ব হৈছে ত্ৰ>ত্ত—সমীভৱন চি>ই—স্বৰ মধ্যস্থ অল্পপ্ৰাণ বৰ্ণৰ লোপ ত>দ—ঘোষীভৱন পত্তোইদ+১মা বহুবচন আইং।

সিঅআইং<সিচকানি চ>অ ক>অ—স্বৰ মধ্যস্থ অল্পপ্ৰাণ বৰ্ণৰ লোপ সিঅঅ+১মা বহুবচন আইং।

উচ্চিনেদি<উৎচিনোতি ৎচ>চ্চ ত>দ।

ইদৰা<ইতৰা ত>দ—ঘোষীভৱন।

কুসুমাৱলীও<কুসুমাৱলী

শুংফেদি<শুল্কতি

অগ্না<অগ্ন্যা গ্ন>গ্ন—সমীভৱন।

পড়িসীসআইং<প্ৰতিশীৰ্ষকাণি প্ৰ>প—শব্দৰ আদিত যুক্ত ব্যঞ্জন নাই ত>দ>ড—ঘোষীভৱন মূৰ্ধণ্যীভৱন শ>স ৰ্ষ>ৰ্স>স্স—সমীভৱন >স—দুটা একেধ্বনি থাকিলে এটা লোপ হয় ক>অ—স্বৰ মধ্যস্থ অল্পপ্ৰাণ বৰ্ণৰ লোপ পড়িসীসঅ+১মা বহুবচন আইং মুখা।

পড়িসাৰেদি<প্ৰতিসাৰয়তি প্ৰ>প ত>দ>ড অয়>এ তি>দি প্ৰভৃত।

হু<খলু>কৃথু থ>হ—স্বৰমধ্যস্থিত মহাপ্ৰাণ হ হয়।

বণ্ণিআও<বৰ্ণিকা ৰ্ণ>ণ্ণ—সমীভৱন কা>আ >ও

পট্টএ<পট্টকে কে>এ—স্বৰ মধ্যস্থ অল্পপ্ৰাণ ক ৰ লোপ।

ঘট্টেদি<ঘট্টয়তি অয়>এ তি>দি বটে।

ঠাৱিদো<স্থাপিত স্থ>ঠ—শব্দৰ আদিত যুক্ত ব্যঞ্জন নাই প>ৱ—ঘোষীভন ত>দ >ও বদ্ধা হৈছে।

ইঅং<ইয়ং

পড়িসাৱিঅদি<প্ৰতিসাৰ্য্যতে প্ৰ>প ত>দ>ড ৰ্য্য>ৱিঅ তে>দি—পৰস্মৈপদী।

মিঅংগা>মৃদঙ্গা ঋ>ই দ>অ—স্বৰ মধ্যস্থ অল্পপ্ৰাণ বৰ্ণৰ লোপ ঙ>ংগ—ব্যঞ্জনধ্বনি পিছত থাকিলে ঙ অনুস্বাৰ হয়।

সজ্জীঅংতি<সজ্জ্যন্তে ন্ত>ংত—আত্মনেপদী পৰস্মৈপদী হৈছে।

পকৃথাউজ্জাণং<পক্কাতোদ্যানাং ক্ক>কৃথ স্বৰ মধ্যস্থ অল্পপ্ৰাণ বৰ্ণ ত ৰ লোপ ও>উ—যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘ স্বৰ হ্ৰস্ব হৈছে দ্য>জ্জ অ—অনুস্বাৰৰ পূৰ্বস্থিত দীৰ্ঘস্বৰ হ্ৰস্ব হয়।

সুণীঅদি<শ্ৰূয়তে— √শ্ৰু>MIA সুণ+ঈয়+দি=সুণীঅদি—আত্মনেপদী পৰস্মৈপদ হৈছে।

হকাৱিঅ=দেশী (হক্কাৰ)—মাত দি।

পুচ্ছিস্সং<পৃশ্চামি ঋ>উ শ্চ>চ্ছ—সমীভৱন পুচ্ছ+লৃট উত্তম পুৰুষ একবচন—ইস্সং।

(৬) (পাৰিপৰ্শ্বিক প্ৰৱেশ)।

পাৰিপাৰ্শ্বিক—আণৱেদু ভাৱো।

স্থাপক—কিং উণ ণট্টপউত্তা ৱিঅ দীসধ

পাৰিপাৰ্শ্বিক—অধ ইং। সট্টঅং ণচ্চিদৱ্ৱং

স্থাপক—কো উণ তস্স কই।

## অনুবাদ

পাৰিপাৰ্শ্বিক—মহাশয় আদেশ দিয়ক।

স্থাপক—কি তোমালোকে কিবা নাট্যাভিনয় কৰিবলৈ ওলাইছা যেন দেখিছোঁ।

পাৰিপাৰ্শ্বিক—এইটো সঁচা। এখন সট্টক অভিনিত হ'ব।

স্থাপক—কিন্তু এইখনৰ কবি কোন?

## শব্দাৱলীৰ টোকা

আণৱেদু>আজ্ঞাপয়তু জ্ঞ>ণ প>ব—ঘোষীভৱন
অয়<এ তু>দু

ণট্টপউত্তা<নাট্য+প্ৰবৃত্তা ন>ণ ট্য>ট্ট—সমীভৱন প্ৰ>প ঋ>উ
ব—অল্পপ্ৰাণ বৰ্ণৰ লোপ।

ৱিঅ<ইৱ

দীসধ<দৃশ্যধ্বে ঋ>ঈ শ্য>স্স>স্‌স>স—দুটা একেলগে ধ্বনি থাকিলে
একটা লোপ হয় ধ্ব>ধ

সট্টঅং<সট্টকং ক>অ

সট্টঅং ণচ্চিদৱৱং=নৃত্য নাটিকা ( dance drama )

তস্স<তস্য কই<কৱি ৱি>ঈ

(৭) পাৰিপাৰ্শ্বিক

ভাৰ কহিজ্জউ এঅং কো ভণ্ণই ৰঅণিৱল্লহসিহংডো
ৰহুউলচূড়ামণিণে মহিংদবালস্স কো অ গুৰু।

## অনুবাদ

মহাশয় এইটো কওঁকচোন ৰজনীবল্লভ শিখণ্ড বুলি কাক কোৱা হয় আৰু ৰঘুকুল চূড়ামণি মহেন্দ্ৰপালৰ গুৰু কোন?

**শব্দাৰ্থীৰ টোকা**

কহিজ্জউ<কথ>কহ+ইজ্জ+উ (কথ+য য>ইজ্জ)=কহিজ্জউ—কৰ্মবাচ্য।

ভণ্ণই<ভণ্যতে ণ্য>ণ্ণ—সমীভৱন তে>এ—স্বৰ মধ্যস্থ অল্পপ্ৰাণ বৰ্ণ ত ৰ লোপ পৰস্মৈপদী হোৱাত এ>ই হৈছে।

ৰঅণিৱল্লহসিংহত্তো<ৰজনিৱল্লভশিখণ্ড স্বৰমধ্যস্থ জ>অ ন>ণ ভ>হ শ>স খ>হ ব্যঞ্জন ধ্বনিৰ পিছত থাকিলে ণ>ং হয়

ৰহুউল<ৰঘুকুল ঘ>হ কু>উ।

মহিংদৱালসস্<মহেন্দ্ৰপালস্য এ>ই যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ হ্ৰস্ব হৈছে ন্দ্ৰ>ন্দ>ংদ—তিনিটা যুক্ত ব্যঞ্জন প্ৰাকৃতত নাই ব্যঞ্জন ধ্বনি পিছত থাকিলে ন>ং হয় প>ৱ—ঘোষীভৱন স্য>স্স—সমীভৱন।

(৮) স্থাপক (বিচিন্ত্য) অএ পণহোত্তৰং খু এদং। (প্ৰকাশম্) ৰাঅসেহৰো।

পাৰিপাৰ্শ্বিক সো এদস্স কই।

স্থাপক (স্মৃত্বা) কধিদং জেব্ব ছইল্লেহিং।

সো সট্টও ত্তি ভণ্ণই দূৰংজো ণাদিআই অণুহৰই।

কিং উণ পৱেশ বিক্খংভংকাইং কেৱল ণ দীসংতি।

(বিচিন্ত্য) তাকিংতি সক্কদং পৰিহৰিঅ পাউদবংধে পউত্তো কই।

**অনুবাদ**

স্থাপক—(চিন্তা কৰি) অ এইটো দেখোন এটা প্ৰশ্নৰ উত্তৰ।
(প্ৰকাশ কৰি) ৰাজশেখৰ।

পাৰিপাৰ্শ্বিক—তেৱেঁই ইয়াৰ কৱি।

স্থাপক (স্মৰণ কৰি) পণ্ডিতসকলে এইটো কয়—সেই থনকে সট্টক কোৱা হয় যিথনে বহুপৰিমাণে নাটিকাৰেই অনুসৰণ কৰে মাত্ৰ প্ৰৱেশক আৰু বিষ্কম্ভক দেখা নাযায়।

(চিন্তা কৰি) তেনেহলে কিয় বাৰু কৱিজনে সংস্কৃতক পৰিহাৰ কৰি প্ৰাকৃত ৰচনাত প্ৰবৃত্ত হ'ল?

## শব্দাৱলীৰ টোকা

অএ<অয়ে স্বৰ মধ্যস্থ য় ৰ লোপ শোক দুখ হৰ্ষাদি প্ৰকাশ অব্যয়।

পণহোত্তৰং<প্ৰশ্নোৰ্ত্তৰং, প্ৰ>প—শব্দৰ আদিত যুক্ত ব্যঞ্জন নবহে শ্ন>ণহ প্ৰশ্নৰ উত্তৰ।

এদস্স<এতস্য ত>দ—ঘোষীভৱন স্য>স্স—সমীভৱন ইয়াৰ এই খনৰ। কধিদং<কথিতম্ থ>ধ—স্বৰ মধ্যৱৰ্ত্তী থ>ধ হয়, ত>দ—ঘোষীভৱন অন্ত্য ম্>ং কোৱা হৈছে।

ছইল্লেহি—ছইল (দেশী)+ য়া বহুবচন এহিং।

সো<স সৰ্বনাম ৩য় পুৰুষ একবচন সেওঁ বা সি

ত্তি<ইতি

এদং<এতৎ ত>দ—ঘোষীভৱন অন্ত্য ব্যঞ্জন ৎ ৰ লোপ।

ভণ ণই<ভণ্যতে ণ্য>ণ ণ ভণ ণ পৰস্মৈপদী হৈ ভণ ণই হৈছে।

নাডিআই<নাটিকায়া ন>ণ ট>ড—ঘোষীভৱন স্বৰমধ্যস্থ অল্পপ্ৰাণ বৰ্ণ ক ৰ লোপ নাডিআ+ষষ্ঠীৰ একবচন—ই।

উণ<পুন পু>উ ন>ণ পুনৰ আকৌ।

দীস ন্তি<দৃশ্যন্তে শ্য>ঈ ন্ত>ন্ত>স্ স>স—দুটা একেধ্বনিৰ এটা লোপ ন্ত>ংত—ব্যঞ্জনধ্বনি পিছত থাকিলে ন>ং হয় পৰস্মৈপদী ণ দীসংন্তি—দেখা যায়।

তাকিংন্তি<তত কিমিতি

পাউদবংধে<প্ৰাকৃতবন্ধে প্ৰ>প কৃ>উ ত>দ—ঘোষীভৱন ন্ধ>ংধ—ব্যঞ্জনধ্বনি পিছত থাকিলে ন>ং হয়।

পউত্তো<প্ৰবৃত্ত প্ৰ>প বৃ>উ ,>ও।

কই>কবি।

(৯) পাৰিপাৰ্শ্বিক —

পৰুসা সক্কঅবংধা পাউঅবংধো ৱি হোই সুউমাৰো।
পুৰিস মহিলাণ জেত্তিঅমিহংতৰং তেত্তিঅমিমাণং॥
সৰ ৰত্তাৰাচ্ছৰেণ তেণ ভণিদং জেব। অধা।
অথবিসেসা তে চিঅ সদ্দা তে চেঅ পৰিণম তাবি।
উত্তি বিসেসো কৰৱং তালা জা হোই সা হোউ॥

**অনুবাদ**

পাৰিপাৰ্শ্বিক —

সংস্কৃত ৰচনাবিলাক শ্ৰুতিকটু আনহাতে প্ৰাকৃত ৰচনাসমূহ শ্ৰুতি মধুৰ। পুৰুষ আৰু মহিলাৰ ভিতৰত যিমান পাৰ্থক্য দুয়োটা ভাষাৰ মাজতো সিমানেই পাৰ্থক্য।

সকলো ভাষাতে চতুৰ তেওঁ এইদৰে মন্তব্য কৰিছে। যেনে।

কাহিনী আৰু শব্দ একে থাকে যদিও আকৰ্ষণীয় প্ৰকাশ কৌশলহে কাব্য ভাষা যিয়েই নহওঁক লাগিলে।

**শব্দাৱলীৰ টোকা**

পৰুসা<পৰুষা ষ>স।

সক্কঅ<সংস্কৃত

সুউমাৰো<সুকুমাৰ কু>উ—স্বৰ মধ্যস্থ অল্পপ্ৰাণ ক-ৰ লোপ —ও সুকোমল।

পুৰিস<পুৰুস—শব্দৰ দ্বিতীয় অক্ষৰত (syllable) উ থাকিলে উ>ই হয়

জেত্তি<যাবদ যিমান

তেত্তি<তাবদ—সিমান

সব্ব<সৰ্ব ৰ্ব>ব্ব—সমীভৱৰ সকলো

চদুৰেণ<চতুৰেণ, ত>দ—ঘোষীভৱন চতুৰ

জধা<যথা য>জ থ>ধ—ঘোষীভৱন

অথ<অৰ্থ ৰ্থ—থ—সমীভৱন।

তে<এব

পৰিণমংতা<পৰিণমন্তো ন্ত>ং ত—ব্যঞ্জনধ্বনি পিছত থাকিলে ণ>ং হয়।

ৱি<অপি

উত্তি<উক্তি ক্ত>ত্ত—সমীভৱন।

হোউ<ভৱতু ভ>হ অৱ>ও তু>উ—স্বৰ মধ্যস্থ অল্পপ্ৰাণ বৰ্ণ ত ৰ লোপ।

(১) স্থাপক —তা অন্না কিং ণ বন্নিয়ো তেণ।

পাৰিপাৰ্শ্বিক স্থপয়। বন্নিয়ো জেব তকালকয়ীণং মজ বাণি মিয়ংক

লেহা কধা কাৰণে অৱৰাইদেন। জধা
বালকঈ কইৰাও নিব্ভৰৰাঅস্‌স তহউৱজ্‌ঝাও।
ইঅ জস্‌স পএহি পৰংপৰাএ মাহপ্পমাৰূঢ়ং॥
সো অস্‌স কঈ সিৰিৰাঅ সেহৰো তিহুৱণং পিধৱলেংতি।
হৰিণংকণাত্তিসিদ্ধোঅ নিক্কলংকা গুণা জস্‌স॥

## অনুবাদ

স্থাপক —তেনেহলে তেওঁ নিজকে কিয় প্ৰকাশ ( বৰ্ণনা ) নকৰিলে ?
পাৰিপাৰ্শ্বিক —শুনক তেওঁৰ সমসাময়িক কবিসকলৰ মাজৰে মৃগাঙ্ক—লেখা—কথা ৰ বচক্ অপৰাজিতেই এইদৰে বৰ্ণনা দিছে—প্ৰথমতে বালকবি তাৰপিছত কবিৰাজ তাৰ পিছত নিৰ্ভৰৰাজ গুৰু ( শিক্ষক ) এনে পৰম্পৰাৰে যিজনৰ পদদ্বয়ে মহত্ত্বৰ আসনত আৰোহণ কৰিছিল আৰু যিজনৰ নিষ্কলঙ্ক গুণসমূহে হৰিণাঙ্কৰ প্ৰতিদ্বন্দ্বী হৈ ত্ৰিভূৱনকো ধৱলিত কৰিছে সেইজনেই ইয়াৰ কবি—শ্ৰীৰাজশেখৰ।

## শব্দাৱলীৰ টোকা

ৱণ্ণিদো<ৱৰ্ণিত ৰ্ণ>ণ্ণ—সমীভৱন ত>দ—ঘোষীভৱন >ও বৰ্ণনা।
সুনসু<শৃণু শ>স ঋ>উ —MIA সুণ+লোট ২য় পুৰুষ একবচন।
মজ্‌ঝম্মি<মধ্যে ধ্য>জ্‌ঝ—অপভ্ৰংশৰ প্ৰভাৱত মজ্‌ঝম্মি হৈছে।
অৱৰাইদেণ<অপৰাজিতেন প>ৱ—ঘোষীভৱন স্বৰ মধ্যস্থ জ ৰ লোপ
ত>দ—ঘোষীভৱন ন>ণ
কইৰাও<কৱিৰাজো ৱি>ই—স্বৰ মধ্যস্থ ৱ ৰ লোপ
জো>ও—স্বৰ মধ্যস্থ অল্পপ্ৰাণ জ ৰ লোপ।
তহ<তথ থ>হ—মহাপ্ৰাণ থ —হ লৈ ৰূপান্তৰিত।
উৱজ্‌ঝাও <উপাধ্যায় প>ৱ আ>অ—যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ হ্ৰস্ব হয় ধ্য>জ্‌ঝ স্বৰ মধ্যস্থ য় ৰ লোপ >ও।
ইঅ<ইতি
জস্‌স<যস্য য>জ স্য>স্‌স—সমীভৱন।
পএহি >পদৈ ঐ>এ অল্পপ্ৰাণ দ ৰ লোপ পএ+ভিস্ বহুবচন হি।

আৰচং<আৰচম্, অন্ত্য হসন্ত ম্>ং।

ধৰলেংতি<ধৱলয়ন্তি অয়>এ ন্ত>ংত—ব্যঞ্জন ধ্বনি পিছত থাকিলে ন>ং হয়।

নিকলংকা<নিষ্কলঙ্ক ন>ণ ষ্ক>ক— ক' ৰ পূৰ্ববৰ্তী উষ্মবৰ্ণ বিকাৰ প্ৰাপ্ত হয় ঙ্ক>ংক—ব্যঞ্জন ধ্বনি পিছত থাকিলে ন>ং হয়।

(১১) স্থাপক —তা কেণ সমাহিট্ঠা পউংজধ।

পাৰিপাৰ্শ্বিক —

চাউহাণকুল মোলিমালিআ ৰাঅ সেহৰ কইংদগেহিনী।
ভত্তুণো কিইমৱংতিসুংদৰী সা পউজইউমেঅমিচ্ছই॥

কিং চ।

চংডৱাল ধৰণী হৰিণংকো চক্কৱট্টিপঅলাহনিমিত্তং।
এথ সট্টঅৱৰে ৰসসোত্তে কুংতলাহিৱসুঅং পৰিণেই॥

স্থাপক —তা এহি। অণংতৰকৰণিজ্জং সংপাদেম্হ। জদো মহাৰাঅ দেৱণিং ভূমিঅং ঘেত্তূণ অজ্জো অজ্জভাবিআ অ জৱণি অংতৰে ৱট্টংতি। (ইতি পৰিক্ৰম্য নিষ্ক্ৰান্তৌ)

**অনুবাদ**

স্থাপক—তেনেহলেনো কোনে তোমাক প্ৰযোজনা কৰিবলৈ কৈছে?

পাৰিপাৰ্শ্বিক —চাউহানকুলৰ শিৰৰ মালিকা আৰু কবিশ্ৰেষ্ঠ ৰাজশেখৰৰ পত্নী অৱন্তিসুন্দৰীয়ে তেওঁৰ স্বামীৰ এই ( সট্টক ) খন মঞ্চত অভিনীত হোৱাটো ইচ্ছা কৰিছে।

আৰু

কাব্যিক অনুভূতিৰ বিভিন্ন প্ৰবাহেৰে সমৃদ্ধ এই উৎকৃষ্ট সট্টক খনিত পৃথিৱীৰ চন্দ্ৰ সদৃশ চণ্ডপালে ৰাজচক্ৰবৰ্তী উপাধি লাভ কৰিবলৈ কুন্তলদেশৰ ৰাজ কন্যাক বিয়া কৰাইছে।

স্থাপক—তেতিয়াহলে আহা। পিছৰ কৰিবলগীয়া কামখিনি সম্পাদন কৰোঁ যেহেতু মহাৰাজ আৰু দেৱীৰ ( ৰাণীৰ ) ভাও লৈ আৰ্য আৰু আৰ্যপত্নীয়ে আৰ কাপোৰৰ পিচৰ ফালে সাজু হৈ আছে।

( এই বুলি দুয়ো গুচি যায় )

## শব্দাৱলীৰ টোকা

সমাহিট্ঠা<OIA সমাহিষ্টা ষ্ট>ট্ঠ—যুক্ত বৰ্ণৰ এটা উষ্ম বৰ্ণ হ'লে সি
পিছৰ ব্যঞ্জন বৰ্ণৰ মহাপ্ৰাণ বৰ্ণ হয়।

গেহিণী<গেহিনী

ভত্তুণো<ভৰ্তু ৰ্ত>ত্ত—সমীভৱন ভত্তু+ষষ্ঠী একবচন।

এত্থ<অত্ৰ অ>এ ত্ৰ>ত্থ—ব্যতিক্ৰম এই

ৱহুঅং<পহুতাং প>ৱ—ঘোষীভৱন ত>অ আ>অ—অনুস্বাৰৰ
পূৰ্ববৰ্তী দীৰ্ঘ স্বৰ হ্ৰস্ব হয়

পৰিণেই<পৰিণয়তি অয়>এ তি>ই।

কৰণিজ্জং<কৰণীয়ং য>ইজ্জ—কৰ্মভাৱবাচ্য

সংপাদেম্হ<সংপাদয়াম

ভাৰিআ<ভাৰ্যা ৰ্য>ৰিয়—( অপিনিহিত )

দেৱীণং<দেব্যো —সংস্কৃতত দ্বি বচন হৈছে।

প—ত্থা—ৱ ণা

(১২) ৰাজা—দেৱি দক্খিণাহিৱণবিদংসংদিণি ৰত্তচৱীঅসি ইমিণা
ৱসংতাৱংভেণ। অদো।
বিংবোট্ঠে বহলং ণদেংতি মঅণং ণো গংধতেল্লাৱিলা
বেণীও বিৰঅংতি লেংতি ণ তহা অংগম্মি কুপ্পাসঅং
অংবালা মুহকুংকুমম্মি বি ঘণে ৱট্টংতি ঢিল্লাঅৰা
তংমণ্ণে সিসিৰং বিণিজ্জিঅ বলা পত্তো বসংতুসবো॥

## অনুবাদ

ৰাজা—দক্ষিণৰ ৰাজচক্ৰৱৰ্তী কন্যা হে দেৱী ( ৰাণী ) বসন্তৰ এই আগমনৰ
সময়ত তোমাক সম্ভাষণ জনোৱা হৈছে। কিয়নো নিজৰ
বিম্বফলৰ দৰে ওঁঠত গাভৰু বিলাকে এতিয়া বেছিকৈ মৌ বন
নলগায় গোন্ধ তেল থ হি তেওঁলোকে বেণীও নাবান্ধে নাইবা
গাত লিপিটুখাই পৰাকৈ সূতাৰ চোলাও নিপিন্ধে আৰু
তেওঁলোকৰ মুখত ভালকৈ কুমকুম্ থ হিৰলৈকো আগ্ৰহ নাইকিয়া
হৈ গৈছে। সেয়ে মই অনুমান কৰোঁ আনন্দদায়ক বসন্ত যেন
শীতকালক বলেৰে পৰাজিত কৰি আহিছে।

**শব্দাৱলীৰ টোকা**

ৱড্ঢাৱীঅসি<ৰ্ধাপ্যসেনেন ৰ্ধ<ড্ঢ প্য>প অ>ৱঅ>ৱীঅ সে>সি —পৰস্মৈপদী হৈছে সম্বৰ্দ্ধনা জনোৱা হৈছে।

ৱসংতাৱংতেণ<ৱসন্তাৱন্তেণ ন্ত>ংত—ব্যঞ্জনধ্বনি পিছত থাকিলে ন>ং হয় ন্ত>ংত—ব্যঞ্জনধ্বনি পিছত থকা কাৰণে হৈছে।

বিংবোট্‌ঠে<বিম্বোষ্ঠে ম্ব>ংব—ব্যঞ্জনধ্বনি পিছত থাকিলে ম্>ং হয় ষ্ঠ>ট্‌ঠ—যুক্ত ব্যঞ্জনৰ এটা উষ্ম বৰ্ণ হলে সি পিছৰ ব্যঞ্জন বৰ্ণৰ মহাপ্ৰাণ বৰ্ণ হয়

মঅণং<মদনং দ>অ—স্বৰ মধ্যস্থ অল্পপ্ৰাণ বৰ্ণৰ লোপ ন>ণ।

বট্টংতি<বৰ্তন্তে ৰ্ত>ৰ্ট>ট্ট—মূৰ্ধণ্যীভৱন সমীভৱন ন্ত>ংত—ব্যঞ্জন ধ্বনি পিছত থাকিলে ন>ং হয় আত্মনেপদী পৰস্মৈপদ হৈছে।

টিল্লা—দেশী শব্দ।

কুপ্পাসঅং<কূৰ্পাসকম্ ঊ>উ—যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘ স্বৰ সদায় হ্ৰস্ব হয় ৰ্প>প্প—সমীভৱন ক>অ—স্বৰ মধ্যস্থ অল্পপ্ৰাণ বৰ্ণৰ লোপ অন্ত্য ম্>ং।

তংমগ্নে>তন্মন্যে ন্ত>ত—শব্দৰ আদিত যুক্ত ব্যঞ্জন নহয় ন্ম>ংম—ব্যঞ্জনধ্বনি পিছত থকা কাৰণে ন>ং হৈছে ন্য>ণ্ণ—সমীভৱন।

বলা<বলাৎ অন্ত্য ব্যঞ্জনৰ লোপ।

পত্তো<প্ৰাপ্তো প্ৰ>প প্ত>ত্ত।

বসংতুসৱো<বসন্ত+উৎসৱ ন্ত>ংত >ও।

(১৩) দেৱী—অহং পি পড়িৱড্ঢাৱিআ ভৱিস্‌সং। জধা।

ছোল্লংতি দংতৰঅণাই গএ তুসাৰে
উসীস চংদণৰসম্মি মণং কুণংতি।
এণ্‌ হিং সুৱংতি ঘৰমজ্ঝিমসালিআসু
পাঅংতপুংজিঅপডং মিহুণাইপেচ্ছ॥

**অনুবাদ**

দেৱী—ময়ো আপোনাক প্ৰতি সম্বৰ্ধনা জনাওঁচোন এইদৰে—শীতকাল গ ল তেওঁলোকে দাঁতবোৰ ৰ হিছে অলপ অলপকৈ চন্দনৰ ৰস পোষণ কৰিবলৈ লৈছে আৰু এতিয়া চাওঁক দম্পতি সকলে তেওঁলোকৰ ঘৰৰ

মাজৰ কোঠালিবোৰত শুই আছে আৰু কৰলবোৰ তেওঁলোকৰ ভৰিৰ ফালে দমহৈ আছে।

## শব্দাৱলীৰ টোকা

পডিবড্ঢাৰিআ<প্ৰতিবৰ্ধাপয়িকা প্ৰ>প ত>দ>ড—ঘোষীভৱন মূৰ্ধণ্যীভৱন র্ধ>ড্ঢ প>ব—ঘোষীভৱন স্বৰমধ্যস্থ য় আৰু ক ৰ লোপ।

ভৱিস্‌সং<ভৱিষ্যামি ভৱিষ্যত কাল

দংতৱঅণাই<দন্তৱতনানি ন্ত>ংত—ব্যঞ্জনধ্বনিৰ পূৰ্ববৰ্তী ন>ং হয় ন<ণ নি>ই ত>অ।

গএ<গতে তে>এ—স্বৰ মধ্যস্থ অল্পপ্ৰাণ ত ৰ লোপ।

কুণংতি<কুৰ্বন্তি প্ৰাচীন আবেস্তাত পোৱা যায় কৰা

এণ হিং<ইদানীং—দ্বিতসম্পায় ব্যঞ্জনৰ পূৰ্বৰ ই>এ হয়।

সুৱংতি<স্বপন্তি √স্বপ স্বপন্তি>সুৱংন্তি স্বৰভক্তি পোৱা

ঘৰমজ্ঝিমসালিআসু<গৃহ মধ্যম শালিকাসু ধ্য>জ্ঝ গৃহ>ঘৰ—মহাপ্ৰাণৰ প্ৰভাৱত গ—ঘ হৈছে।

পাঅংত<পাদন্ত দ>অ—অল্পপ্ৰাণৰ লোপ ন্ত—ংত—ব্যঞ্জনধ্বনি পিছত থাকিলে ন —>ং হয় ভৰিৰ পিছত।

পেচ্ছ<* প্ৰেক্ষ<প্ৰেক্ষস্ব প্ৰ √ইক্ষ+লোট—
মধ্যম পুৰুষ একবচন ক্ষ>চ্ছ আত্মনেপদী
পৰস্মৈপদী হোৱাত প্ৰাকৃতত বিভক্তি লোপ হৈছে।

মিহুণাই<মিথুনানি থ>হ— ন>ণ স্বৰমধ্যস্থ ন —ৰ লোপ।

বৈতালিকয়োৰেক —জঅ জঅ পুব্বদিসংগণাভুঅ গ চংপাচংপঅকঅউৰ ৰাঢাণিজ্জিদৰাঢাচ গত্তণ বিক্কমকতকামৰূৱ হৱিকেলীকেলিআৰ অৱ মম্মিদজচ্চসুৱণ্ণৱণ্ণ সৱৱ গসংদৰত্তণৰমণিজ্জ সুহাঅ দে ভোদু সুৱহি সমাৰংভো। ইধ হি।

পংতীতং গংতৱলী পুলঅণচৱলা কংচিবালাৱলাণং
মাণং দোথংভঅংতা ৱইৱহসঅৰা চোলসীমংতিণীণং।
কন্নাডীণং কুণংতা কুৰলতৱলণং কুৰতলীণং পিএসু
ভংকংতা নেহগংঠিং মলঅসিহৰিণী সীঅলা এংতি ৱাআ॥

**অনুবাদ**

ভুজনৰ এজনৰ বৈতালিক —( নেপথ্যত ) জয়! আপোনাৰ জয় হওক।

হে পূৰ্বদিগঙ্গনাৰ উপপতি চম্পা নগৰৰ চম্পক ফুল সদৃশ কাণৰ অলঙ্কাৰ ৰাঢ় নগৰী জয় কৰি দীপ্যমান পৰাক্ৰমেৰে কামৰূপ বিজেতা ( প্ৰণয়ৰ দেৱতা কামদেৱ জয় কৰা অৰ্থত ) হৰিকেলীত লীলা শ্ৰীকৃষ্ণৰ প্ৰণয়লীলা ) কৰোঁতা সোণৰ বৰণকো নিন্দা কৰোঁতা ৰমণীয় অৱয়বেৰে সম্মোহণ কৰোঁতা—বসন্তকালৰ আগমণী আপোনাৰ সুখকৰ হওঁক। বৰ্ত্তমান—

মলয় পৰ্বতৰ পৰা শীতল বতাহ বলি পাণ্ড্যৰমণী সকলৰ মসৃণ গালত ৰোমাঞ্চৰ শিহৰণ জগাই তুলিছে কাঞ্চীদেশৰ বিনয়ী গাভৰু সকলৰ মান ভাঙি পেলাইছে চোলদেশৰ ৰমণী সকলৰ সম্ভোগৰ আশাত ব্যাকুল কৰি তুলিছে কৰ্ণাটৰ যুৱতীসকলৰ অলকৰাজিক চঞ্চল কৰি তুলিছে আৰু কুন্তল যুৱতী সকলৰ ( তেওঁলোকৰ ) প্ৰেমিকসকলৰ লগত প্ৰণয় গন্থী টানকৈ গাঠিছে

**শব্দাৱলীৰ টোকা**

পুৱৱ<পূৰ্ব ঊ>উ যুক্তব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ হ্ৰস্ব হয় ৰ্ব>ৱৱ

ভু অংগ<ভুজঙ্গ জ>অ—স্বৰ মধ্যস্থ অল্প প্ৰাণ বৰ্ণৰ লোপ ঙ্গ>ংগ—ব্যঞ্জন ধ্বনি পিছত থাকিলে ঙ >ং হয় উপপতি প্ৰণয়ী।

চংপাচংপঅকণ্ণউৰ<চম্পাচম্পক কৰ্ণপূৰ ম্প>ংপ ক>অ ৰ্ণ>ণ্ণ—সমীভৱন পূ>উ চম্পা নগৰৰ চ ম্পক ফুলৰ দৰে কাণ ভূষণ

ৰাঢাণিজ্জিত্তৰাঢাচংগত্তণ<ৰাঢানিৰ্জিতৰাঢাসৌন্দৰ্য—ইয়াত ৰাঢা —শব্দ টোৱে যশ মহিমা অৰ্থ বুজাইছে। অৰ্থাৎ যাৰ মহিমাই ৰাঢা নগৰীৰ সৌন্দৰ্য্যকো চেৰ পেলাইছে।

বিক্কমকংত<বিক্ৰমাক্ৰান্ত ক্ৰ<ক্ক—সমীভৱন আ>অ—যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ হ্ৰস্ব হয় ন্ত>ংত—ব্যঞ্জনধ্বনি পিছত থাকিলে ন >ং হয়। বিক্ৰমৰ দ্বাৰা বিজেতা।

অৱমণ্ণিদজচ্চসুৱণ্ণৱণ্ণ<অৱমানিতজত্য সুবৰ্ণবৰ্ণ আ>অ—যুক্ত ব্যঞ্জনৰ পূৰ্ববৰ্তী দীৰ্ঘ স্বৰ হ্ৰস্ব হৈছে ণ>ণ্ণ—দ্বিত্ত ভৱন ত>দ ঘোষীভৱন,

ত্য>চ্চ—তালব্যীভৱন  র্ণ>ণ্ণ—সমীভৱন মূৰ্ধ বৰ্ণকো অপসাৰিত কৰোঁতা।

সুহাঅ<সুখায় খ>হ য়>অ—স্বৰ মধ্যস্থ 'য় ৰ লোপ হয়

ভোহু<ভৱতু অৱ>ও ত>হু

পংডীণং<পাণ্ডীনাং আ>অ অনুস্বাৰৰ পূৰ্ববৰ্ত্তী দীৰ্ঘস্বৰ হ্ৰস্ব হৈছে, ণ্ড>ং ড—ব্যঞ্জন ধ্বনি পিছত থাকিলে ন>ং হয় আ>অ পাণ্ড্যদেশৰ ৰমণীসকলৰ।

দোখংভঅংতা>দ্বিখণ্ডয়ন্তো—দ্বি<দো—সংযুক্ত ব্যঞ্জন অসংযুক্তত পৰিণত হলে ই>ও হয় ণ্ড>ংড য>অ—স্বৰ মধ্যস্থ য় ৰ লোপ ন্ত> ংত ও>আ।

পিএসুং<প্ৰিয়েষুং প্ৰ>প য়ে>এ ষু>সু গুম্ফংতা>গুম্ফন্ত গাঁথি দিছেহি

ণেহ>স্নেহ

এংতি<আয়ন্তি আ>এ সংযুক্ত বৰ্ণ অযুক্ত হোৱাৰ ফলত পূৰ্ববৰ্ত্তী দীৰ্ঘস্বৰ হ্ৰস্ব হৈছে স্বৰ মধ্যস্থ য় ৰ লোপ ন্ত>ংত।

(১৫) দ্বিতীয়—

জাঅং কুংকুম পংকলীঢ মৰঢী গংডপ্পহং চংপঅং
থোআবট্টিঠুভ চঅমুভচ কুসুমা পংফুল্লিআ।
মূলে সামলমগ পলগ গন্ডঅলং লক্খিজ্জএ কিংসঅং
পিজ্জংতং ভসলেহি দোসু ৰি দিসাভাএসু লগ গেহিৰ॥

**অনুবাদ**

মাৰাঠী যুৱতীসকলৰ কুম্‌কুম ৰঞ্জিত গালৰ শোভাৰ দৰে চম্পক ফুল ফুলি উঠিছে মৃদুভাৱে মধ্য গাথীৰৰ দৰে মালতী ফুল গছজোপা মনোমোহা ফুলেৰে ফুলি উঠিছে। কিংশুক ফুলৰ তলভাগ কলা আৰু ওপৰত ভোমোৰা পৰি থকা বাবে যেনিবা দুয়োফালে ভোমো বাইছে ধৰি আছে যেনেকুৱা দেখা গৈছে।

## শব্দাৱলীৰ টোকা

মৰঢী<মহাৰাষ্ট্ৰী>মৰহট্‌ঠী>মৰঢী মাৰাঠী যুৱতী।

গংডপপহং>গণ্ডপ্ৰভং ণ্ড>ংড—ব্যঞ্জন ধ্বনি পিছত থাকিলে ন>ং হয় প্ৰ>পপ সমীভৱন ভ>হ—মহাপ্ৰাণবৰ্ণ হ লৈ ৰূপান্তৰিত হয়।

থোআৱট্টিঅ<স্তোকাৱৰ্তিত স্ত>থ>থ>শব্দৰ আদিত যুক্ত ব্যঞ্জন নহয় স্বৰ মধ্যস্থ ক>অ ৰ্ত>ত্ত>ট্ট—সমীভৱন আৰু মূৰ্ধণ্যীভৱন ত>অ মৃদু ভাৱে মথা।

হুণ্ডঢ<হুণ্ড্ব ণ্ড>ণ্ডঢ গাথীৰ।

ভসলং<ভ্ৰমৰং ভ্ৰ>ভ—শব্দৰ আদিত যুক্ত ব্যঞ্জনৰ ব্যৱহাৰ নাই ম>স ৰ>ল ভোমোৰা।

লক্‌খিজ্জএ<লক্ষ্যতে ক্ষ>ক্‌খ য>ইজ্জ—ভাৱবাচ্যত সংস্কৃত য প্ৰত্যয় ইজ্জ হয় তে>এ দেখা হৈছে।

লগ্‌গেহি<লগ্নৈ ঐ>এ গ্ন>গ্‌গ—লগ্‌গে+মধ্যম পুৰুষ একবচন হি।

(১৬) ৰাজা  পিএ বিব্ভমলেহে কো অহং ৰত্তঢাৰও তুম্হাকা তুম পি ৰত্তঢাৰিআ মজ্ঝ। কিংউণ ছুৱে ৰি অম্হে ৰত্তঢাৰিআ কংচণচণ্ডৰদণচেংত্তেহিং ৰংদীহি। স্তা বিব্ভমপঅট্টাৰঅ তৰট্টীণং ণট্টাৰঅং মলঅমাৰু দংদোলিদলদাণচ্চণীণং চাৰুপ্পৰংচিদপং চমং কলকংঠিকংঠেসু কংদলিদকং দপ্পকোঅংডদংডাথংভিদকংত চংভিমং সিণিত্তচৰংধৰং ৰস্সুংধৰাপুৰংধীএ পসাৰিদপ্প সদিপ্প মাণেহিং অচ্ছীহি মহুসৰং অধিচ্ছং পেক্‌থহু দেৱী।

## অনুবাদ

প্ৰিয়া বিভ্ৰমলেখা তোমাক মই এজনে সম্ভাষণ জনালো বা তুমি মোক সম্ভাষণ জনালা। ইকালে আমালোক দুয়োকে কাঞ্চনচণ্ড আৰু ৰত্নচণ্ড নামৰ ভাটে অভিনন্দিত কৰিলে। যুৱতীসকলৰ বিভ্ৰম জগাই তোলোতা মলয়া বতাহে কঁপাই থকা লতাৰূপ নৰ্তকীবোৰক নচুৱাওঁতা সুকণ্ঠি কণ্ঠত পঞ্চম স্বৰৰ ৰাগিনী বিকাশ সাধোতা

বসুন্ধৰা সদৃশ বিবাহিতা ৰমনীসকলৰ [পৰম সুহৃদজন আৰু মদনৰ ধনুৰ দ্বাৰা সত্ত উদ্রিক্ত কান্তাৰ উত্তেজিত স্বভাৱ শান্ত কৰোঁতা বসন্ত উৎসৱ গতিকে মোৰ বাণীয়ে এৰেগেতমান আয়তনৰ চকু হালেৰে ইচ্ছামতে চাওঁক।

## শব্দাৱলীৰ টোকা

পিএ<প্ৰিয়ে প্ৰ>প—শব্দৰ আদিত যুক্ত ব্যঞ্জনৰ প্ৰয়োগ নাই স্বৰ মধ্যস্থ য় ৰ লোপ।

কো=একো।

বত্তাৱও<বর্ধাপক র্ধ>ত্ত প>ৱ—ঘোষীভৱন ৱ ৰ লোপ >ও সম্বৰ্দ্ধনা জনালো।

মজ্ঝ<মম—ষষ্ঠীৰ একবচন।

উণ>পুন প আৰু বিসৰ্গৰ লোপ হৈছে ন>ণ আকৌ অম্হে<অস্মে

বংদীহিং<বন্দিভ্যাম্ ন্দ>ংদ—ব্যঞ্জন ধ্বনি পিছত থাকিলে ন>ং হয় ই>ঈ বংদী+ওয়া বহুবচন হিং।

তৰট্টীণং—দেশীশব্দ ( সং—তৰুণীনাম্ )

ণট্টাৰঅং<নৰ্ত্তকং

চাৰু প্পবংচিদপংচমং<চাৰু প্ৰপঞ্চিত পঞ্চমং প্ৰ>প প—সমীভৱন ঞ্চ >ংচ ব্যঞ্জন ধ্বনি পিছত থাকিলে ঞ>ং হয় ত>দ—ঘোষীভৱন।

কংদলিদকংদপ্প<কন্দলিত কংদৰ্প ন্দ>ংদ—ব্যঞ্জনধ্বনি পিছত থাকিলে ন>ং হয় ত>দ—ঘোষীভৱন র্প>প প—সমীভৱন।

সিণিদ্ধবংধৱং<স্নিগ্ধবান্ধবং স্নি<সিণি—স্বৰভক্তি গ্ধ>দ্ধ ন্ধ>ংধ—ব্যঞ্জনধ্বনি পিছত থাকিলে ন<ং হয়

অচ্ছীহিং<অক্ষিভ্যাং ক্ষ>চ্ছ ই>ঈ অচ্ছী+ওয়াৰ বহুবচন হিং।

মহূসৱং<মধূৎসৱং ধ>হ—মহাপ্ৰাণ বৰ্ণৰ হ লৈ ৰূপান্তৰিত ৎ—ৰ লোপ

জধিচ্ছং<যথেচ্ছং থ>ধ—ঘোষীভৱন য>জ এ>ই—স্বৰাঘাত হীন অক্ষৰৰ এ>ই হয়

পেক্‌খদু<প্ৰেক্ষতাং ক্ষ>ক্খ ত>দ সংস্কৃত 'তুম্' প্ৰত্যয় MIA ত দুং হৈছে।

(১৭) দেৱী—অথা ণিৱেদিদং বংদীহিং পউত্ত জেৱ মলআণিলা।

তথা হি।

লংকাতোৰ ণমালিআভৰলিণো ফুংভত্তৱস্সাসমে

মংদংদোলিঅ চংদণদ্দুমৱণা কপ পুৰসংণক্কিণো।

কংকেল্লীকুলকংপিণো ফণিলআণিপ্পটাৰআ

চংডং চু বিঅতংৱৱণ্ণি সলিলা ৰাঅংতি চেত্তাণিলা।

**অনুবাদ**

দেৱী—ভাট্ চুজনে কোৱাৰ দৰে মলয়া বতাহ ইতিমধ্যে বলিবলৈ আৰম্ভ কৰিছে। উদাহৰণ স্বৰূপে লঙ্কাৰ তোৰণৰ মালাবোৰত কম্পন তুলি অগস্ত্যৰ আশ্ৰমৰ চন্দন গছবোৰৰ বননীক মৃদুভাৱে তোলাই দি ফাকুৰ স্পৰ্শলৈ অশোক গছৰ জোপবোৰত ঢৌ তুলি পান গছবিলাকক প্ৰচণ্ডভাৱে নচুৱাই আৰু তাম্ৰপৰ্নী নদীৰ পানীক চুম্বন কৰি চতৰ বতাহ বৱলৈ লৈছে।

**শব্দাৱলীৰ টৌকা**

ণিবেদিদং<নিৱেদিতং ন<ণ—মূৰ্ধণ্যীভৱন ত>দ ঘোষীভৱন।

বংদীহিং<বন্দিভ্যা ন্দ>ংদ—ব্যঞ্জন ধ্বনি পিছত থাকিলে ন>ং হয় ই>ঈ বংদী+ভ্যা বহুবচন হিং।

পউত্তা>প্ৰবৃত্তা প্ৰ>প শব্দৰ আদি স্থানত যুক্ত ব্যঞ্জন নহয় ঋ>উ ব ৰ লোপ।

মালআ<মালিকা কা>আ স্বৰ মধ্যস্থ অল্পপ্ৰাণ ক ৰ লোপ মালাবোৰত।

আসমে<আশ্ৰমে শ্ৰ>স্স>স—সমীভৱন পিছত সমাক্ষৰ লোপ আশ্ৰমৰ।

ফণিলআ>ফণিলতা।

ণিপ্পট্ট—দেশীশব্দ মহাৰাষ্ট্ৰী নিপট শব্দৰ পৰা আহিছে।

চুংবিঅ>চুম্বিত ম্ব>ংব—ব্যঞ্জন ধ্বনি পিছত থাকিলে ম>ং হয় ত>অ —স্বৰ মধ্যবৰ্তী অল্পপ্ৰাণ বৰ্ণৰ লোপ।

তংব<তাম্ৰ

ৱণ্ণিসলিলা>পৰ্ণীসলিলা প>ব—ঘোষীভৱন ৰ্ণ>ণ্ণ—সমীভৱন।

ৰাঅংতি>ৰান্তি যবাগম্ন্ত>ংত—ব্যঞ্জন পিছত থকা কাৰণে ন>ং হৈছে।

(১৮) অপি অ।

মাণং মুংচহ দেহ বল্লহজণে দিট্‌ঠিং তরংগুত্তরং
তারুণ্ণং দিঅহাই পংচ দহ বা পীণত্থণুত্তংভণং।
ইথং কোইলমংজুসিঞ্জিঅমিসা দেবস্‌স পংচেস্‌ণো।
দিণ্ণা চেত্তমহূসবেণ সহসা আণ ব্ব সব্বংকসা॥

অনুবাদ

তরুণবি।

অভিমান এবি পেলোবা (অনুকম্পাব) শিহঁবণ তুলিব পবা দৃষ্টি তোমাব প্রিয়জনলৈ নিক্ষেপ কবা তোমাব হৃষ্টপুষ্ট স্তনযুগলক উন্নত কবি তোলা যৌবন মাত্র কেইদিনমানব কাবণেহে পাচ দহ দিনহে থাকিব। এই দবে চতব বসন্ত সমাবোহে কুলিব মধুব স্বৰক অবিয়তে পঞ্চ শবব সর্বব্যাপিনী আদেশ যেন জাবি কবিছে।

শব্দাবলীব টোকা

মুংচহ<মুঞ্চত ঞ চ > চ—ব্যঞ্জন ধ্বনি পিছত থাকিলে ঞ চ>ং হয়, ত>হ বল্লহজণে<বল্লভজনে ভ>হ—মহাপ্রাণ বর্ণ হ লৈ ৰূপান্তবিত হয় ন>ণ প্রিয়জনলৈ।
দিট্‌ঠিং<দৃষ্টিং ঋ>ই ষ্ট>ট্‌ঠ—সমীভবন দৃষ্টি।
তবংগুত্তবং—শিহবণ তুলিব পবা।
তাৰুণ্ণং<তাৰুণ্যং ণ্য – ণ্ণ—সমীভবন যৌবন।
কোইলমংজুসিংজিঅমিসা>কোকিলমঞ্জুশিঞ্জিতমিষা কি>ই—স্বব মধ্যস্থ অল্পপ্রাণ বর্ণ ক ব লোপ ঞ্জু>ংজু—ব্যঞ্জন ধ্বনি পিছত থাকিলে ঞ >ং হয় শ<স স্বব মধ্যস্থ ত>অ ষ>স।
দেবস্‌স<বৈবস্ত ব>দ—শব্দব আদিত যুক্ত ব্যঞ্জন নাই স্ত>স্‌স—সমীভবন। পংচেস্‌ণো<পঞ্চেষো ঞ্চ>ংচ—ব্যঞ্জনধ্বনিব পূর্ববর্তী ঞ>ং হয় ষ>স পংচেসু+ষষ্ঠী একবচন
চেত্ত<চৈত্র ঐ>এ ত্র>ত্ত—সমীভবন।
সব্বংকসা<সর্বংকষা র্ব>ব্ব—সমীভবন ষ>স।

---

# সহায়ক গ্ৰন্থ আৰু গ্ৰন্থকাৰ

কিতাপখন ৰচনা কৰোঁতে যিবোৰ গ্ৰন্থৰ সহায় লোৱা হৈছে সেই গ্ৰন্থসমূহ আৰু গ্ৰন্থকাৰ সকলৰ নাম কৃতজ্ঞতাৰে তলত উল্লেখ কৰা হ'ল।


১। শ্ৰীবিধুশেখৰ ভট্টাচাৰ্য্য—পালি প্ৰকাশ।

২। M Winternitz—A History of Indian Literature

৩। W Geiger—Pali Language and Literature

৪। A C Woolner—An Introduction to Prakrit

৫। ড সুকুমাৰ সেন—ভাষাৰ ইতিবৃত্ত।

৬। ড সুনীলকুমাৰ দে—প্ৰাকৃত উপক্ৰমণিকা।

৭। ড নগেন ঠাকুৰ—পালি প্ৰাকৃত অপভ্ৰংশ ভাষা আৰু সাহিত্য।

৮। শ্ৰীভুনেশ্বৰী বৈশ্য—প্ৰাকৃত ভাষা সাহিত্য পৰিচয়।

৯। দেবিদাস ভট্টাচাৰ্য—মধ্যভাৰতীয় আৰ্যভাষা ও সাহিত্য।

১ । ড° বিশ্বনাথ বন্দ্যোপাধ্যায়—পালি ও প্ৰাকৃত সাহিত্যৰ ইতিহাস।

১১। C R Devadhar—Works of K lidas

১২। শ্ৰীমুকুন্দমাধৱ শৰ্ম্মা—কপূৰ মঞ্জৰী

১৩। N G Sulu—Karpūra Mañjari of Kavir ja Rajasekhara

১৪। E Müller—Pali Grammar

১৫। Prof Ramendra Mohan Bose M A—Kali Dasa Abhijñana—Śakuntalam